*A novel **Nangchingkham** Written by Prabhat Goswami*
*& published by Samiran Goswami,*
*Sâraswat, Guwahati-781021, Majuli- 785106*
*Assam in December 2009*
*Ph.: 94351-15486*
*97062-17551*

Price Rs. 90.00
Library Edition Rs. 180.00

প্ৰকাশক ঃ
শ্ৰী সমীৰণ গোস্বামী
সাৰস্বত
গুৱাহাটী-৭৮১০২১, মাজুলী-৭৮৫১০৬
দূৰভাষ নং ঃ ৯৪৩৫১-১৫৪৮৬
৯৭০৬২-১৭৫৫১

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ২০০৯
মূল্য ঃ ৯০.০০ টকা
পুথিভঁৰাল সংস্কৰণ ঃ ১৮০.০০ টকা
পৰিবেশক ঃ গ্ৰন্থ সংস্কৃতি, যোৰহাট
চন্দ্ৰ প্ৰকাশ, পানবজাৰ, গুৱাহাটী

বেটুপাত ঃ
অনুপম ভৰদ্বাজ
প্ৰেঅ'ন ডিজাইন ষ্টুডিঅ', চানমাৰি, গুৱাহাটী
মুদ্ৰণ ঃ নিউ এ'ৰা মেডিয়া ছাৰ্ভিচ, তৰাজান, যোৰহাট-১

# আমাৰ ক'বলগা

প্ৰায় দুবছৰমানৰ আগতেই গুৱাহাটী গ্ৰন্থমেলাৰ গ্ৰন্থ উন্মোচনী অনুষ্ঠান এটালৈ গৈছিলো। প্ৰকাশকজন আছিল এজন কমবয়সীয়া যুৱক। গুৱাহাটীৰ বাহিৰৰ পৰা আহি নতুনকৈ গুৱাহাটীত থিতাপি লৈছে। বুদ্ধিদ্দীপ্ত চকুদুটাৰে উদ্যমী যুৱকজনক দেখি ভাল লাগিছিল। তাতকৈও ভাল লাগিছিল, পুথি প্ৰকাশৰ দৰে এক প্ৰত্যাহ্বানমূলক ব্যৱসায় এটাত নিজকে জড়িত কৰিবলৈ সাহস কৰাৰ বাবে। সেই যুৱকজন তাৰ প্ৰায় ছমাহমানৰ পাছত এদিন আমাৰ ঘৰলৈ আহিছিল। এটা প্ৰস্তাব লৈ, এটা বুৰঞ্জীমূলক চৰিত্ৰৰ ওপৰত এখন উপন্যাস লিখাৰ প্ৰস্তাব। উচপ খাই উঠিলো মই। আচলতে বহুত বছৰৰ আগতেই ১৯৮০ চনতেই এখন বুৰঞ্জীমূলক উপন্যাস লিখাৰ প্ৰস্তাব এটা সূৰ্য্য হাজৰিকাই আমাক দিছিল। তাৰ পাছত অকণমান বুৰঞ্জীলৈ চিন্তা চৰ্চাও কৰিছিলো। কিন্তু মূৰকত হৈ নুঠিল। তাৰ পাছত চাৰিখনকৈ উপন্যাস প্ৰকাশ হ'ল। বুৰঞ্জীমূলক উপন্যাসহে নহ'ল।'

প্ৰস্তাৱটো পাই বেচ আনন্দ লাগিল। কিন্তু যিটো চৰিত্ৰ বিষয়বস্তু হিচাবে তেওঁ নিৰ্বাচন কৰিছে সেইটোৰ কথা ভাবিহে শংকা হ'ল।

ঃ হেৰা এই চৰিত্ৰটো সম্পৰ্কে দেখোন বুৰঞ্জীত বিশেষ একো পাবলৈ নাই।

ঃ সেই বাবেই কৈছো। মই কেইবাজনো লিখকৰ আগত এইটো প্ৰস্তাব দিছিলো, সাহস কৰা নাই, তথ্য পাবলৈ নাই বাবে।

আমাৰ এটা স্বভাব আছে যে ভাল কামৰ বাবে কোনোবাই প্ৰত্যাহ্বান জনালে আৰু সেই কামটো সাধ্যৰ ভিতৰত হ'লে পাছ হুহকিবলৈ টান পাওঁ। গতিকে ক'লো।

ঃ হ'ব দিয়া দিম তোমাক এখন উপন্যাস।

তাৰ পাছত তথ্য বিচাৰি বুৰঞ্জী চলাথ কৰিলো। ক'ৰবাত দুটা শাৰী, ক'ৰবাত তিনিটা। তাৰ পাছত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ড° ভৃগুৰাম ভৰালীৰ ওচৰ চাপিলো। তেখেতে মাত্ৰ তিনি পৃষ্ঠাৰ এটা প্ৰবন্ধ দিলে। কিছু তথ্য পালো। তাৰ পাছত বুৰঞ্জী খুচৰি ফুৰিলো।

অসম বুৰঞ্জীৰ ওপৰত উপন্যাস লিখিবলৈ যোৱাটো বৰ সহজ কৰ্ম নহয়। তাৰ

কাৰণ হৈছে তথ্যৰ বিসংগতি। এখন বুৰঞ্জীৰ লগতো অন্য এখনৰ তথ্যৰ মিল নাই। তাৰ বাহিৰেও যেন বহুত সাধুকথা সোমাই আছে বুৰঞ্জীৰ মাজত। তথাপিও সম্পূৰ্ণ কৰিলো উপন্যাসখন। সম্পূৰ্ণ কৰি তুলি দিলো প্ৰকাশক সমীৰণ গোস্বামীৰ হাতত। তেওঁ সজাই পৰাই পাঠকৰ হাতত তুলি দিব।

যদিও বুৰঞ্জীমূলক উপন্যাস, তথাপি ই বুৰঞ্জী নহয়। যিমান পাৰি বুৰঞ্জীৰ তথ্য অবিকৃতভাবে উপস্থাপন কৰা হৈছে। বাকী কল্পনাৰ সহায়েৰে পূৰাবলৈ চেষ্টা কৰা হৈছে মাজৰ খালি অংশ। পাঠকে গ্ৰহণ কৰিলে উৎসাহিত হ'ম।

প্ৰথম এনে এক সৃষ্টিৰ বাবে সমীৰণৰ ওচৰত কৃতজ্ঞ। প্ৰেছলৈ যোবাৰ আগতে ৰমেন হালৈয়ে কিছু কষ্ট কৰিছে। তেওঁলৈ ধন্যবাদ। প্ৰেছৰ সকলোলৈকে ধন্যবাদ।

সুন্দৰ বেটুপাতটো আঁকি দিয়াৰ বাবে ধন্যবাদ থাকিল অনুপমলৈ। প্ৰতি মুহূৰ্ততে কাষত থাকি উৎসাহ দিয়া, ভাল বেয়া আঙুলিয়াই দিয়া দীপালৈ থাকিল কৃতজ্ঞতা।

ধন্যবাদেৰে—

গুৱাহাটী
৬/১২/০৯

প্ৰভাত গোস্বামী
ফোন ঃ ৯৪৩৫১-৪৯০৭৭

# এক

বহল চোতালখনত শাৰী পাতি থিয় হৈ থকা নগা ডেকাবোৰৰ দলটো চঞ্চল হৈ উঠিল। সিহঁতৰ সকলোৰে আগত থিয় হৈ আছে সিহঁতৰ খুন্‌বাও কাৰংমা। বান্‌ফঙীয়া নগা সিহঁত। পাহাৰত থাকে। কিন্তু বছৰেকত এবাৰকৈ এনেদৰে আহিব লাগে। কৰ-কাটল দিয়াৰ লগতে ৰজাদেৱৰ টোলত আহি টোলৰ চোতালত ৰণচালি দেখুৱাব লাগে। যুদ্ধ বিগ্ৰহ হ'লে ৰজাদেৱৰ কৰতলীয়া বাবে যুদ্ধ-বিগ্ৰহলৈয়ো যাব লাগে। এইবাৰো খুন্‌বাও কাৰংমাৰ অধীনত আহিছে সিহঁত। টোলৰ বাহিৰত বাহৰ পাতি আছে। ৰজাদেৱে টোলৰ চোতালত ৰণচালি চোৱাৰ নিয়ম। অকল ৰজাদেৱেই নহয়, কুঁৱৰীসকল, গাভৰুসকল, মন্ত্ৰী-বিষয়াকে আদি কৰি সকলোৱে চায়।

পৰীয়াই দিয়া সাৱধানবাণীত নগাৰ দলটো চঞ্চল হৈ উঠিছিল। স্বৰ্গদেউ চুপিম্‌ফা আহি নিৰ্দিষ্ট কৰি থোৱা আসনত বহিল। লগত ওজা লিগিৰা, ৰণুৱা লিগিৰা, পাঁচনি, চোঁৱৰ ধৰা, পিকবানধৰা সকলো বহিলহি। তামুলী লিগিৰাটিহে স্বৰ্গদেৱৰ একেবাৰে ওচৰতে থাকিল। কাৰংমাৰ নিৰ্দেশত নগা ডেকাৰ দলটোৱে ৰণচালি আৰম্ভ কৰাৰ আগতে স্বৰ্গদেউক সেৱা জনালে। স্বৰ্গদেউৰ মুখত হাঁহি বিৰিঙি উঠিল। ধুনীয়াকৈ কাপোৰকানি পিন্ধি আহিছে ডেকাবোৰে, কঁকালৰ পৰা আঠুৰ ওপৰলৈ ওলমি থকা ক'লা কাপোৰ, তাৰ মূৰত কণ্ডি লগোৱা। বাহুত হাতীদাঁতৰ বা পিতলৰ বাজু। মূৰত চৰাইৰ ফান লগোৱা বেটৰ টুপি। ভৰিতো বেতৰ সাতা আৰু ডিঙিৰ পাছফালে কড়ি। দুটা দল হৈ ডেকাবোৰে যাঁঠীৰে, নগাদাৰে যুদ্ধ কৰি দেখুৱালে। অনেক আখৰা কৰি দেখুৱাৰ পাছত আকৌ স্বৰ্গদেৱক সেৱা কৰিলে। তেওঁলোকৰ ৰং-ধেমালি শেষ হোৱাত স্বৰ্গদেউ ঘৰৰ ভিতৰলৈ গ'ল। তামুলী লিগিৰাক স্বৰ্গদেৱে কিবা এটা কোৱাত তেওঁ সাউতকৈ গৈ কাৰংমাক স্বৰ্গদেৱৰ আদেশ শুনালেগৈ।

স্বৰ্গদেৱৰ তলতীয়া অঞ্চলবোৰৰ ৰজাবোৰ এনেদৰে বছৰেকত এবাৰ আহি কৰ-কাটল দিয়ে আৰু ৰণচালি দেখুৱায়। স্বৰ্গদেৱে বৰ চ'ৰাত কুশল-মংগল সোধে। আদেশ-উপদেশ দিয়ে কিন্তু এই নগা ফৈদটোৰ কথা অলপ সুকীয়া। ইহঁতৰ খুন্‌বাও কাৰংমা স্বৰ্গদেৱৰ সখি। সখি হোৱা বা স্বৰ্গদেউৰ আদৰৰ হোৱাৰো কাহিনী আছে। মাজে মাজে স্বৰ্গদেৱ হাবিত পহু মাৰিবলৈ যায়। এবাৰ কেনেবাকৈ গম পালে যে

কাৰংমা নামৰ নগাৰ খুন্‌বাওটো পহু মৰাত পাকৈত। স্বৰ্গদেৱে এবাৰ তাক লগত লৈ গ'ল। পাহুৱাল ডেকা কাৰংমাৰ দেহৰ ভাঁজে ভাঁজে শক্তি থকাৰ চিন। দেখিবলৈও ধুনীয়া সি। মুখখনত অনবৰতে এটা মধুৰ হাঁহি লাগি থাকে। তাক প্ৰথম দেখিয়েই স্বৰ্গদেউৰ মনটো ভাল লাগি গৈছিল। তাক লগত লৈ পহু মাৰিবলৈ হাবিলৈ গ'ল। ডাঙৰ মতা সুগৰি পহু এটা ৰজাই কাঁড় মাৰি খুট লগালে। ডাঙৰ দমৰা এটা যেন পহুটো ৰজাৰ কাঁড়পাত গাত লৈয়েই হাবিত সোমাল। ৰজাদেৱে তৰকিবই নোৱাৰিলে, খুনবাও নিজেও কাঁড়পাত যোৱাদি গৈ হাবিত সোমাল। কিছু সময় হোৱা দেখি ৰজাদেৱে তাৰ পাছত টাঙোন ধৰা এটা পাচিলে। কিছু খেন পাছত ৰজাদেৱে দেখিলে যে টাঙোন ধৰাটোৱে সৈতে মৰা পহুটো লৈ আহিছে কাৰংমাই। তাৰ হাতত থকা দাৰে পহুটো ঘৈয়াই মাটিত বগৰাই দিছিল। তাৰো গা পহুৰ তেজেৰে ৰাঙলী। ৰজাদেৱে বৰ আনন্দ পালে। কাৰেঙলৈ ঘুৰি আহি ৰজাদেৱে চাংমাইক পহু ৰান্ধিবলৈ দিলে। সেইদিনা একেলগে স্বৰ্গদেউৰ লগত খোৱা-বোৱাও কৰিলে। কাৰংমা আকৌ পাহাৰলৈ ঘূৰি গ'ল।

মাজে মাজে ৰজাদেউ হাবিলৈ ডৰিক চৰাই ধৰিবলৈ যায়। ডৰিক চৰাই ধৰা বৰ সহজ কথা নহয়। গছৰ ডালত বৰ ওপৰত ডৰিক চৰাই বহি থাকে। ডৰিক চৰাই ধৰিবলৈ গ'লে লগত সৰহকৈ মানুহ লৈ গৈ ফান্দ পাতিব লাগে। ইয়াকে ডৰিকৰ ঘাঁই পতা বোলে। এদিন ৰজাদেৱে ডৰিকৰ ঘাই পাতিবলৈ পাইক পৰীয়াৰ সৈতে প্ৰায় চল্লিশ জনমান লোক লৈ গ'ল হাবিলৈ। ডৰিক পৰে একেবাৰে মাজ হাবিত। ডৰিকৰ ঘাঁই পাতি আছে লোকে, চাই আছে স্বৰ্গদেৱে। এনেতে দৌৰি দৌৰি কাৰংমা নগা আহি ফোপাই-জোপাই স্বৰ্গদেউৰ ওচৰ ওলালহি। স্বৰ্গদেউ আচৰিত হ'ল। সি ডৰিক ধৰিবলৈকে এনেদৰে অহা বুলি ভাবি আনন্দও পালে ৰজাদেৱে। ৰজাদেৱে তাক আগতে বাৰ্তা দি মতাই ননাৰ বাবে বেয়াও লাগিল। কাৰণ ৰজাদেৱে ৰাজধানীৰ পৰা আতঁৰত, নগা পাহাৰৰ সমীপতে এইদৰে ডৰিক চিকাৰলৈ আহিছিল।

ঃ স্বৰ্গদেউ, স্বৰ্গদেউ, তই শীঘ্ৰে ইয়াৰ পৰা পলাই যাবি।

আচৰিত হ'ল স্বৰ্গদেউ। বিপদৰ গোন্ধ পালে স্বৰ্গদেৱে।

ঃ কথাটো কি থোৰতে কোৱা হওঁক।

তাৰ পাছত কাৰংমাই ক'লে যে, সিহঁতৰ আশীটামান নগাৰ এটা ডাঙৰ দলে স্বৰ্গদেউক মাৰিবলৈ পাঙ পাতি আহি আছে। হাবিতে ধৰিবহি। লগে লগে ৰজাদেৱ ডৰিকৰ ঘাঁই তাতে এৰি পালি-পহৰীয়া লৈ ৰাজধানীৰ ফালে ঢাপলি মেলিলে। কাৰণ স্বৰ্গদেউৰ লগত আছিল মাত্ৰ চল্লিশটা মানুহ। ইফালে নগা আহিছিল বোলে আশীটামান। দলটো আহি স্বৰ্গদেৱক নাপায় উভটি গ'ল। কিন্তু স্বৰ্গদেৱে এই সকলো বতৰা লৈ পেলালে। তেতিয়াৰ পৰা স্বৰ্গদেৱে কাৰংমাক বুকুৰ আপোন বুলি ভাবি লৈ সখি পাতিলে। কাৰংমাক তেওঁ মাজে মাজে ৰজা টোললৈ লৈ আনে। দুই-এসাজ ভালকৈ

খুৱায়। বিভিন্ন ৰং-ৰহইচ কৰে। কুঁৱৰীসকলেও, এই নগাযে স্বৰ্গদেউৰ সখি সেই কথা গম পায়।

নগাৰ দলটো ৰণচাণি শেষ কৰি বাহিৰলৈ গ'ল। এতিয়া সিহঁত নগাপাহাৰলৈ যাবগৈ। স্বৰ্গদেউৰ আদেশত সিহঁতক ভাত, শুকান মাছ আৰু মঙহৰ যোগান ধৰিছে বৰুৱা এজনে। কাৰংমা কিন্তু সিহঁতৰ লগত নাই। কাৰংমাই স্বৰ্গদেউৰ আদেশত স্বৰ্গদেৱৰ বৰচ'ৰাত সোমালহি।

চাংমাইশালত ইপিনে স্বৰ্গদেউ আৰু কাৰংমাৰ খোৱাৰ যোগাৰ চলিছে। প্ৰকাণ্ড প্ৰকাণ্ড দুখন ৰূপৰ কাঁহীত ওপৰত সৰু কাঁহী আৰু সোণৰ বাতিত বিধে বিধে ব্যঞ্জন সজাই দিয়া হৈছে। ৰূপৰ কাঁহীৰ ওপৰত সোণৰ কাঁহীত দিয়া হৈছে জহা চাউলৰ মলমলাই থকা ভাত। পছুৰ মঙহৰ পৰা হাহৰ মঙহলৈকে আঞ্জা। শাক-পাচলিৰ বিধে বিধে ব্যঞ্জন। মাছৰ বিবিধ আঞ্জা। সৰু কাঁহী-বাতি থকা ডাঙৰ কাঁহী দুখন আকৌ থোৱা হৈছে কাঠৰ দুখন পীৰাৰ ওপৰত। তাৰ লগত বহিবলৈ ধুনীয়া তলিচা। চাংমায়ে যোগাৰ দিছে যদিও সকলোবোৰৰ তদাৰক কৰিছে চমুৱা কুঁৱৰী আজলীয়ে। আচলতে ৰজাৰ চমুৱা কুঁৱৰীসকলেই পালপাতি ৰজাৰ চাংমাইশালত খোৱা-বোৱাৰ তদাৰক কৰে। বৰ কুঁৱৰীয়ে এই দায়িত্ব কুঁৱৰীসকলক ভগাই দিয়ে। ভাগে ভাগে কুঁৱৰীসকলে দায়িত্ব পালন কৰে। আজলীয়ে কেউফালে তদাৰক কৰিছে। ক'ৰবাত কিবা এটা খুঁত থাকিলে কথা বিষম হ'ব। সোৱাদ লগা নহলেও চাংমাইৰ গালৈ ঘাটি। গতিকে সোৱাদ লগাকৈ ৰান্ধে চাংমায়ে। বৰ সাৱধানে ৰান্ধে। তাতে আজি স্বৰ্গদেউৰ সখি নগা ৰজাটোৱে সাজ খাব। গতিকে সকলো বেচ সাৱধান। নগাবোৰক খুউৱাত বৰ বিপদ নাই। ৰজাঘৰীয়া খোৱা-বোৱাত সিহঁতে সোৱাদ পায়। তথাপিও কব নোৱাৰি, কি কথাত স্বৰ্গদেৱৰ দায় লাগে কোৱা টান। অকণমান সময় ৰৈ থকাৰ পাছত স্বৰ্গদেৱে হাঁহি-হাঁহি কাৰংমাক লৈ চাংমাইশাললৈ সোমাই আহিল। দুয়ো খাবলৈ বহিল। চাংমায়ে যোগাৰ দিছে আৰু আজলীয়ে আগবঢ়াই দিছে। এই সময়ত অন্যবোৰ লগুৱা বা লিগিৰী ওচৰলৈ অহাৰ নিয়ম নাই। কুঁৱৰীয়েই সকলো আলপৈচান ধৰে। আজলীয়ে দুয়ো খোৱা চাই আছে। পাহুৱাল নগা ডেকাটো চাই আজলীৰ ভাল লাগিছে। সি গো গ্ৰাসে গিলিছে। ৰজাঘৰীয়া ব্যঞ্জনৰ সোৱাদেই বেলেগ। ৰজাদেৱেও খাইছে আৰু কথাৰ মহলা মাৰিছে। আজলীয়ে আগবঢ়াই দি আছে। তাতে তাই বৰকৈ কাম-বন কৰিব পৰা হৈ থকা নাই। কাৰণ তাইৰ গাত লেঠা। স্বৰ্গদেৱৰ সন্তান ধাৰণ কৰি আছে তাই। তথাপি তাই পাটিত পৰি থকাটোও বেয়া। গতিকে এইবোৰ লঘু কাম-বন কৰিব পাৰে। কাৰংমালৈ চাই তাই মুগ্ধ যে হৈ পৰিছে সেই কথা স্বৰ্গদেৱে লক্ষ্য কৰি নথকা নহয়। কিন্তু আজলীয়ে সেই কথা লক্ষ্য কৰা নাই। কথা স্বৰ্গদেৱে বেছিঁকৈ কৈছে, কাৰংমাই মুখেৰে ওঁ, আঁ হে কৈছে। আজলীৰ পেটে পেটে হাঁহি উঠিছে। ৰজাদেৱে কেৰাহিকৈ আজলী আৰু কাৰংমাক লক্ষ্য কৰি হাতত তুলি ল'লে পানী থকা ৰূপৰ গিলাচটো।

দুঢোক মাৰি আকৌ পানীৰ বাবে হাত আগবঢ়ালে ৰজাদেৱে। কিন্তু আজলীয়ে সেই ফালে চোৱা নাই। তাই কাৰংমালৈ চাই ৰৈ আছে। ৰজাদেৱৰ কপালৰ চাল কোচ খালে। খঙেৰে চালে চমুৱা কুঁৱৰী আজলীলৈ। দূৰত কিন্তু সকলো লক্ষ্য কৰি ৰৈ আছিল তামুলীকুঁৱৰী গৰাকী। তেওঁ আজলীলৈ নৰৈ সাউৎকৈ ৰজাদেৱৰ কাষলৈ আহি ওচৰৰ সোণৰ কলহৰ পৰা পানী ঢালি দিলে। তেতিয়া আজলীৰ হুচ আহিল। তাই কি দোষ কৰিলে তেতিয়াহে উপলব্ধি কৰিব পাৰিলে। এনেয়েও ৰজাদেৱৰ মনৰ ওচৰ চাপিবলৈ সকলো কুঁৱৰীয়ে ইচ্ছা কৰে। তাতে ইজনীয়ে-সিজনীক চেৰাই কেনেকৈ ওচৰ চাপে তাৰে চেষ্টা চলিয়েই থাকে। অন্য কুঁৱৰীসকল তেনেকৈ আল ধৰিবলৈ নাহিলেও এই তামুলী কুঁৱৰী গৰাকী ৰজাদেৱৰ লগত লাগি থাকিবলৈ বিচাৰে। ৰজাদেৱেও তাইক বৰ মৰম কৰে। তায়ো আলধৰি আনন্দ পায়। স্বৰ্গদেৱে লগে লগে ক'লে।

ঃ এই মোলৈ মন নকৰিলে। তাইৰ মন নগাতহে সোমাল।

চিৰিংকৈ গ'ল কুঁৱৰীৰ বুকু। ৰজাদেৱে খং কৰা মানে গতি বিষম। তাই খৰ-ধৰকৈ যদিও আগবাঢ়ি আহিল, তেতিয়া ৰজাদেৱৰ খোৱা প্ৰায় শেষেই হ'ল। কিছু সময় পাছত স্বৰ্গদেৱ বৰঘৰত সোমালহি। চমুৱাকুঁৱৰী আজলীক মতাই পঠিয়ালে। ইফালে ৰজাদেৱৰ সখি কাৰংমা বিদায় লবলৈ ৰৈ আছিল। স্বৰ্গদেৱে চমুৱা কুঁৱৰী আজলীক ক'লে।

ঃ মোৰ কুঁৱৰী হৈ তই নগাত হে ভজিলি। তোক নগাত দিলো।

স্বৰ্গদেউৰ আদেশ শুনি সকলো সেইফালে থৰ লাগিল। চমুৱা কুঁৱৰী কান্দি-কাটি বাউলী হ'ল। স্বৰ্গদেউক বাৰে বাৰে ভৰিত ধৰি নগাক নিদিবলৈ কাকুতি-মিনতি কৰিলে। কিন্তু স্বৰ্গদেউৰ মুখৰ পৰা ওলাল যি ওলাল।

বঙহৰদেউ মোৰ পেটত আপোনাৰ বীজ আছে, বঙহৰদেউ।

অসতীৰ সজাত নাই। তই নগাত যাবই লাগিব।

তৎকালে কথাটো কাৰেঙত প্ৰচাৰ হৈ পৰিল। চমুৱাকুঁৱৰীৰ লগৰ লিগিৰী কেইজনীৰো চুলিৰ আগে জীৱ গ'ল। যদি কুঁৱৰীকে ৰজাই নগালৈ দিয়ে সিহঁতো কুঁৱৰীৰ লগত নগা চাঙলৈ যাব লাগিব। কথাষাৰ ৰাজমাওৰ কাণতো পৰিল। কিন্তু ৰজাদেৱৰ ওপৰত মাতে কেনেকৈ।

ৰজাদেৱে ইতিমধ্যে নগাৰ বুঢ়াৰজা আৰু কাৰংমাক মতাই আনি কুঁৱৰীক লৈ যাবলৈ ক'লে।

ঃ স্বৰ্গদেউ অই আমি কুঁৱৰী নিব নোৱাৰে। আমাক নেলাগে। দেও সঁচ মাইকী মানুহ আমাক নেলাগে।

বাৰে বাৰে ৰজাদেৱক কোৱাত ৰজাদেৱে খং খালে আৰু নগাক ক'লে।

ঃ তহঁতে কুঁৱৰীক নিনিলে তহঁতক হিলৈৰ আগত দি মাৰিম।

নগাই ভয় খাই নিবলৈ মান্তি হ'ল। আজলীয়ে নিজৰ ভাগ্যক ধিয়াই নগাৰ লগত যাবলৈ ওলাল। বাকী কুঁৱৰীসকলৰ দুই একে বেয়া পালেও তামুলী কুঁৱৰীকে ধৰি দুই একে আনন্দই পালে। যিমানেই হওঁক সতিনী। টোলৰ ভিতৰে বাহিৰে বু-বু বা-বা হ'বলৈ ধৰিলে। কিছুমানে দুষিলে কুঁৱৰীক। বাকীবোৰে মনে মনে ৰজাদেৱক। কুঁৱৰীৰ লগত নগাচাঙলৈ যাবলৈ অন্য নোলাল, কুঁৱৰীৰ হাত ধৰা লিগিৰী ৰূপহী কিন্তু ওলাল। তাই কুঁৱৰীৰ লগত অহা। গতিকে ৰজাঘৰৰ বতাহতকৈ কুঁৱৰীৰ সংগ তাইৰ বেছি প্ৰিয়।

স্বৰ্গদেৱে যদিও কুঁৱৰীক নগাৰ লগত দিলে তথাপি একে বস্ত্ৰই নপঠাই লগুৱা লিকচৌ বান্দীবেটীৰ সৈতেহে পঠিয়াবলৈ আদেশ দিলে। চকুৰ পানীৰে বাট নেদেখা চমুৱা কুঁৱৰীয়ে কাকো লগত নললে, ৰূপহীক লৈ দোলাত উঠি নগাৰ লগত টোলৰ পৰা ওলাই গ'ল।

নীৰৱে চাই ৰ'ল ৰজাঘৰীয়াই। ❑

# দুই

নগা চাঙত বহি চমুৱা কুঁৱৰীয়ে নিজৰ ভাগ্যক দুষিছে। আগতে আছিল ৰজাৰ কুঁৱৰী। একে নিশাতে হ'লহি নগাৰ চাঙৰ ঘৈণী। ভাগ্যৰ বাহিৰে কি হ'ব পাৰে? নগা ৰজা কাৰংমা সঁচাকৈ ধুনীয়া ডেকা। অকণমান চাপৰ হ'লেও ৰজাদেৱতকৈ ধুনীয়াহে। ডেকাটোলৈ চোৱাটোতে দোষ হ'ল তেওঁৰ। আচলতে ৰজাদেৱৰ ঈৰ্ষা হ'ল। নহ'লেনো নগাটোলৈ চাওঁতেই তেওঁক এনেদৰে খেদিব লাগেনে। ৰজাদেৱে জানো এজনী কুঁৱৰীত মজে। তেওঁৰ দেখোন এগালমান কুঁৱৰী। অ' ৰজা হ'লে বা মতা মানুহ হ'লে বহুজনী কুঁৱৰী বা ঘৈণী ৰাখিব পায়, তিৰুতা হ'লে এটালৈ অহাৰ পাছত অন্য এটালৈ চালেও জগৰ লাগে। এবাৰ বোলে আগৰজনা স্বৰ্গদেৱৰ দিনত কুঁৱৰী এগৰাকীৰ লগত ৰজাৰ ভাগিনিয়েক চোৰ পৰিল। ৰজাদেৱে প্ৰাণে নামাৰি দুয়োকে ৰাজ্যৰ বাজ কৰি দিলে। এতিয়াতো তেনে হোৱা নাই। তাইৰ অৱশ্যে এই নগা ডেকাটোক দেখি মনটো নমজাও নহয়, মজিছিল। তিৰুতাৰ মন ক'ত কেতিয়া মজে ধৰিবলৈ টান। কিন্তু সেই বুলি স্বৰ্গদেউ এনে কৰাটো অন্যায় হৈছে। তাই নগাৰ লগত কথা এষাৰো পতা নাই মাত্ৰ তালৈ চাইছিল। স্বৰ্গদেৱে সুপুৰুষ। প্ৰকাণ্ড মানুহ। তেওঁৰ তুলনাত নগাটো পাহুৱাল যদিও চুটি চাপৰ। স্বৰ্গদেৱৰ বয়স হৈছে। সেই বুলি পুৰুষ হিচাবে তেওঁ বেচ সবল হৈয়ে আছে। চমুৱা কুঁৱৰীও ওখই-পাখই বৰ এজনী। স্বৰ্গদেৱৰ লগতহে যোৰ হয়। কিন্তু কি হ'ব? তাইৰ দেহত স্বৰ্গদেৱৰ সঁচ একলা-দুকলাকৈ ডাঙৰ হৈছে। তথাপি তাই অসতী হ'ল। ৰজাঘৰৰ পৰা খেদা খালে। নগা চাঙলৈ তাইক পঠিয়াওঁতে দোলা-ঘোঁৰাৰেই অৱশ্যে পঠিয়াইছে। কিন্তু তাই ৰূপহীৰ বাদে কাকোৰেই লগত নাৰাখিলে। তাইৰ ভাগ্যৰ লগত বাকী লগুৱা লিকচৌক তাই কিয় সাঙুৰিব। তাতে তাই এতিয়া ৰজাঘৰৰ কুঁৱৰী নহয়। তাই নগাৰ ঘৰত নিজে কি পায় তাৰো নিশ্চয়তা নাই গতিকে অন্যক কি দিব?

নগা খুন্‌বাও কাৰাংমাই বুঢ়া খুন্‌বাওটোৰ সৈতে আলচ কৰি তাইক ধুনীয়া চাংঘৰ এটাকে দিছে। লগত মাত্ৰ ৰূপহী। তাইৰ গাটো দেখিয়েই সিহঁতে গম পাইছে যে তাই গা-ভাৰী মানুহ। এনেয়ে স্বৰ্গদেৱে কাৰোবাক যুদ্ধ কৰিবলৈ যোৱাৰ আগত বা যুদ্ধত জিকিলে কোনোবা গাভৰুক দিয়া নিয়ম আছে। কেতিয়াবা নিজৰ কুঁৱৰীকো

দিয়ে। অন্য কিবা কাৰণত স্বৰ্গদেৱৰ বা ৰাজ্যৰ ভাল কৰিলেও স্বৰ্গদেৱে কুঁৱৰী দিয়ে। লগুৱা লিকচৌ বান্দীবেটীবোৰে দিয়ে। নাইবা স্বৰ্গদেৱেও কেতিয়াবা অন্য ৰজাক মাৰি বা যুঁজত জিকি সন্ধিৰ বাবে অন্যৰ কুঁৱৰীক আনি নিজৰ কুঁৱৰী কৰে। স্বৰ্গদেৱে দিয়া গাভৰুকেই হওঁক বা কুঁৱৰীকেই হওঁক যাক দিয়ে সিয়েই নিজৰ পাটিৰ তিৰোতাৰ দৰেই ৰাখে। কিন্তু এই খুন্‌বাওটোৱে তাইক তেনে ব্যৱহাৰ কৰা নাই। তাইক দেওসঁচ মাইকী বুলিয়েই হওঁক বা সগৰ্ভা বুলিয়েই হওঁক গোঁসানী ৰখাদি ৰাখিছে, সেইলৈ তাইৰ কোনো চিন্তা কৰিব লগা হোৱা নাই। সি নিজৰ তিৰুতা কৰি ৰখা হ'লেও তাই আপত্তি কৰিব লগা নাছিল। দেশৰ দস্তুৰেই এইটো, যি যাক অধিকাৰ কৰিব তাৰেই তিৰুতা হ'ব লাগে সেইজনী। গতিকে তাইৰ দেহাটোৰ ওপৰত সম্পূৰ্ণ অধিকাৰ কাৰংমাৰ। কিন্তু সি সেইদৰে ভবা নাই। ভবা নাই বাকী নগা মানুহবোৰেও। সকলোৱে তাইক কুঁৱৰীৰ দৰেই ৰাখিছে।

সকলো সপোন যেন লাগে কুঁৱৰীৰ। তাই আছিল ডেবেৰা খাৰঘৰীয়া ফুকনৰ জী। তাইৰ ৰূপৰ কথা ৰাজ্যত জনাজাত। কত ডেকাই তাইলৈ হুতাহ্ কৰিছিল। কিন্তু তাই কাৰো ওচৰত মন দিয়া নাছিল। ওখ লাহি কঁকালেৰে তাইৰ চুলিকোছা কঁকালৰ তললৈকে পৰা আছিল। তাইৰ ৰূপৰ কথা কাৰোবাৰ মুখেৰে স্বৰ্গদেৱৰ কাণতে পৰিল। তাৰ পাছত দেউতাক ডেবেৰা ফুকনক স্বৰ্গদেৱে মতাই পঠিয়ালে। এনেয়ে ৰজাৰ বিষয়া তাতে স্বৰ্গদেৱে নিজে জোৱাঁই হ'ব খুজিছে যেতিয়া পিতাকে আপত্তি নকৰিলে। মাকে কিন্তু আপত্তি কৰিছিল। ৰজাদেৱৰ বয়সটো বৰ কম নহয়। ইফালে ছোৱালীৰ বয়স কম। কিন্তু ৰজাদেৱৰ আজ্ঞা পেলোৱা ডাঙৰ কথা। গতিকে আপত্তি নৰজিল। আজলীৰো আপত্তি কৰাৰ কথা নাছিল। যিমানেই নহওঁক কিয় তাই দেশৰ ৰজাৰ ৰাণী হ'ব, তাতকৈ ডাঙৰ কথা কি হ'ব পাৰে। তাই জানিছিল যে ৰজাৰ কুঁৱৰী কেইবাগৰাকীও থাকে। কিন্তু সকলো কথা ভালদৰে জনা নাছিল। ৰজাদেৱৰ লগত বিয়া খাটাং হোৱাৰ পাছত সিহঁতৰ গাঁওৰে বুঢ়ী এগৰাকীয়ে তাইক বহুত কথাই শিকাইছিল ৰজা ঘৰৰ বিষয়ে। গাভৰু কালতে বোলে তাই ৰজাৰ লিগিৰী আছিল। ৰজাঘৰৰ তলানলা তাই বুজি পায়। ৰজাদেৱে প্ৰথমতে বিয়া কৰোৱা গৰাকী বৰকুঁৱৰী। এগৰাকী পৰ্ব্বতীয়া কুঁৱৰী আৰু এগৰাকী ৰাইডঙ্গীয়া কুঁৱৰী থাকে। তাৰ বাহিৰেও থাকে চমুৱা কুঁৱৰীসকল। স্বৰ্গদেৱৰ কোনোবা লিগিৰীও ধুনীয়া হ'লে কেতিয়াবা চমুৱা কুঁৱৰী কৰি লয়। এই কুঁৱৰীবোৰৰ একোখনকৈ মেল থাকে। এই মেলবোৰ হ'ল ৰাইডংগীয়া মেল, পৰ্ব্বতীয়া মেল, নমেল, পুৰণি মেল ইত্যাদি। এই প্ৰত্যেক মেলৰে ফুকন, বৰুৱা, হাজৰিকা, শইকীয়া, বৰা আদি থাকে। কুঁৱৰীসকলে এইবোৰৰ দ্বাৰাই নিজৰ মেলৰ মাটি-বাৰী চলাইছিল আৰু গোচৰ সুধিছিল। এই মেলৰ উপাৰ্জনেৰে নিজৰ খৰচ চলায় কুঁৱৰীসকলে। তাই ৰজাদেৱৰ ঘৈণী হ'ব বুলি বুকু ফিন্দাই থাকিলেও লাহে লাহে বুজিছিল যে ৰজাদেৱ অকল তাইৰে নহয়। তাই মাত্ৰ চমুৱা কুঁৱৰীহে। তাইৰ ল'ৰাও ৰজা হ'ব

নোৱাৰে। অন্য বিষয়বাব পাব। কাৰণ ৰজা সাধাৰণতে বৰকুঁৱৰীৰ ল'ৰাহে হয়। কেতিয়াবাহে পৰ্ব্বতীয়া কুঁৱৰী বা ৰাইডংগীয়া কুঁৱৰীৰ পুতেক ৰজা হয়। ৰজাৰ যে অকল কুঁৱৰীয়েই থাকে এনে নহয়। হাতধৰা লিগিৰীৰ লগতো স্বৰ্গদেৱৰ হাটবাট চলে। আনকি হাতধৰা লিগিৰীৰ গৰ্ভত সন্তান হ'লেও ডেকাৰ মৰ্য্যাদা পায়। কোঁৱৰ হ'ব নোৱাৰে মাত্ৰ। এনেবোৰ কথাৰ বাবে সাজু হৈয়েই তাই ৰজাদেৱৰ ঘৰত সোমাইছিলগৈ।

বিয়াৰ পাছতে ৰজাদেৱে তাইক লৈয়েই কিছুদিন মজি আছিল। সতিনীৰ চকুত তাই ঈৰ্ষা দেখি আৰু গৰ্ব কৰিছিল। কিন্তু সেইয়া বেছিদিনলৈ নাথাকিল। বছৰটো নৌঘূৰোতেই স্বৰ্গদেৱে লেকাই চেতীয়াৰ জীয়েক চুক্ৰেনক আকৌ কুঁৱৰী কৰি আনিলে। তাইহে স্বৰ্গদেৱৰ লাগী হৈ পৰিল। তাৰ বাহিৰেও হাতধৰা লিগিৰী ৰহিমলা অহাৰ পৰা তাইৰ আদৰ আৰু কমিল। সোণবৰণীয়া দেহাৰে ৰহিমলা আছিল ডেৰগঞা নাচনী। স্বৰ্গদেৱৰ টোলৰ চোতালত বিহু নাচিছিল। তাৰ পাছত তাই কেতিয়ানো হাত ধৰা লিগিৰী হৈ টোলত্ত সোমাল কোনেও ততকে ধৰিব নোৱাৰিলে। তাই ৰজাদেৱৰ মন যোগাই যোগাই ৰজাদেৱৰ একেবাৰে চেনেহৰ লিগিৰী হৈ পৰিল। আচলতে স্বৰ্গদেৱৰ লাগী হৈ বেছিদিন কোনো থাকিব নোৱাৰে। সদায় নতুন নতুন নাৰীৰ আদৰ লাগে ৰজাদেৱক।

বিয়াৰ ধুমখুমীয়াতে কিছুদিন পাৰ হৈ যোৱাৰ পাছতহে তাই ৰাজ কাৰেঙৰ আওভাও পাবলৈ আৰম্ভ কৰিছিল। ৰজাৰ কুঁৱৰী হৈ কিছুমান বিশেষ নিয়মৰ মাজত থাকিব লাগে। দেউতাকে ভাৰে-ভেটীয়ে-যৌতুকে তাইক কাৰেঙত থৈ অহা দিনৰ পৰা ঘৰৰ মানুহ বুলিবলৈ তাই কাকো দেখাই পোৱা নাই। কাৰেঙৰ মানুহবোৰকে লাহে লাহে আপোন কৰি লৈছে তাই। কাৰেঙৰ ভিতৰতো অলেখ মেৰপেচ। তাই যিটো আন্তৰিকতা আৰু আগ্ৰহেৰে কাৰেঙত সোমাইছিল সেই আগ্ৰহ আৰু আন্তৰিকতা কিন্তু ৰজাঘৰত কাৰো নাছিল। ৰাজমাৱে নতুন কুঁৱৰীক আদৰিব লাগে কাৰণেই আদৰি লৈছে। তেওঁ যেন নিৰ্বিকাৰ। প্ৰকৃততে বহুত দেখি দেখি, শুনি-শুনি তেওঁ আচলতে প্ৰতিক্ৰিয়া প্ৰকাশ কৰিবলৈ যেন পাহৰিয়েই গৈছে। লাহে লাহে তাই বুজি উঠিল যে এই কাৰেংবোৰ সিহঁতৰ ঘৰবোৰৰ দৰে নহয়। চাৰিওফালে বতাহত যেন অহৰহ এক ষড়যন্ত্ৰৰ গোন্ধ। কোনেও যেন কাকো বিশ্বাস নকৰে। কোন সময়ত কোন স্বৰ্গদেউৰ বোধৰ বলি হ'ব লাগে তাৰ কোনো নিশ্চয়তা নাই। চাৰিওফালে যেন ৰাজনীতিৰ মেৰপাক। সকলো সৰু সৰু দলত বিভক্ত। সকলোৱে এটাই চেষ্টা, কেনেকৈ স্বৰ্গদেউৰ কাষত মানুহহৈ থাকিব পাৰি। অৱশ্যে ন-কুঁৱৰীৰ লগত মজি থাকিলেও স্বৰ্গদেউ মাজে মাজে দুই এনিশা বৰকুঁৱৰীৰ কাষলৈও যায়। সেই দিনকেইটা বৰ কষ্টকৰ হৈ উঠে চমুৱা কুঁৱৰীৰ বাবে। তেতিয়াহে তাই উপলব্ধি কৰিছিল সতিনীৰ জ্বালা কি ? সকলো ভগাই খোৱা সহজ কিন্তু নিজৰ স্বামীক কেনেকৈ ভগাব? কিন্তু সেয়াই কৰিব লাগে নাৰীয়ে। বিশেষকৈ ক্ষমতাশালী সকলে এজনী স্ত্ৰীতে সন্তুষ্ট নাথাকে। বহুত ৰমণীৰ দেহৰ

তাইৰ কাৰণে লাহে লাহে সকলো সহজ হৈ আহিছিল। ৰাজ কাৰেঙৰ আওভাও বুজি পোৱা হৈছিল। কিন্তু ৰজাদেৱৰ লাহে লাহে তাইৰ কাষৰ পৰা যেন আঁতৰি গৈছিল। তাইৰ বিশ্বাসী লিগিৰী ৰূপহীৰ সহায়ত তাই সকলো খবৰ লৈ আছিল। তাইৰ লগতে মন্ত্ৰণাও কৰিছিল। এটাই মাত্ৰ চিন্তা স্বৰ্গদেউক কেনেকৈ হাতত ৰাখিব পাৰি।

কিন্তু হঠাৎ যেন সকলো ওলট-পালট হৈ গ'ল। কুঁৱৰী গুচি একেকোবে নগাৰ চাঙত উঠিবহি লগা হ'ল। অৱশ্যে এই নগা মানুহবোৰৰ মনত তাই দেৱী। ৰজাদেৱে যিটো চিন্তাৰে তাইক ইহঁতৰ লগত খেদিলে সেই ধৰণৰ চিন্তা এই সৰল মানুহখিনিৰ মনত নাই।

এটা দীঘল হুমুনিয়াহ ওলাই আহিল চমুৱাকুঁৱৰীৰ। গাত কঢ়িয়াই লৈ ফুৰা ৰজাৰ সঁচ থকা পেটটোলৈ চালে তাই। চকুৰেদি পানী বৈ আহিল চমুৱা কুঁৱৰীৰ।❑

# তিনি

অন্ধকাৰ হোৱালৈকে বাট চাই আছিল ডেবেৰা খাৰঘৰীয়া ফুকনে। কাৰণ ৰজাঘৰৰ তেওঁ এতিয়াও বাব খাই আছে। তাতকৈ ডাঙৰ কথা ৰজাই খেদি পঠোৱা চমুৱা কুঁৱৰীৰ তেওঁ পিতাক। তাতে তেওঁ এনে এজন মানুহৰ ওচৰলৈ আহিছে যি ৰজাৰ প্ৰতি পেটে পেটে আক্ৰোশ পুহি ৰাখিছে বুলি সকলোৰে জ্ঞাত। খুনলুঙ্গ বুঢ়াগোঁহাইৰ ঘৰৰ পদূলিমুখৰ্ত থিয় হৈ চাৰিওফালে চালে ফুকনে। নাই কোনো নাই। দীঘল পদূলিৰে ধৰটোৰ ফালে চালে। নিমাওমাও ঘৰ। দীঘল বাটটোৰ দুয়োকাষে কাকিনী তামোলৰ গছ। পদূলিমুখতে দুফালে দুজোপা নাহৰ। মাজৰ বাটটোৰ দুয়োকাষে ডাঙৰ চাৰিখন বাৰী। কি গছ নাই বুঢ়াগোঁহাইৰ বাৰীত। এইখন আগবাৰী। এতিয়া নিমাওমাও ঘৰখন দেখি ফুকনৰ এটা হুমুনিয়াহ ওলাই আহিল। এটা সময়ত ৰাজমন্ত্ৰী হৈ থাকোতে কি আছিল ঘৰখন, এতিয়া কি হ'ল। সঁচাকৈয়ে ভাগ্য। অৱশ্যে বুঢ়াগোঁহাইৰ ক্ষেত্ৰত অকল ভাগ্যই নহয়, কৰ্মও জড়িত হৈ আছে। আগৰ জনা স্বৰ্গদেউক বধ কৰাৰ চক্ৰান্তৰ লগত জড়িত তেওঁ। গতিকে এইজন ৰজা ৰাজপাটত উঠিয়েই তেওঁক মন্ত্ৰী পদৰ পৰা আঁতৰালে। অৱশ্যে এইজন ৰজাক ৰজা পতাৰ ইচ্ছা বুঢ়াগোঁহাইৰ নাছিল। তেওঁ আগতেই জানিছিল যে পিতৃ-বৈৰীক নতুন ৰজাদেৱে কেতিয়াও প্ৰধানমন্ত্ৰীৰ পদত নাৰাখে। এই ৰজাৰ ওপৰত খৰ্গহস্ত হৈ আছে বুঢ়াগোঁহাই ডাঙৰীয়া। সুবিধা পোৱা নাই। সুবিধা পালেই কোনদিনা ৰজাক শিঙৰীঘৰৰ পৰা নমায় ঠিক নাই।

সৰু কথা এটাৰ পৰা লাগিয়েই আগৰজনা স্বৰ্গদেউ ঘাটকৰ হাতত প্ৰাণ দিলে। আচলতে লানতৰুন্‌বান্ নামৰ এটা আহোমে ৰাজভঁৰালৰ ধান চুৰকৈ খালে। ৰজাদেৱে চোৰ পাই তাক এশ ৰূপ ডাঁৰিলে। এই কথা লৈ ৰজাদেউৰ ওপৰত পেটে পেটে তাৰ খং আছিল। ইফালে খুন্‌লুংগ বুঢ়াগোঁহাইৰ ৰজাদেৱৰ ওপৰত পেটে পেটে অনীহা হৈ আছিল। অনীহা হোৱাৰ কাৰণ কেইবাটাও। প্ৰথম কথা হ'ল কছাৰীৰ সৈতে যুঁজ। এবছৰমান আগতে এবাৰ চ'তৰ মাহত কছাৰীয়ে টুংচুত ৰণ ধৰিলেহি। এই কথা শুনি চেলাওচেঙ নেওগক টুংচুত গড় বান্ধিবলৈ ক'লে। লগতে ডা-ডাঙৰীয়া সমন্বিতে খুন্‌লুঙ বুঢ়াগোঁহাইক চাওপ্লেংলুক আৰু প্লায়লুং নামে দুটা হাতী দি ৰণলৈ পঠিয়াছিল। কিন্তু কছাৰীয়ে গড়ৰ কাষেৰে আহি ৰণত ধৰিলেহি। ৰণত বুঢ়াগোঁহাই হাৰিল। দিখৌ

নৈ সাঁতুৰি কোনোমতে জীৱটো ৰক্ষা কৰিলে। এই কথাত ৰজাদেৱে তেওঁক ককৰ্থনা কৰিলে। তাতেই বুঢ়াগোঁহাইৰ ৰজাদেৱৰ প্ৰতি অসূৱা জাগিল। ৰজাদেৱে কছাৰীক এজনী তিৰোতা আৰু বন্দী দহটা দি প্ৰীতি কৰিলে।

তাৰ পাছত খুন্‌লুঙ্গ বুঢ়াগোঁহায়ে লান্‌তৰুন্‌বানক মনে মনে ৰজাদেৱক বধিবৰ বাবে উচতাবলৈ ধৰিলে। তাৰ বাহিৰেও ৰজাদেৱৰ লগত বিভিন্ন কথাত বুঢ়াগোঁহাইৰ মতৰ অমিল হ'ল। .াতে-পাঁচে মিলি ষড়যন্ত্ৰ কৰি ১৪১৫ শকত মাচাঙৰ চোঁচ সলাবৰ বাবে অন্য লোকৰ লগত লান্‌তৰুন্‌বানো গ'ল। বাহৰ চুঙাত যাঁঠি সুমুৱাই আনি ৰজাদেৱক খুঁ. মাৰিলে।

তাৰ পাছত ঘটনাই বেলেগফালে গতি কৰিলে। ৰজাদেৱক বধ কৰি খুনলুঙ্গে ভাবিছিল যে তেওঁৰ কথামতে চলা এজনক ৰাজপাটত বহুৱাব। কিন্তু ৰজাৰ বৰপুত্ৰ চুপিমফাক ৰজা পাতিলে বাকী ডা-ডাঙৰীয়াসকলে। আপত্তি কৰিছিল খুনলুঙ্গে কিন্তু বাকী ডাঙৰীয়াসকল খুনলুঙ্গৰ কথাত মান্তি নহ'ল। ৰজা হৈয়েই চুপিম্‌ফাই প্ৰথম পিতৃহন্তাক শেষ কৰো বুলি লানতৰুন্‌বানক সপৰিয়ালে শূলত দি মৰোৱালে। লান্‌তৰুৱাণৰ মুখৰ পৰাই ৰজাদেৱে শুনিলে যে এই ষড়যন্ত্ৰৰ গুৰিত খুনলুঙ্গ বুঢাগোঁহাই কিন্তু ৰাজমন্ত্ৰীক হঠাৎ দণ্ড দিয়াও সহজ কথা নহয়। গতিকে অন্য মন্ত্ৰী ডাঙৰীয়াৰ সৈতে আলচ কৰি তেওঁক ৰাজমন্ত্ৰী বুঢ়াগোঁহাই পদৰ পৰা আঁতৰাই নাগিনী কুঁৱৰীৰ ল'ৰা চুংলুঙক আনি খুনলুঙ খামপেঙ নাম দি বুঢ়াগোঁহাই পাতিলে। সেই নাগিনী কুঁৱৰীৰো আকৌ এক কাহিনী। তেওঁ আগতে চুহেন্‌ফা স্বৰ্গদেউৰ কুঁৱৰী আছিল। এদিন ৰজাদেউৰ সম্বন্ধৰে লাঙিপুঙ্ নামৰ মানুহ এটা কুঁৱৰীত চোৰ পৰিল। ৰজাদেৱে দুয়োকে প্ৰাণে নামাৰি লঙ্কালৈ খেদিলে। তেওঁলোকৰে বৰ চালাক চতুৰ ল'ৰা চুংলুঙ।

ঃ ৰাজশহুৰ এই সময়ত আমাৰ পঁজাত?

কি বাৰ্তা লৈ বা আহিল।

খুনলুঙ্গ বুঢ়াগোঁহাইৰ কথাত উচপ খাই উঠিল ডেবেৰা খাৰঘৰীয়া ফুকন। কোন সময়তনো তেওঁ আহি বুঢ়াগোঁহাইৰ চ'ৰাঘৰ পাইছিলহি তাৰ গুচেই নাছিল। অতীতৰ মাজতে বিচৰণ কৰিছিল। আঠুকাঢ়ি মূৰ দোৱালে ডেবেৰাই।

ঃ এতিয়া আমি ভগামন্ত্ৰী। সাধাৰণ প্ৰজা। চমুৱা বিষয়াই আঠু লব নালাগে তাতে ৰজাদেৱৰ শহুৰ।

ঃ ডাঙৰীয়াই হবপায় আমাৰ দুৰ্যোগ শুনা নাই।

ঃ ইকাণ সিকাণ সহস্ৰকাণ। শুনিছো। বিশ্বাস হোৱা নাছিল। স্বৰ্গদেউৰ ইচ্ছা। আমি কি কম?

ঃ এইয়া অন্যায়।

ঃ ন্যায়-অন্যায় বিচাৰ কৰাৰ গৰাকী আমি নহয় ফুকন।

ঃ দেৱে আগতে এবাৰ বিচাৰ কৰি থৈছে বাবে এইবাৰো শৰণ লৈছো।

চমুৱাকুঁৱৰীক খেদি পঠোৱাৰ বাবে জ্বলি আছিল ডেবেৰা। ইফালে ৰজাৰ পিতৃ হত্যাৰ প্ৰধান ষড়যন্ত্ৰকাৰী বুঢ়াগোঁহায়ো মন্ত্ৰীপদৰ পৰা ভঙা বাবে ৰজাৰ ওপৰত বিতুষ্ট হৈ আছিল। দুয়ো লগ লাগি ৰজাৰ বিপক্ষে আলচ কৰিবলৈ ধৰিলে।

ঃ ফুকনে পাছত জোঁৱাই বুলি হোঁহকা মাৰে জানোচা?

ঃ সইত সইত তিনিসইত। শদিয়াৰ কেচাইখাটি গোঁসানীৰ শপত। আমি জোঁৱাইৰ মৃত্যু বিচাৰিছো। অকলে সাহস কৰিব নোৱাৰো, শক্তি নাই।

কিছু সময় চিন্তা কৰিলে বুঢ়াগোঁহায়ে। তাৰ পিছত ক'লে।

ঃ এটা এটা কৰি মানুহ গোটাব লাগিব। ৰজাদেৱৰ প্ৰতি অনীহা কৰা মানুহ। গোপনে, অতি গোপনে কৰিব লাগিব এই কাম।

ডেবেৰাই ভাবিলে, ঠিকেই কৈছে বুঢ়াগোঁহায়ে। আগৰ বাৰৰ অভিজ্ঞতাই তেওঁক নতুন কথা শিকাইছে। আগৰবাৰ তেওঁ ভাবিছিল যে ৰজাদেৱক হত্যা কৰি নিজৰে পচগুৰ ৰজা বহুৱাব। কিন্তু কাৰ্য্যক্ষেত্ৰত সেইয়া হৈ নুঠিল। ৰজাদেৱক হত্যা কৰাৰ পাছত কেইবাজনো ডাঙৰীয়া মিল হ'ল। নতুন ৰজা পাতিলে। বুঢ়াগোঁহাইৰ ইচ্ছাই কাম নিসিজিল। ইতিমধ্যে জনাজনি হৈ গৈছিল যে ৰজা হত্যাৰ ষড়যন্ত্ৰৰ আচল নায়ক বুঢ়াগোঁহাই। আপত্তি নকৰা নহয় বুঢ়াগোঁহায়ে। কিন্তু বাকী ডাঙৰীয়াৰ বিপক্ষে মাতিবলৈ তেওঁ সাহস নকৰিলে। হাজাৰ হ'লেও তেওঁৰ মনত ৰজা হত্যাৰ পাপ আছিল। ৰজাক হত্যা কৰা লান্তৰুন্বানক সপৰিয়ালেতো বধিলেই। গতিকে এইবোৰ কামত গোপনে নালাগিলে প্ৰাণ যোৱাৰ ভয়।

ঃ ৰজাদেৱৰ প্ৰতি আক্ৰোশ নথকা মানুহ লব নালাগে। অতি গোপনে হত্যা কৰিব লাগিব। যাতে কাৰো সন্দেহ নহয়। কোন ডা-ডাঙৰীয়া আমাৰ ফালে আছে বজাই চাব লাগিব। সেইয়া আমাৰ দ্বাৰা সম্ভৱ নহ'ব।

ঃ সেইয়া আমি কৰিম দেৱ। আপুনি মাত্ৰ পৰামৰ্শ দিব। বুকুৰ এই জুইকুৰা নুমাবলৈ ৰজাৰ তেজৰ আহুতি দিবই লাগিব।

লাহে লাহে বুঢ়াগোঁহাইৰ ঘৰৰ পৰা ওলাই ডেবেৰা অন্ধকাৰত মিলি গ'ল। ❑

# চাৰি

চুমুৰা কুঁৱৰীৰ যন্ত্ৰণাকাতৰ মুখখনলৈ চাই আছে ৰূপহীয়ে। তাই সহ্য কৰিব পৰা নাই এই যন্ত্ৰণা। কুঁৱৰীয়ে ৰজাদেৱৰ সন্তান প্ৰসৱ কৰিবলৈ ওলাইছে। নগা চাঙৰ ঢাৰিৰ ওপৰত প্ৰসৱ যন্ত্ৰণাত চটফটাই থকাটো কেনেকুৱা হৃদয় বিদাৰক তাক মাত্ৰ ৰূপহীয়েহে বুজি পাইছে। ৰূপহী, চুমুৰা কুঁৱৰীৰ গা-ধৰা লিগিৰী আছিল। বিয়াৰ পাছত লগত অহা লিগিৰী তাই। নগা চাঙলৈ খেদি দিওঁতেও তাই লগতে আহিছে। স্বৰ্গদেৱে যদিও তাইক নগাত দিলে তথাপি কুঁৱৰীৰ মৰ্যাদাৰে বিদায় দিছে। লগত হাতধৰা লিগিৰীজনীকো দিছে, বাকীবোৰক কুঁৱৰীয়েহে নাৰাখিলে।

কুঁৱৰী থকা চাঙৰ বাহিৰত নগাবোৰৰ কেইবাটাও ডেকা-বুঢ়া কিবা আলোচনা কৰাত ব্যস্ত। ৰূপহীয়ে বুজিছে, যে এইয়া কুঁৱৰীৰ কথা আলোচনা কৰি আছে তেওঁলোকে। ৰজাৰ কুঁৱৰী যেতিয়া ৰাণীৰ দৰেই ৰাখিছে তেওঁক নগাবোৰে। আহল-বহল চাঙঘৰ এটাত প্ৰয়োজনীয় সকলোবোৰ যোগান ধৰিছে। এতিয়া ৰাণীৰ সন্তান জন্মক লৈয়ো চিন্তিত তেওঁলোক। তেওঁলোকৰ কাৰ্যকলাপ লক্ষ্য কৰি আছে ৰূপহীয়ে। আকৌ যন্ত্ৰণাত চিঞৰি উঠিল কুঁৱৰী। যন্ত্ৰণাৰ চিঞৰ বোধকৰো নগা দলটোৱেও শুনিলে। এইবাৰ বয়োজ্যেষ্ঠ নগা এটা ওচৰৰ চাঙ এখনলৈ গ'ল। তাৰ পিছত চাঙ ঘৰৰ পৰা বুঢ়ী নাগিনী এজনীও নামি আহিল। দোৱানতে ওচৰৰ চাঙঘৰ কেইটালৈ চাই কিবাকিবি চিঞৰিলে। লগে লগে আৰু তিনিজনী মানুহ চাঙঘৰৰ পৰা ওলাই আহিল। আটাইকেইজনী ওলাই আহি কুঁৱৰীৰ চাঙঘৰলৈ উঠি আহিল। নিজৰ ভিতৰতে কথা পাতি তিনিওজনীয়ে কুঁৱৰীক বেচ ভালদৰে পৰীক্ষা কৰিলে। তাৰ পিছত আলোচনা কৰি সিহঁতৰ ভাষাতে ৰূপহীক কিবা ক'লে। ৰূপহীয়ে একো নুবুজিলে যদিও এইটো বুজিলে যে কুঁৱৰীৰ সন্তান প্ৰসৱৰ সময় হৈছে। তাৰ পিছত কুঁৱৰীক সিহঁতৰ হাতত এৰি ৰূপহী অন্য এটা কোঠালিলৈ গ'ল। বুঢ়ীকেইজনীৰ এজনীয়ে লগে লগে অন্য এখন চাঙলৈ গৈ কিবা কিবি বস্তু যোগাৰ কৰি আনিলে।

বহুত পৰ কুঁৱৰী যন্ত্ৰণাত চটফটাই থাকিল আৰু বুঢ়ীকেইজনীয়েও কুঁৱৰীৰ লগতে লাগি থাকিল। ৰূপহীয়ে মনে মনে চোমদেউ আৰু দেৱ-দেৱীসকলৰ নাম লবলৈ ধৰিলে। তাইৰ চকুৰে পানী বৈ আহিল। যিজনী ছোৱালীয়ে জীৱনত কষ্ট কি

বুজি নাপালে তাই ৰজাৰ ঘৈণী হৈ আজি নগাচাঙত ৰজাৰ সন্তান প্ৰসৱ কৰিব লগা হৈছে। এইয়াই ভাগ্য।

হঠাৎ কেঁচুৱাৰ কান্দোনৰ শব্দ শুনি জাপ মাৰি উঠিল ৰূপহী। তাই কুঁৱৰীৰ কোঠাৰ ফালে দৌৰি গ'ল। এজনী বুঢ়ী নাগিনীয়ে তাইক বাধা দিলে। ইংগিতেৰে কিছুসময় অপেক্ষা কৰিবলৈ ক'লে। লগে লগে তাই চিঞৰি তলত থকা নগাবোৰক কিবা এটা ক'লে। লগে লগে সেইবোৰেও উল্লাসতে চিঞৰি উঠিল। চাৰিওফালে এটা আনন্দৰ ঢৌ বাগৰি গ'ল। নগা চাঙবোৰত নিজে নিজেই বিভিন্ন বাদ্যযন্ত্ৰ বাজি উঠিল। সকলোফালে এক আনন্দৰ খবৰ। দেশৰ ৰজাৰ বংশধৰৰ জন্ম হৈছে, তাকো নগাচাঙত। তাতকৈ আনন্দৰ কথা কি হ'ব পাৰে। হঠাৎ ৰূপহীৰ চকু পৰিল কাৰংমা নামৰ নগা ডেকাটোলৈ। উদাস দৃষ্টিৰে আকাশৰ ফালে চাই আছে সি। তাৰ চকুত দুটোপাল পানী যেন জিলিকি আছে। তালৈ চোৱা বাবে স্বৰ্গদেৱে কুঁৱৰীক খেদিলে। সি ৰজাৰ ঘৈণীক কেনেকৈ গ্ৰহণ কৰিব। সিহঁতৰ বাবে পূজ্য এই গৰাকী মানুহ। দেৱীৰ দৰে ৰাখিছে, পূজিছে। চমুৱা কুঁৱৰী সাংঘাতিকভাৱে ৰূপৱতী। যিকোনো পুৰুষকে আকৰ্ষণ কৰিব পৰা ক্ষমতা আছে তেওঁৰ। কিন্তু স্বৰ্গদেৱে ত্যাগ কৰি কাৰংমাক দিয়াৰ পাছতো এবাৰো সি হাবিয়াস কৰা নাই কুঁৱৰীলৈ। কোনো বাধাও নাই তাৰ বাবে কুঁৱৰীক নিজৰ কৰাৰ। ডেকা ল'ৰা কাৰংমাৰ এজনী ঘৈণীয়েক আছে। কেঁচুৱা এটাও আছে। কিন্তু দুজনী বা তিনিজনী ঘৈণীয়েক থকাটো একো ডাঙৰ কথা নহয়। কিমান সৰল এই মানুহবোৰৰ মন। তাইৰ যেন কিবা এটা মৰম লাগি গ'ল নগা ডেকাটোলৈ। বুকুৰ মাজৰ ক'ৰবাত মৰম উথলি উঠিল। কিন্তু স্বৰ্গদেউ ? কিমান কুটিল মনৰ মানুহ এই স্বৰ্গদেউ। কুঁৱৰীয়ে নগা ডেকাটোক চালে বুলিয়েই, তাতে কি এনে জগৰ হ'ল? নিজেই বিয়া কৰাব চাৰি-পাঁচজনী। তথাপি নাটে। আকৌ হাত-ধৰা লিগিৰী কেইজনীৰ ফালৰো দুটামান নুফুকালে নহয়।

উচপ খাই উঠিল তাই। কেঁচুৱাটোৱে কান্দিছে। বুঢ়ীকেইজনীয়েও সিহঁতৰ দোৱানতে কিবা কিবি কৈছে। পৰিৱেশটো বৰ ভাল নালাগিল ৰূপহীৰ। কুঁৱৰী থকা কোঠালিটোলৈ তাই সোমাই গ'ল। মাটিত নগা ঢাৰিৰ ওপৰতে পৰি আছে কুঁৱৰী। কেঁচুৱাটো এজনী নাগিনীৰ কোলাত। বগা নগা চেলেং এখনেৰে মেৰিয়াই থোৱা আছে কেঁচুৱাটো। ল'ৰা নে ছোৱালী গমেই পোৱা নাই ৰূপহীয়ে। লাহে লাহে তাই কেঁচুৱাটোৰ ফালে আগবাঢ়িল। লাহেকৈ কাপোৰখন আঁতৰাই চালে। ল'ৰা, মনটো তাইৰ ভাল লাগি গ'ল। এই অভিশপ্ত কুঁৱৰীৰ গৰ্ভত ছোৱালী সন্তান জন্ম হৈ কি হ'বি? ৰজাৰ ঘৰত হোৱা হ'লে কথা বেলেগ আছিল। কেঁচুৱাটো ৰূপহীৰ হাতত তুলি দিলে নাগিনীজনীয়ে। এক নাম নজনা শোকে খুন্দা মাৰি ধৰিলে ৰূপহীৰ বুকুখন। চমুৱা কুঁৱৰীৰ মাকৰ মুখখন মনত পৰিল তাইৰ। কিমান আশাৰে বৈ আছিল তেওঁ নাতিৰ মুখ চাবলৈ। কিন্তু নগা চাঙত এইয়া জন্ম হ'ল তেওঁৰ নাতিৰ। বৰ সাদৰী আছিল

মানুহজনী। অনবৰতে মুখৰ পৰা হাঁহি নুগুছেই। কিন্তু এতিয়া চাগৈ কি গতি হৈছে। না তেওঁ নগা চাঙলৈ আহিব পাৰে না নাতি দেখুৱাবলৈ নিব পাৰি।

বৰ ধুনীয়া ল'ৰাটো। চকু দুটা উজ্জ্বল। গাটো ৰঙা-বগা। হাত-ভৰিবোৰ পাহুৱাল। এসময়ত হয়তো সি বৰ ডাঙৰ বীৰ হ'ব, ভাবিলে ৰূপহীয়ে।

হঠাৎ কুঁৱৰীৰ মুখৰ কেকনিৰ শব্দত ৰূপহীয়ে কুঁৱৰীলৈ চালে। কুঁৱৰীৰ যে অশেষ কষ্ট হৈছে তাই বুজিলে। কি কৰিব লাগে, কি কৰিব নালাগে তাই বুজিব নোৱাৰিলে। তথাপি তাই নাগিনী কেইজনীক ক'লে, কুঁৱৰীৰ কষ্টৰ কথা। সিহঁতৰে এজনীয়ে ভঙা ভঙা অসমীয়াতে ক'লে যে কোনোবা এটা বেজ আনিবলৈ গৈছে। হঠাৎ কুঁৱৰীয়ে চকু মেলিলে। ৰূপহীলৈ চালে। ইংগিতেৰে ওচৰলৈ মাতিলে। কোলাত কেঁচুৱাটো লৈয়ে কুঁৱৰীৰ ওচৰ চাপি গ'ল তাই। কুঁৱৰীয়ে কিবা এটা কোৱাৰ চেষ্টা কৰিলে। মুখৰ কথা স্পষ্ট নহ'ল। দুৰ্বল হাতখনেৰে ৰূপহীৰ হাতখন কেঁচুৱাটোৰ গাত লগালে। কেঁচুৱাটোৱে দুখন হাতৰ হেঁচা সহ্য কৰিব নোৱাৰি কান্দি উঠিল। মুখৰ ভিতৰতে কুঁৱৰীয়ে কিবা ক'লে। দুইটা চকুৰে দুধাৰি চকুপানী ওলাই আহিল। তাৰ পিছত কিবা কৈ থাকোতেই হঠাৎ চকু দুটা লুটি খাই গ'ল। মুখখন বেকা হৈ গ'ল আৰু হাতখন কেঁচুৱাটোৰ গাৰ পৰা খহি পৰিল। ৰূপহীৰ মনটো এক অজান আশংকাত কঁপি উঠি মুখেৰে এটা বিকট চিএৰ ওলাল।

ঃ আইচু দেউতা।

তাইৰ চিএৰত নাগিনীকেইজনীও ব্যস্ত হৈ পৰিল। সকলো ওচৰ চাপি আহিল, কুঁৱৰীলৈ চালে। তাৰ পিছত ইজনী সিজনীলৈ। এজনী বাহিৰলৈ ওলাই গৈ দোৱানতে কিবা চিএৰিলে। লগে লগে আনন্দ কৰি থকা মানুহবোৰ জঁয় পৰি গ'ল।

ৰূপহীৰ বুজিবলৈ বাকি নাথাকিল যে কুঁৱৰী আৰু নাই। কেঁচুৱাটো বুকুত সাৱটি হাও হাওকৈ কান্দি উঠিল ৰূপহী। লগতে কেঁচুৱাটোৱেও। ❑

# পাঁচ

বাগৰি অহা বতৰাৰে গম পাইছে ডেবেৰা খাৰঘৰীয়া ফুকনে যে চমুৱাকুঁৱৰী, তেওঁৰ মৰমৰ জীয়াৰী আজলীৰ মৃত্যু হৈছে। এটা ল'ৰা সন্তান প্ৰসৱ কৰিছে বুলিও গম পাইছে। কিন্তু ৰজাৰ বিপক্ষে যোৱাৰ সাহস তেওঁৰ নাই। নগাৰ চাঙলৈ তেওঁ যাবও নোৱাৰে কাৰণ ৰজা বৰ একাচেকা। ক'ত জগৰ ধৰে ঠিক নাই। আজলীৰ মাকৰ চকুৰ পানীয়ে তেওঁৰ হৃদয় আৰু কঠিন কৰি তুলিছে। তেওঁৰ নাতি আজি ৰজাৰ কোঁৱৰ হ'ব লাগিছিল। এতিয়া হ'লগৈ চাঙৰ নগা। কুঁৱৰী যেতিয়া মৰিলেই আৰু একো সম্পৰ্ক নাই ৰজাৰ লগত। ৰজাক বধ কৰিবই লাগিব। যেনে তেনে ষড়যন্ত্ৰ কৰি। তেওঁ তাৰো ব্যৱস্থা কৰিছে। চমুৱা কুঁৱৰীৰ লগত তিনিজনী লিগিৰী পঠিয়াইছিল। আৰু দুটা লগুৱা। ৰজাৰ ঘৰত সিহঁত ৰৈ গ'ল। মাত্ৰ ৰূপহীহে কুঁৱৰীৰ লগত নগা চাঙলৈ গ'ল। গতিকে বুঢ়াগোঁহাইৰ লগত কৰা আলোচনা মৰ্মে তেওঁ ৰজা ঘৰত থকা লগুৱা পুহাইক খবৰ দিয়াই মতাই পঠাইছে। পুহাই তেওঁৰ ঘৰতে ডাঙৰ হোৱা লগুৱা। অত্যন্ত বিশ্বাসী। চমুৱা কুঁৱৰীক ৰজাই খেদি দিয়াৰ বাবে মনত তাৰ বৰ দুখ। কিন্তু সাৱধানে আগ নাবাঢ়িলে বিপদ হ'ব পাৰে।

বুঢ়াগোঁহাইয়েও ৰজাক বধ কৰোৱাৰ চেষ্টা অব্যাহত ৰাখিছে। মন্ত্ৰী কিংলুঙ বুঢ়াগোঁহাইৰ সম্পৰ্কীয়ও। কিংলুঙৰ লগতো যে মনে মনে ষড়যন্ত্ৰ কৰিছে এইটো ঠিক। স্বৰ্গদেৱে পিতাকৰ মৃত্যুৰ বাবে বুঢ়াগোঁহাইক মন্ত্ৰী পদৰ পৰা আঁতৰোৱাৰ বাদেও সন্দেহত থকা বহুতক শাস্তি দিয়েই আছে। লান্তৰুন্‌বান, পুতেক আওফ্ৰং আৰু খুনতাওক চেপি মাৰিলে, বাকী চাৰিঘৰ চমুৱাক কছাৰীৰ ৰাজ্যলৈ খেদিলে। কাৰোবাক বা উগ্ৰ শাস্তি দিলে। এনে এটা অৱস্থা ৰাজ্যত চলিছে যে কোনোবাই যদি কাৰোবাক শত্ৰুতা কৰে কেনেবাকৈ স্বৰ্গদেউৰ কাণত পেলালেই হ'ল যে তেওঁ পিতাকৰ হত্যাৰ ষড়যন্ত্ৰত চামিল আছিল। লগে লগেই তাৰ শাস্তি। ষড়যন্ত্ৰত চামিল থকাৰ প্ৰমাণ কৰা সহজ কথা। কিন্তু নিজকে ৰজাৰ আগত নিৰ্দোষী বুলি প্ৰমাণ কৰাহে কঠিন। গতিকে কিমান মানুহে সঁচাই-মিচাই শাস্তি খাইছে তাৰ ঠিকনা নাই। চাৰিওফালে যেন এটা অৰাজক অৱস্থা। এই কথালৈ প্ৰধানমন্ত্ৰী বুঢ়াগোঁহায়ে এদিন মন্ত্ৰণা কক্ষত স্বৰ্গদেউক ক'লে।

ঃ স্বৰ্গদেউ ঈশ্বৰ, কথা এটা কওঁ।

ঃ কোৱা হওঁক ডাঙৰীয়া।

ঃ স্বৰ্গদেউ ঈশ্বৰ আমাৰ কালজনা স্বৰ্গদেউ হত্যাকাৰীক দণ্ড দিয়া হ'ল আৰু বাকী লগৰীয়াবোৰকো দণ্ড দিয়া হৈছে। কিন্তু এতিয়াও এই প্ৰক্ৰিয়া চলি থাকিলে প্ৰজাৰ অমংগল হ'ব যেন পাও।

ঃ ডাঙৰীয়াৰো কোনোবা বঙহৰ মানুহ পৰে বুলি শংকা হৈছেবা?

ঃ তেনে শংকা নাই স্বৰ্গদেউ। আমি মন্ত্ৰী। স্বৰ্গদেউক সজ মন্ত্ৰণা দিয়াই আমাৰ কৰ্তব্য।

ঃ সজ-অসজৰ বিচাৰ কৰিব পৰা বুদ্ধি আমাৰ আছে ডাঙৰীয়া।

সেইয়াই আছিল শেষ আলোচনা। তাৰ পাছতো ক্ষান্ত নহ'ল স্বৰ্গদেউ। কাৰোবাৰ কাৰোবাৰ কথা মতে শাস্তি পৰ্ব চলিয়েই থাকিল। প্ৰকৃততে স্বৰ্গদেৱে ভাবিছিল যে এনেদৰে ষড়যন্ত্ৰকাৰীক শাস্তি দিলে আগলৈ কোনেও ৰজাৰ বিপক্ষে ষড়যন্ত্ৰ নকৰিব। কিন্তু যে হিতে বিপৰীত হৈছে গম পোৱা নাই স্বৰ্গদেৱে।

ইফালে খুনলুং বুঢ়াগোঁহাইৰ ঘৰত নিশা নিশা মন্ত্ৰণা চলিয়েই আছে। স্বৰ্গদেউৰ অত্যাচাৰত অতিষ্ঠ হোৱা মানুহ এটা এটাকৈ বাঢ়িছেহে। অনবৰতে ডেবেৰাৰ শংকা কিন্তু আছেই স্বৰ্গদেৱে গম পাব বুলি। ইফালে খুনলুঙ বুঢ়াগোঁহাইৰ দল অলপ শকত হ'লেই খাৰঘৰীয়া ফুকনে তেওঁৰ কাম আৰম্ভ কৰিব। ৰজা ভঙা-পতা কেইবা ধৰণেও হয়। দুজন মন্ত্ৰী এক গোট হৈ ৰজা ভাঙিব পাৰে। কিন্তু এনে এটা অৱস্থাত দুজন মন্ত্ৰী একগোট হৈ এই কাম নকৰে। এনে এটা পৰিস্থিতি হোৱা নাই। তাৰ বাহিৰেও এনে কৰিলে আগৰ ৰজাৰ হত্যাত তেওঁলোকৰ হাত আছে বুলি প্ৰজাই সন্দেহ কৰিব। ৰজা ভঙাৰ বাবে গুপ্ত হত্যা কৰিব লাগিব। নহ'লে বিদ্ৰোহ কৰি ৰজাৰ পৰা ৰাজধানী দখল কৰিব লাগিব। এতিয়া মাত্ৰ এটাই পন্থা আছে ৰজাক যেনে তেনে হত্যা কৰিব লাগিব। তাৰ বাবে লাগিব কোনোবা অসীম সাহসী মানুহ। যি প্ৰাণলৈ চিন্তা নকৰি ৰজাক বধ কৰিব। তাতেও বহু বিপদ। ৰজাই গম পালে নচচা শূলত দিব। অকলে নহয় গোটেই পৰিয়ালটোক। তাৰ উপৰি যদি ৰজাৰ হত্যা হ'ল তাৰ পাছৰজন ৰজাৰ হাততো শাস্তি পোৱাৰ আশংকা শেষ হৈ নাযায়। বৰঞ্চ বেছিকৈহে থাকে। এনেকৈয়ে কিছুদিন পাৰ হৈ গ'ল। খুনলুং বুঢ়াগোঁহায়ে এতিয়া আগুৱাই যোৱা বাবে সংকেত দিয়া নাই। দুইজনা মন্ত্ৰীক একলগ কৰি ৰজা ভাঙিব নোৱাৰে খুনলুং বুঢ়াগোঁহায়ে। যি কৰে মনে মনেই কৰিব লাগিব। অন্ততঃ দুই-এজন মন্ত্ৰীৰপৰা কিবা চল পালে আগবাঢ়িব পাৰে। কালজনা ৰজাৰ হত্যাৰ সম্পৰ্কত তেওঁক মন্ত্ৰী ভাঙিলে কিন্তু শাস্তি দিয়াৰ সাহস নহ'ল। কাৰণ প্ৰত্যক্ষ প্ৰমাণৰ অভাব। এতিয়া যদি কেনেবাকৈ ষড়যন্ত্ৰৰ গোন্ধ পায় তেন্তে তেওঁক সুদাই নেৰিব।

এনেকৈ আৰু দিনচেৰেক পাৰ হ'ল। ভিতৰি ভিতৰি অধৈৰ্য্য হৈ উঠিছে খাৰঘৰীয়া ফুকন। যেনে তেনে ৰজাক হত্যা কৰি জীয়েকৰ প্ৰতি কৰা অবিচাৰৰ প্ৰতিশোধ ল'ব লাগে। আৰু অপেক্ষা কৰিব নোৱাৰি। কিণ্তু উপযুক্ত ক্ষণৰ বাবে অপেক্ষা কৰি আছে বুঢ়াগোঁহাই। মাজে মাজে ভাবে ফুকনে, এই বুঢ়াগোঁহাইক দলত নোলোৱা হ'লেই ভাল আছিল। তেওঁ এই কামতো কৰিব পাৰিলেহেঁতেন। অৱশ্যে তেনেদৰে ভবাৰ কাৰণো নথকা নহয়। পুহাই নামৰ লগুৱাটো আহি এদিন ডেবেৰা খাৰঘৰীয়া ফুকনক গোপনে লগ ধৰিলে।

ঃ দেউতা ঈশ্বৰ বন্দীক কিয় বা বিচৰা হৈছিল।

ঃ পুহাই তই ৰজাৰ লোণ খাইছ?

ঃ হয় দেউতা ঈশ্বৰ।

ঃ আমাৰ লোণৰ সোৱাদো পাহৰা নাই তই।

ঃ দেউতা ঈশ্বৰৰ জহতে আজি ৰজা ঘৰৰ লগুৱা। মনটো কিন্তু দুখত আছে দেউতা। যি কুঁৱৰীৰ লগত গৈছিলো সেই কুঁৱৰীয়ে নাই যেতিয়া কি সুখৰ ভাত খাম।

ঃ ৰূপহী নগাচাওলৈ গ'ল। বাকী দুজনী?

ঃ বাকী দুজনী যাবলৈ মন নকৰিলে। ৰজামাওক কাকুতি কৰি বৈ গ'ল।

ঃ তোক?

ঃ ওজা লিগিৰাই যাবলৈ বাধা কৰিলে।

ঃ শুন পুহাই তই মোত ভজিবি নে স্বৰ্গদেউত ভজিবি ক'?

পুহাই বৈ গ'ল। কথাৰ পাক একো ধৰিব নোৱাৰিলে। সৰুৰে পৰা ফুকনৰ ঘৰত ডাঙৰ হৈছে। আজলীৰ লগতে ডাঙৰ হৈছে। আজলীৰ প্ৰতি এটা স্নেহ আছিল। আজলীৰ এই দুৰ্দশাত সিয়ো বৰ কষ্ট পাইছে। কিন্তু সি সাধাৰণ লগুৱা। ৰজাদেৱৰ বিপক্ষে সি কি ক'ব বা কি কৰিব। কিন্তু তাৰ মনত এটা ক্ষোভ এতিয়াও দানা বান্ধি আছে।

ঃ পুহাই ?

ঃ দেউতা ঈশ্বৰ ?

ঃ তই দেখোন একো নামাতিলি ? যদি তই মোক নভজি স্বৰ্গদেউক ভজ মোৰ ক'ব লগা একো নাই। আমি সকলো স্বৰ্গদেৱৰ প্ৰজা। কিন্তু মই বৰ কষ্ট পাইছো। কিবা এটা কৰিম নহ'লে আপোনঘাটী হৈ মৰিম।

ঃ ফুকন দেউতা এই বন্দী আছো। কি কৰিব লাগে ক'লেই হ'ল।

ঃ তই জানই মোৰ তলত ছয়হাজাৰ পাইকে খাটে। কিন্তু মই তোকহে দায়িত্ব দিম।

ঃ মৰিলেও আপোনাতে বশ দেউতা।

ঘপকৈ বহাৰ পৰা উঠিল খাৰঘৰীয়া ফুকন। ইংগিতেৰে তাক অনুসৰণ কৰিবলৈ ক'লে। আচৰিত হৈ পুহায়ে ফুকনৰ পাছে পাছে গ'ল। ঘৰত থকা ডামৰ খুঁটাত তাক সেৱা কৰিবলৈ ক'লে। ফুকনেও সেৱা কৰিলে। তাৰ পিছত পুহাইক শপত খুৱালে যে যি কাৰ্য্য তেওঁ সমাপন কৰিবলৈ দিব, পুহায়ে যাতে গোপনে ৰাখে। পুহায়ে তেওঁ কোৱা মতে শপত খালে। তাৰ পিছত পুহাইৰ আগত ফুকনে মনৰ গোপন কথা ভাঙিলে।

ঃ স্বৰ্গদেউক মই জীয়াই থাকিবলৈ নিদিও। তেওঁ কাল হ'ব লাগিব। তই কৰিব লাগিব এই কাম।

উচপ খাই উঠিল পুহাই। সি সেই ধাতুৰ মানুহেই নহয়। আজিলৈকে এটা কঠিন কাম কৰি নাপালে। পাৰ চৰাই এযোৰ মুচৰি নমৰা মানুহটোৱে ৰজাদেৱক হত্যা কৰিব? উস অসম্ভৱ।

ঃ ফুকন দেউতা মই...............মই ..........।

ঃ জানো তোৰ সেই পিত নাই। তই ৰজাক অস্ত্ৰৰে মাৰিব নোৱাৰ। কিন্তু তই মোক সহায় কৰিব লাগিব।

ঃ কেনেকৈ ?

ঃ 'ৰজাৰ লিগিৰী কেইজনীৰ মাজৰ কোনজনী শিয়ান বিচাৰি লবি। তাইৰ মনটোৰ উমান ল'। স্বৰ্গদেউৰ এলাগী লিগিৰী হ'লে ভাল। স্বৰ্গদেউৰ ফটিকা নি দিয়া লিগিৰীজনী হ'লে অতি উত্তম।

কঁপনি উঠিছিল পুহাইৰ। তথাপি সি কথাষাৰ মনতে লৈ গৈছিল। তাৰ পাছতো দিন বাগৰি গৈছিল। খাৰঘৰীয়া ফুকন বহি থকা নাছিল। তলে তলে তেওঁৰ বিশ্বস্ত এক পাইকক এটা গধুৰ দায়িত্ব দিছিল। যোগী সম্প্ৰদায়ৰ এই পাইকক কৈছিল শঙ্খচুৰ সাপৰ বিষ যোগাৰ কৰিবলৈ। অৱশেষত এটা সৰু কাক' বাঁহৰ চুঙাত দুটোপাল কি তিনিটোপাল শঙ্খচুৰ সাপৰ বিষ আনি দিলে তেওঁক।

তাৰ পাছতো তেওঁ পুহাইক লগ পাইছে দুবাৰ। পুহায়ে মন কৰিছে, কাকো সি লগত নলয়। যিমানে মানুহ বাঢ়ে সিমানে বিপদ। ক'ৰবাত কেনেবাকৈ কাণ বাগৰিলে তাক ৰজাই কেঁচাইখাইটীৰ আগত বলি দিব। তাৰ কোনো নাই, না আছে মাক-দেউতাক না আছে বাই-ভনী, সি ঘাট মাউৰা। খাৰঘৰীয়া ফুকনেই তাৰ সকলো। গতিকে তাৰ বংশ পৰিয়ালে শাস্তি পোৱাৰ কথাই নাই। মাত্ৰ ফুকন দেউতাৰ কামটো সম্পূৰ্ণ নকৰাকৈ তাৰ মৰিবৰ ইচ্ছা নাই। বহুত চিন্তা কৰাৰ পাছত সি নিজেই স্বৰ্গদেউক শেষ কৰাৰ পৰিকল্পনা প্ৰস্তুত কৰিলে। পুহাই লগুৱা হ'লেও তাৰ বুদ্ধি কম নহয়। তাৰ শাৰীৰিক শক্তি কম। কিন্তু মাউৰাৰ বুদ্ধি সদায় বেছি। গতিকে সি এক যোজনা ঠিক কৰিলে।

স্বৰ্গদেউৰ এটা প্ৰধান দুৰ্বলতা হ'ল ধপাত। ফুৰ ফুৰকৈ গোঙ্গোৱা ধপাতবোৰ গুৰগুৰিত লৈ খায় স্বৰ্গদেৱে। ৰজা হোৱাৰ আগৰে পৰাই খায়। ফটিকাতকৈয়ো নিচা তেওঁৰ ধপাতত বেছি। গতিকে কিবা যদি কৰা হয় ধপাততে কৰিব লাগিব। খাৰঘৰীয়া ফুকনে পুহাইৰ কথা মনা নাছিল। কাৰণ ধপাতত বিষ মিহলালেও মানুহ নমৰে। পুহাইৰ দৃঢ় বিশ্বাস মৰিব। কাৰণ সি তেনেকৈ এটা মানুহ মৰা কথা তাহানিতে শুনিছিল।

ফুকনে এইবোৰ কথা গোপনে ৰাখি মাত্ৰ খুন্‌লুঙ বুঢ়াগোঁহাইৰ লগত ষড়যন্ত্ৰ কৰি আছে ৰজাক কেনেকৈ আঁতৰাব পাৰি। ইফালে ৰজাৰ অত্যাচাৰত বিদ্ৰোহী হোৱা মানুহৰ সংখ্যা লাহে লাহে বাঢ়ি গৈছে। সকলোৰে ইচ্ছা এটা সাহিয়াল মানুহেৰে ৰজাক কাৰেঙতে হত্যা কৰা। কিন্তু ভিতৰৰ সাহিয়াল মানুহ পোৱা নাই। আগৰ জনা ৰজাৰ হত্যাৰ শাস্তিয়েও সকলোকে নিৰুৎসাহে কৰিছে। গতিকে সুযোগৰ অপেক্ষাত সকলো। প্ৰধানমন্ত্ৰী বুঢ়াগোঁহাইৰ বাহিৰে বাকী মন্ত্ৰী কেইজনে ৰজা ভঙাটো বিচাৰে। কিন্তু বুঢ়াগোঁহাইয়ে সন্মতি দিব যে তাত সন্দেহ আছে।

সাপৰ বিহৰ সৰু চুঙাটোৰ পৰা বিহৰ টোপালকেইটা এটা ৰূপৰ সৰু সঁফুৰাত সুমুৱাই পুহাইৰ হাতত অৰ্পণ কৰিছে ফুকনে। এতিয়া মাত্ৰ সুযোগৰ অপেক্ষাত। দুয়োফালে দুটা দলে ষড়যন্ত্ৰৰ জাল ৰচিছে। এটা দলত খাৰঘৰীয়া ফুকন আৰু পুহাই। অন্যটো দলত খুনলুঙ বুঢ়াগোঁহাইৰ নেতৃত্বত স্বৰ্গদেউৰ বিপক্ষে থকা মানুহ আৰু লগতে মন্ত্ৰী দুজনা আৰু খাৰঘৰীয়া ফুকন। কিন্তু দলত কোন কোন আছে বুঢ়াগোঁহায়ে আৰু খাৰঘৰীয়া ফুকনৰ বাদে কোনেও নাজানে। ইফালে খাৰঘৰীয়াৰ ষড়যন্ত্ৰৰ কথা নাজানে বুঢ়াগোঁহাই। ইফালে পুহাই প্ৰস্তুত হাতত বিহৰ টোপোলা লৈ। এতিয়া ৰজাৰ ভৱিষ্যত সম্পূৰ্ণ নিয়তিৰ হাতত। ❑

# ছয়

চুহুংমুং কোঁৱৰে প্ৰকাণ্ড হাউলীটোৰ চোতালত ঘোঁৰাৰ পৰা নামিল। তেওঁৰ লগত আৰু তিনিটা মানুহ। জেঠমহীয়া ৰ'দত ঘামি-জামি আহিছে তেওঁ। দৌৰি আহি দাস এটাই ঘোঁৰাটো ধৰিলে। হঠাৎ শুনিলে তেওঁ এটা মিহি কেঁচুৱাৰ কান্দোন। ৰৈ গ'ল কোঁৱৰ। লগে লগে ডবা-শংখ ঢোল-খোল বাজি উঠিল কোঁৱৰৰ হাউলিত।

স্বৰ্গদেউ চুপিমফাৰ বৰপুত্ৰ এই চুহুংমুং কোঁৱৰ। বাকী কেইজন কোঁৱৰো ৰাজ্যৰ বিভিন্ন স্থানত একোএকো অঞ্চল শাসন কৰি আছে। ডাঙৰজন বাবে তেওঁ দিহিঙৰ পাৰৰ অঞ্চলবোৰ চায়। মুখত হাঁহি বিৰিঙি উঠিল চুহুংমুং কোঁৱৰৰ। তিনিজন পুতেক ইতিমধ্যে ডাঙৰেই হৈছে। এইবাৰ এজনী ছোৱালী আশা কৰিছে। স্বৰ্গত থকাজনে কিবা কৰে? লাহে লাহে ভিতৰলৈ সোমাই গ'ল কোঁৱৰ।

দৌৰমাৰি আহিল কনকা নামৰ দাসীজনী।

ঃ দেউতা ঈশ্বৰ--দেউতা ঈশ্বৰ। ছোৱালী এজনী জনম পাইছে।

সঁচাকৈয়ে এইবাৰ আনন্দেৰে উপচি পৰিল চুহুংমুঙৰ মুখ। তিনিজন পুত্ৰৰ পাছত এইজনী কন্যা। ঘৰখন ধৰিবলৈকে কন্যা এজনী লাগে। ক'ৰবাৰ পৰা আহি অকণমান মুখখন চাই আনন্দ লভিবলৈ জীয়াৰী এজনী নহ'লে নহয়। ঘৰৰ জেউতি কন্যাজনী।

তেওঁ ৰাজকোঁৱৰ, অৱশ্যে কোঁৱৰ হোৱা আজি প্ৰায় তিনিবছৰ মানহে হৈছে। জ্যেষ্ঠ বাবে তেওঁ ৰজা হোৱাৰ সম্ভাৱনা প্ৰবল। তাৰ প্ৰস্তুতি ইতিমধ্যে চলিছেই। তেওঁক চাৰিং খণ্ড শাসন কৰিবলৈ ৰজা পাতি দিছে স্বৰ্গদেৱে। তেওঁতকৈ কনিষ্ঠ দুজনক পাতিছে নামৰূপীয়া ৰজা আৰু টিপমীয়া ৰজা। এই তিনিজনৰ ভিতৰতে এজন যে ৰজা হ'ব সেই কথা খাটাং। নিজৰ নিজৰ প্ৰজা পাইককলৈ তেওঁলোকে বিষয় খাই আছে। এইবাৰ প্ৰজাৰ খেতি-বাতিও ভাল হ'ব যেন লাগিছে। দেৱতাসকল সন্তুষ্ট হ'লে ৰাজ্যত মাৰিমৰক নহ'লেই ৰক্ষা।

দেশৰ ৰজাৰ কোঁৱৰসকলক সাধাৰণতে বিষয়বাব দিয়া নহয়। তাৰ দুটা কাৰণ আছে--- এটা অন্য বিষয়াৰ সৈতে মিলি ৰজাক ভাঙি নিজে ৰজা হ'ব পাৰে, নহ'লেবা

অন্য বিষয়াৰ তলত বিষয়বাব খাই আকৌ ৰজা হ'লে তেওঁলোকক চলাবলৈ অসুবিধা হ'ব বুলি। গতিকে তেওঁলোকক মেলডঙীয়া ৰজা কৰি থয়। চাৰিঙীয়া, নামৰূপীয়া, টিপমীয়া, সৰুমেলীয়া আৰু মাজুমেলীয়া ৰজাও আছে। এই ৰজাবোৰ সকলো ৰজাৰ বংশৰ। ৰজা হোৱাৰ যোগ্য কোঁৱৰ। তেওঁলোকে এক এক খণ্ড শাসন কৰাৰ লগতে নিজেই ৰজাৰ দৰে ফুকন, বৰুৱা, হাজৰিকা, শইকীয়া বৰা আদি পাতি লৈ নিজৰ নিজৰ খণ্ড ৰাজ্য শাসন কৰে। এই তিনিজনৰ পৰাই পৰৱৰ্তী ৰজা নিৰ্বাচন কৰে। তেওঁলোক ৰাজচ'ৰাত উপস্থিত থাকি ৰজাক পৰামৰ্শ দিয়াৰ লগতে ৰজাক যুদ্ধত সম্পূৰ্ণৰূপে সহায় কৰে। যুদ্ধক্ষেত্ৰলৈও যাব লাগে। সৰুমেল আৰু মাজুমেলৰ ৰজাসকলেও স্বৰ্গদেৱে দিয়া মাটি বাৰী চাই মেল সুধিছিল। যুদ্ধলৈও যায় এওঁলোক ৰজাদেৱৰ আদেশত।

মনটো আনন্দৰে ভৰি পৰিছিল চুহুংমুং কোঁৱৰৰ। ছোৱালী মানে লক্ষ্মী। ঘৰলৈ লক্ষ্মী আহিছে। তেওঁৰ মনটো বহুত মুকলি হৈ পৰিল। দুদিনমান তেওঁৰ মনটো গধূৰ হৈ আছিল। হঠাত তেওঁৰ মনত পৰিল যে ছোৱালী জন্মৰ খবৰটো সকলো বংশ পৰিয়াললৈ পঠিয়াব লাগে। স্বৰ্গদেউক জনাব লাগে।

স্বৰ্গদেউৰ কথা মনলৈ অহাত অকণমান অস্থিৰ হৈ উঠিল কোঁৱৰ। তেওঁৰ পিতৃ স্বৰ্গদেউ, তথাপিও তেওঁ পিতৃৰ লগত বহুত কথাত একমত হ'ব নোৱাৰে। তেওঁৰ পুথাগুক হত্যা কৰা হত্যাকাৰীক পৰিয়ালৰ সৈতে ৰজা হৈয়েই প্ৰাণদণ্ড দিলে। বুঢ়াগোঁহাইক মন্ত্ৰী পদৰ পৰা বিদায় দিলে। তাতেই এই প্ৰচেষ্টা শেষ হ'ব লাগিছিল। কিন্তু তেওঁ এতিয়ালৈকে বিভিন্নজনক শাস্তি দিয়েই আছে। তাৰ বাহিৰে সগৰ্ভা চমুৱা কুঁৱৰীগৰাকীক খেদি দিয়াটো অন্যায় হৈছে। পৰিপক্ক ৰাজনীতিৰে দেশ শাসন নকৰিলে বিষয়া মন্ত্ৰী আৰু সাধাৰণ প্ৰজাই বিদ্ৰোহ কৰিবলৈ বিচাৰে। কিন্তু প্ৰকাশ্যে বিদ্ৰোহ অতি কমেইহে কৰে। হয় ৰজা ভাঙে, নহয় হত্যা কৰে। এনে কিবা এটা হোৱাটো তেওঁ বিচৰা নাই। তেওঁ চৰ ৰাজ্যখনত ঘূৰি ফুৰে। তেওঁ তেনে এটা কথাৰ উমান নোপোৱাও নহয়। খুনলুং বুঢ়াগোঁহাইৰ হাউলীত মনে মনে কেইবাজনো চমুৱা বিষয়া আৰু কোনোবা কোনোবা ফুকন গোট খাই আলচ কৰা বাতৰি তেওঁ পাইছে। এনেও খুনলুং বুঢ়াগোঁহাই ভগা মন্ত্ৰী হৈ পেটে পেটে ৰজাৰ প্ৰতি অনীহা হৈ আছেই। তাতে চমুৱা কুঁৱৰীক নগাত দিয়াতো খাৰঘৰীয়া ফুকন খণ্ডত জ্বলি আছে। ইয়াৰ বাহিৰেও শাস্তি পোৱা প্ৰজা আৰু ডাঙৰীয়াও লগ লাগিছেহি। এই কথা পিতাকক সাৱধান কৰোতে পিতাকে ওলোটাই তেওঁকহে ককৰ্থনা কৰিলে। পিতাকৰ কাৰ্যত দুইজনা মন্ত্ৰীৰে অসন্তোষ। কিবা এটা হ'লে মন্ত্ৰীকেইজনেও ৰজাৰ কাষত থিয় নহয়। নিয়ম মতে এতিয়া ৰজা পাতিলে তেওঁকেই পাতিব লাগিব। কিন্তু যদি ষৰযন্ত্ৰ কৰি কোনোবা কোঁৱৰক ৰজা পাতে ক'ব নোৱাৰি।

গুৰগুৰিত ধপাত এচিলিম আনি দিলে দাস এটাই। এইটো দাস তেওঁৰ লগত বহুত দিনৰ পৰাই আছে। পাহাৰৰ মানুহৰ ল'ৰা। কোনোবা এটাই ধৰি আনি তেওঁক

বেচিছিলহি। তেতিয়াৰ পৰাই তেওঁ তাতে আছে। তেওঁ তাৰ মুখখনলৈ চালে । শান্ত এখন মুখ। কোনো উৎকণ্ঠা নাই। দুবেলা দুমুঠি খাবলৈ পাইছে আৰু কাম কৰিছে। ৰাজ্যৰ কথাও চিন্তা কৰিবলৈও নাই সংসাৰৰ কথাও নাই। এই দাস দাসীবোৰৰ জীৱনটোৱে সুখৰ। হয় ইহঁতক যুদ্ধত হৰুৱাই ধৰি আনে নহয় শক্তিশালী জাতিয়ে ধৰি আনি অন্যৰ ওচৰত বিক্ৰী কৰে। সিহঁতৰ ল'ৰা ছোৱালীয়েও দাস হৈয়েই জন্ম গ্ৰহণ কৰে। যুদ্ধলৈ যাব নালাগে ইহঁত। মাত্ৰ কাম কৰা আৰু থকা। একপ্ৰকাৰ ভালেই জীৱন ইহঁতৰ।

কন্যা সন্তান জন্ম হৈছে। মুখখন চাবৰ বাবে ইচ্ছা আছিল কোঁৱৰৰ। কিন্তু নাপায় বোলে। বাজ দেখুৱাৰ পাছতহে বোলে ঘৰৰ মুৰব্বীয়ে চাব পায়। বাজ দেখুৱাব লাগিব, আলচীয়া সবাহ পাতিব লাগিব। সন্তান জন্ম হ'লেই মাছ দান দিয়া নিয়ম। জ্ঞাতি-কুটুম্বক মাছ দান দিব লাগিব। কি-বা কঢ়িয়াই আনিছে এই কন্যা সন্তানটিয়ে ঘৰলৈ! ❑

# সাত

চমুৱা কুঁৱৰী কাল হোৱা আজি প্ৰায় এটা বছৰেই পাৰ হ'ল। কোঁৱৰে দুই এটা খোজ দিবলৈ আৰম্ভ কৰিছে। কামবোৰ খৰ কোঁৱৰৰ। দুই-এটা শব্দও কবলৈ আৰম্ভ কৰিছে। কিন্তু ৰূপহীৰ চিন্তা সি প্ৰথম নগা ভাষাৰ কথাবোৰহে শিকিব। উপায় নাই। নগা মানুহৰ লগতে সি ডাঙৰ হ'ব লাগিব। কোঁৱৰ হৈ কি সুখত থাকিলহেঁতেন সি। কিন্তু তাৰ ভাগ্যই এনেকুৱা। ৰজাৰ ঘৰৰ ঠাইত সি জন্ম হৈছে নগা চাঙত।

চাঙৰ ওপৰত উঠি চাৰিওফালে চালে ৰূপহীয়ে। এইখন পাহাৰৰ ওপৰৰ নগা গাঁও। গোটেই গাঁওখন বেৰি কোঠ মৰা। কোঠ মানে ডাঙৰ ডাঙৰ ওখ বাঁহৰ চকোৱা। বাঁহৰ গোজবোৰৰ ওপৰবোৰ জোঙা। ডাঠকৈ বৈ দিয়া। মাজত এখন দুৱাৰ। দুৱাৰখন কাঠৰ। তাৰ পাছত এশাৰী এশাৰীকৈ দুশাৰী কোঠ। তাৰ পাছৰ শাৰিৰ মাজৰ দুৱাৰখন শিলত কটা। তাতো কাঠৰ এখন ডাঙৰ দুৱাৰ। সেইখন দুৱাৰ এনেই খোলা থাকে। কিন্তু গাঁওত কিবা উৎসৱ হ'লে বা শত্ৰুৰ আক্ৰমণৰ সময়ত এই দুৱাৰ বন্ধ কৰি দিয়া হয়। দুৱাৰৰ ভিতৰফালে ওখ একোটা টঙি ঘৰ। তাত উঠি গাঁওখনলৈ শত্ৰু আহিছে নেকি তাকে পহৰা দিয়া হয়। বেৰৰ কাষে কাষে ডাঙৰ ডাঙৰ গছ ৰোৱা আছে। গছবোৰৰ ওপৰতো একো একোটা টঙি ঘৰ। তাৰ পৰাও শত্ৰুৰ নিৰীক্ষণ কৰা হয়। শত্ৰু বহুত থাকে। চিংফৌবোৰে বা আবৰবোৰে মাজে মাজে নগা গাঁও আক্ৰমণ কৰে। যুদ্ধত হাৰিলে লুট-পাট কৰি গাঁওৰ মতা-মাইকীক ধৰি লৈ গৈ অন্য ঠাইত বা ভৈয়ামত দাস হিচাবে বিক্ৰী কৰে বা নিজৰ ঘৰত দাস কৰি ৰাখে। আহোমৰ লগতো বোলে আগতে যুদ্ধ হওঁতে আহোম সৈন্যই গাঁও আক্ৰমণ কৰিছিল। কোঠৰ চাৰিওফালে ডাঙৰ ডাঙৰ খাবৈ, ইয়াত জোং দিয়া। সাধাৰণতে সেইফালে শত্ৰু অহা অসম্ভৱ।

প্ৰথমতে ৰূপহীৰ বৰ অশান্তি লাগিছিল ইয়াৰ অৱস্থা দেখি। ৰজা ঘৰত থকা দিনবোৰৰ কথা তাইৰ মনত পৰে। কি সুন্দৰ আছিল ৰজাৰ কাৰেংঘৰ। সিহঁতৰ বাবেও লিগিৰা লিগিৰীৰ ঘৰ বেলেগকৈ আছিল যদিও সি আছিল একেবাৰে চিকুণ। মজিয়া বা চোতাল ফু মাৰি ভাত খাব পৰা। সুন্দৰকৈ গোবৰেৰে মচি-কাচি থোৱা। তাৰ তুলনাত ইহঁতৰ চোতাল গৰু-গাহৰিৰ গোবৰ, চৰাইৰ গু-মূতেৰে ভৰা। চাঙ ঘৰৰ পৰা নামিলেই তলৰবোৰ একেবাৰে লেতেৰা। গৰু-গাহৰি, মেঠোন, কুকুৰা চৰাই সকলো

ঘৰৰ তলতে বান্ধে। লাহে লাহে আজি-কালি সকলো সহ্য হৈ গৈছে তাইৰ। তথাপি মাজে মাজে মনটোৱে বিদ্রোহ কৰিব খোজে। ইয়াৰ পৰা যেন দৌৰি ওলাই গৈ তাই নিজৰ গাঁও পাবগৈ। কিন্তু নোৱাৰে, এটা মোহ। মোহে তাইক ইয়াত ধৰি ৰাখিছে। সেয়া হ'ল চমুৱা কুঁৱৰীৰ সন্তান। মৃত্যুৰ আগতে কুঁৱৰীয়ে দায়িত্ব দি গৈছিল তাইৰ ল'ৰাটো চাবলৈ। তাক এৰি থৈ তাই কেনেকৈ যায়। মাতৃহীনা ল'ৰাটোক চাব কোনে। আজি এটা বছৰে ধৰকত লৈ ডাঙৰ কৰা ল'ৰাটোৰ মোহে তাইক সকলো পাহৰাই ৰাখিছে। তাইৰ জীৱনটোৱেই এনেকুৱা। সৰুৰে পৰাই চমুৱা কুঁৱৰীৰ লগত থাকোতেই গ'ল। কোনো ফালে চাবলৈ সময়ে নাপালে। যদি কাৰেণ্ডত থাকিলেহেঁতেন ইয়াতো কোনোবা পাইকৰ লগতে কুঁৱৰীয়ে হিয়া দি দিলেহেঁতেন। কুঁৱৰীৰ মেলত বৰা, শইকীয়া, হাজৰিকা কাৰোবাক কোৱা হ'লেই হ'লহেঁতেন। কিন্তু সেই সপোন সপোনেই হৈ ৰ'ল। আৰু এটা কাৰণত তাইক যেন ক'ব নোৱাৰাকৈ বান্ধি ৰাখিছে এই নগা গাঁওখনে। সেয়া হৈছে নগাবোৰৰ ৰজা কাৰংমা। ডেকা ৰজাটোৱে গাত একো নিপিন্ধে, মাত্র মণি দুধাৰি ডিঙিত। মূৰত পাখি লগোৱা এটা মুকুট। কঁকালত এটুকুৰা সৰু লেঙুটি। কি সুন্দৰ দেহৰ গঠন। চালে চাই থাকিবৰ মন যায়। কুঁৱৰীয়েই তাক ভাল দেখিয়েই খেদা খালে। কুঁৱৰী ৰজাৰ ঘৈণী। তাতে গৰ্ভত সন্তান আছিল। নহ'লে এনে এটা ডেকাৰ মৰম পালে দেশান্তৰী হ'লেও সুখ। তাতে মানুহটোক সকলোৱে সমীহ কৰে। চকুহাল অনবৰতে তিৰবিৰাই থাকে। সি বিয়া কৰোৱাজনীও বেচ ধুনীয়া গাভৰু। আচলতে খুনবাওটোৰ ঘৈণীয়েকেহে প্রকৃত মাতৃ কোঁৱৰৰ। জন্ম হৈয়ে মাকৰ মূৰ খোৱা কোঁৱৰক বুকুৰ গাখীৰ দি ডাঙৰ কৰিছে খুনবাওৰ ঘৈণীয়েকে। বাকী প্রতিপালন কৰিছে ৰূপহীয়ে। খুনবাওৰ ল'ৰাটো অকণমান ডাঙৰ হ'ব কোঁৱৰতকৈ। এই গাঁৱৰ নগা গাভৰু আৰু মাইকী মানুহবোৰ দেখি প্রথমতে ৰূপহীৰ লাজ লাগিছিল। কঁকালত কাপোৰ এখন ওলোমাই থাকে মাত্র। কেৰু-মণিৰে ধুনীয়াকৈ থাকে যদিও ওপৰৰ অংশত একো নাথাকে। অৱশ্যে ভৈয়ামৰ মানুহক দেখি দেখি দুই এক গাভৰুৱে বুকুত সৰু কাপোৰ একোখন মাৰিবলৈ লৈছে। অৱশ্যে সিহঁত এনেধৰণেই সহজভাৱে ঘূৰি ফুৰে। ৰূপহী সৰুৰে পৰা মেঠনি মাৰিয়েই ডাঙৰ হ'ল। ৰজা ঘৰত গাত একোখন খনীয়া কাপোৰ ল'ব লাগে। কুঁৱৰী ৰজাৰ লগত থাকোতে তাইৰ একোৰে অভাৱ নাছিল। ৰজা ঘৰত ৰাজমাওৰ পৰা কুঁৱৰীকে আদি কৰি সকলো ওচৰ সম্পৰ্কীয় মানুহৰ একোখন মেল থাকে। মেলত হাজৰিকা, বৰা সকলো থাকে। তেওঁলোকে ভাগে ভাগে বিষয় সম্পত্তি চাই তাৰ উপাৰ্জন আনি দিয়ে। নগাবিলাকৰ কাৰ্য্য-কৰ্ম বেলেগ। ঝুমখেতি কৰে সিহঁতে। হাবি জুই লগাই মাটি চহাই খেতি কৰে। পাহাৰী নিজৰাৰ পানী কাটি আনে। চিকাৰো কৰে। লোণৰ পুঙৰ পৰা লোণ উলিয়াই ভৈয়ামত বেচা-কিনা কৰে। খুনবাওটো ৰজাৰ দৰে, তাৰ কথামতে সকলো চলে। এই মানুহবোৰ আহোম ৰজাৰ তলতীয়া। ইয়াৰ ডেকাবোৰে বিয়া হোৱাৰ আগলৈকে ডেকা চাঙত থাকে। ডেকাচাঙত অস্ত্র-শস্ত্র আৰু লুট কৰি অনা বস্তুবোৰ থাকে। সেইদৰে গাভৰু চাঙত থাকে গাভৰুবোৰ। বিয়াৰ

আগলৈকে ডেকা-গাভৰুৰ অবাধ মিলা মিচাত বাধা নাই। মাত্ৰ আবিয়ে গাভৰু যদি গৰ্ভৱতী হয় চোৰ ধৰা পৰাজনে তাইক বিয়া কৰাব লাগিব। কিন্তু বিয়াৰ পিছত সম্পূৰ্ণ সতীত্ব বজাই ৰাখে তিৰোতাই।

নগা খুন্‌বাওটোৱে কুঁৱৰীৰ মৃত্যুৰ পাছতো তাইক আৰু কোঁৱৰক ৰজা ৰখাদি ৰাখিছে। কিন্তু দুয়োৰে মাজত এক আকৰ্ষণ যে হৈছে সেই কথা ৰূপহীয়ে অনুভৱ নকৰাকৈ থকা নাই। ডেকা-গাভৰুৰ অবাধ মিলা-মিছা দেখি তাইৰো মনটো চঞ্চল হৈ যায়। কিন্তু তাই হ'ল ৰজাঘৰীয়া গাভৰু। গতিকে তাইক হাত দিবলৈ কোনেও সাহস নকৰে। তাইৰ কিন্তু কাৰংমাৰ প্ৰতি যে আকৰ্ষিত তাক বুজিবলৈ বাকী নাই নগা ৰজাৰ। কিন্তু সিও কিবা এটা আশংকাত তাইৰ ওচৰ নাচাপে। প্ৰথমতে তাই ভাবিছিল যে কাৰংমা ঘৈণীয়েকৰ বাবেহে তাই কাষলৈ নাহে। কিন্তু এদিন চোতালৰ খুন্দনাত ধান খুন্দি থাকোতে ওচৰতে বৈ আছিল ৰূপহী। কোঁৱৰ শুই আছিল চাঙঘৰত আৰু দুজনীমান নগা তিৰোতায়ো লগতে ধান বানি সিহঁতৰ দোৱানত কথা পাতি আছিল।

ঃ এই ভৈয়ামৰ ছোৱালী, তোক মোৰ মতাটো বৰ মৰম পাই দে।

উচপ খাই উঠিছিল ৰূপহী। লাজতে ৰঙা পৰি গৈছিল। পেটে পেটে শংকাও হৈছিল। কিন্তু আচৰিত, কাৰংমাৰ ঘৈণীয়েকৰ মনত কোনো ঈৰ্ষাৰ ভাৱ নাছিল। সহজভাৱে কৈছিল কথাষাৰ। কিমান সৰল এই মানুহবোৰ। সিহঁতৰ বহুবিবাহৰ প্ৰচলন তেনেকৈ নাছিল যদিও সিহঁতৰ গাম বা খুন্‌বাওবোৰে দুই তিনিজনী বিয়া কৰোৱাত বাধা নাছিল। মনত পৰিল ৰূপহীৰ আহোম ৰজাৰ কুঁৱৰীবোৰৰ কথালৈ। ইজনী সিজনীৰ মানত কিমান হিংসা খেয়াল। কেনেকৈ ইজনীক ৰজাৰ অপ্ৰিয় কৰি নিজে প্ৰিয হ'ব পাৰে তাৰে চিন্তা।

কোঁৱৰ ডাঙৰ নোহোৱালৈকে কোঁৱৰৰ মাকৰ দৰে থাকিব লাগিব তাই। তায়ো এজনী তেজ-মঙহৰে গাভৰু। তাইৰো মন যায় কোনোবা পুৰুষৰ ঘৰ শুৱনি কৰিবলৈ। কিন্তু তাই কয় কেনেকৈ? ক'ব কাক? সিহঁতৰ বিবাহিত খুন্‌বাওটোলৈনো হাত মেলে কেনেকৈ তাই। অৱশ্যে ঘৈণীয়েকৰ কথাত তাই কিছু প্ৰশ্ৰয় নোপোৱা নহয়। তথাপি তাইৰ ভয় লাগে। অসুৰ জাতিৰ মানুহ এইবোৰ। যিটো মতাই লোকৰ মূৰ কাটি আনিব নোৱাৰে সেই মতাক ছোৱালীবোৰেও ভাল নাপায়। লোকক লুট-পাট কৰি আৰু মূৰ কাটি আনি ঘৰৰ আগফালে ওলমাব পাৰিলেহে মতা।

হঠাৎ কোঁৱৰৰ কান্দোনে বাস্তৱলৈ নমাই আনিলে কুঁৱৰীক। তাই চাঙঘৰৰ ভিতৰলৈ সোমাই গ'ল। ❑

# আঠ

সুবিধা বিচাৰি আছে পুহায়ে। সুবিধা নোপোৱাও নহয়, পাইছে। কিন্তু সাহস কৰিব পৰা নাই সি। আচলতে এনেবোৰ কাম কৰিবলৈ মনটো ডাঠ কৰিব পাৰিব লাগে। মাজে মাজে ভাৱ হয় নকৰো নেকি এনেকুৱা পাপ কাম। যুদ্ধ কৰিবলৈ গৈ মানুহ হত্যা কৰাটোও বেলেগ কথা। যুদ্ধত মানুহ মাৰিম বা নিজে মৰিম বুলিয়েই যায়।সেইয়া দেখা শত্রু। কিন্তু স্বৰ্গদেউতো তাৰ শত্রু নহয়। স্বৰ্গদেৱে ৰাজ্যখন চলাইছে। তাত ইটো সিটো হ'বই। কিন্তু প্ৰত্যেক কথাতে লাগিলে জানো চলিব। তাৰ প্ৰতি স্বৰ্গদেৱে একো অন্যায় কৰা নাই। সি স্বৰ্গদেউৰ লগুৱা। যৌতুকত কুঁৱৰীৰ লগত অহা। আচলতে সি কুঁৱৰীৰ লগতে নগা পৰ্ব্বতলৈ যাবগৈ লাগিছিল। নগ'ল। কোনেও জোৰো নকৰিলে। তাৰ মনো নগ'ল নগা পৰ্ব্বতলৈ যাবলৈ। ৰজাঘৰীয়া সুখ এৰি তাৰ নগা চাঙত জীৱন কটাবলৈ মন নগ'ল। সি আজলীক মৰম কৰিছিল। ভালো পাইছিল। কিন্তু স্বৰ্গদেৱে খেদি দিয়া কুঁৱৰীৰ লগত তাৰ সেই সময়ত যাবলৈ মন নগ'ল। ৰূপহীৰ দৰে লগত যাবলৈ সি আজলীৰ ইমান ওচৰৰ হ'ব নোৱাৰিলে। কুঁৱৰীক এনেকৈ খেদি দিয়াতো ৰজাদেৱৰ দোষ হৈছে। কিন্তু কুঁৱৰী ৰজাদেৱৰ ঘৈণীয়েক আছিল, তাৰ প্ৰভুৰ কন্যাহে। ৰজাদেৱৰ জানো ঘৈণীয়েকক এনেদৰে খেদি দিয়াতো দোষ হোৱা নাই? কুঁৱৰী ল'ৰা এটা এৰি ঢুকাল। এতিয়া আৰু কুঁৱৰীৰ প্ৰতিশোধ ল'বলৈ গৈ স্বৰ্গদেউক হত্যা কৰাৰ কি যুক্তি আছে? কিন্তু সি নিৰুপায়। খাৰঘৰীয়া ফুকন তাৰ পিতৃস্বৰূপ। পিতৃ আজ্ঞা পালন কৰিবলৈ হেনো পৰশুৰামে মাতৃকো হত্যা কৰিছিল। তেন্তে সিয়ো ফুকনৰ আজ্ঞা পালন কৰিবই লাগিব। ইফালে ফুকনে প্ৰকাশ্য ষড়যন্ত্ৰ কৰিছে আৰু কোনোবা কোনোবা ফুকনৰ লগত যোগ আছে বুলিও সি জানে। এই সকলোৱে তাৰ মুখলৈকে চাই আছে। সি যদি নোৱাৰে আগতেই ক'ব লাগিছিল। এতিয়া আৰু ওভটাৰ সময় নাই। এতিয়া এনে অৱস্থাত নকৰো বুলি ক'লে তেওঁলোকে সন্দেহ কৰিব। তেওঁলোকে ভাবিব সি ৰজাৰ ফলীয়া হৈ গ'ল বুলি। অকল সেইয়েই নহয়, হয়তো তেওঁলোকে সন্দেহ কৰি তাক কথাবোৰ গুপুতে ৰখাৰ স্বাৰ্থত হত্যা কৰিব পাৰে। গতিকে যি কামত হাত দিছে তাক সম্পূৰ্ণ কৰিবই লাগিব।

কামবন কৰাৰ মাজতে সি চিন্তা কৰি আছে বিভিন্ন কথা। ৰজাদেউক বধকৰা অতি সহজ কথা নহয়। গ'লজনা স্বৰ্গদেউক বাঁহৰ মাজত শেল লুকুৱাই আনি হত্যা

কৰিছিল। তাকো শোৱনিঘৰৰ বেৰ মেৰামতি কৰিবৰ দায়ত। আচলতে মন্ত্ৰী ডাঙৰীয়াৰ সমৰ্থন আছিল কাৰণে আৰু বহুতৰ সহায় আছিল বাবে সেইয়া সম্ভৱ হ'ল। এতিয়া তেনেদৰে কৰা অসম্ভৱ। স্বৰ্গদেউৰ শোৱনি কোঠাত বা তামুলী চ'ৰালৈ যোৱা সাধাৰণ মানুহৰ পক্ষে অসম্ভৱ। তাত ৰাতি অতি বিশ্বাসী লগুৱা বিনে অন্য পুৰুষ মানুহ থাকিব নোৱাৰে।

ৰজাৰ টোলৰো কাণ্ডকাৰখানা অন্যৰ লগত নিমিলে। ৰাজধানী নগৰৰ উজনিৰ ফালে ৰজাৰ নগৰ। ইয়াৰ চাৰিওফালে ইটাৰ গড়। এই নগৰ এখন তামোল খোৱা বাটৰ সমান দীঘল। এই নগৰত প্ৰৱেশ কৰিবলৈ তিনিখন দুৱাৰ আছে। দক্ষিণৰখনক বৰদুৱাৰ, পূবৰখনক পানীদুৱাৰ, পশ্চিমৰখনক নদুৱাৰ বোলে। উত্তৰ ফালে দুৱাৰ নাই। কাৰেংঘৰ পাছফালে। বৰদুৱাৰ পাৰ হৈ ৰজাৰ কৰ্মচাৰীৰ ঘৰ। চিপাহী, টেকেলা, বড়া প্ৰভৃতি কৰ্মচাৰীসকল ইয়াত থাকে। ৰজাৰ বৰচ'ৰাৰ মুখত এটা বাটচ'ৰা। ইয়াৰ চাৰিওফালে খালি ঠাই। তাকে খলা বোলে। এই খলাৰ কাণতে ফুকন বৰুৱা, যিসকল বিষয়া ৰাতি নগৰত থাকে তেওঁলোকৰ পালিঘৰ। বৰচ'ৰাত উঠিবৰ সময়ত বিষয়াসকলে ভৰিধোৱা পানীচোৱা ঘৰো ইয়াতে।

বৰচ'ৰাৰ ভেটি বেচ ওখ। এই ঘৰটো যথেষ্ট দীঘল-বহল। ইয়াত কোঠালিও বহুত। বৰচ'ৰাৰ কিছুদুৰতে ৰজাৰ টোল। ইয়াৰো চাৰিওফালে প্ৰাচীৰ। ইফালে সোমোৱা তিনিখন দুৱাৰ। প্ৰথমখন দৰিকা দুৱাৰ, ইয়াক পাৰ হৈ দোলাকাষৰীয়া চ'ৰা। ইয়াত দোলাকাষৰীয়া বা তেখেতসকলৰ ওপৰৰ জানা প্ৰহৰী হিচাবে থাকে। বৰদুৱাৰৰ দায়িত্ব কুকুৰাচোৱা বৰুৱাৰ। তেওঁৰ অধীনত নিৰ্দিষ্ট মানুহে প্ৰহৰে প্ৰহৰে ডবা কোবাই সময়ৰ জাননী দি থাকে। গড়ৰ উজনি আৰু নামনিত দুখন দুৱাৰ। ইয়াক চাউডাং দুৱাৰ বোলে। ৰজাৰ চাউডাং বা ৰক্ষক ইয়াত থাকে। এই উজনিখনক কালুগয়া দুৱাৰ, লিগিৰী দুৱাৰ বা মাটিঘৰৰ দুৱাৰো বোলে। নামনিখনক কমলাবৰীয়া দুৱাৰ বা গোঁসাইঘৰীয়া দুৱাৰো বোলে। উজনিখনেৰে ফুকন বৰুৱাৰ ঘৈণীয়েকসকল গড়ৰ ভিতৰলৈ যায়। এই দুৱাৰেৰে কুঁৱৰীৰ টোল পায়। চাউডাং দুৱাৰেৰে গ'লে গোঁসাইঘৰ পায়। ৰজাৰ গুৰু গোঁসাই এইফালেৰে যায়। উঁৰিকা দুৱাৰেই গড়ৰ প্ৰধান পথ। চাউদাং দুৱাৰৰ পাছতেই চাউদাং বৰচ'ৰা। চাউদাংইঁতে এই দুৱাৰ ৰক্ষা কৰে। পৰীয়াবোৰে সময়ে সময়ে পৰ দিয়ে। দুৱাৰৰ সন্মুখৰ চ'ৰা এৰি গ'লে বৰ বাটঘৰ পায়। তাৰ পৰা জখলামুখ। গোঁসাইঘৰ, কুঁৱৰীসকলৰ ঘৰ আৰু চাংমাইশাল চাংঘৰ নহয়। ৰজাৰ খোৱা, শোৱা, বহা, আমোদ কৰা, মৰাংগ সকলো এই চাংঘৰতে থাকে। ৰজাৰ চাঙতে এটা বৰঘৰ থাকে। তাৰ টুপতে ৰজা বহে। ইয়াত ৰজাৰ ভিতৰুৱা মেল হয়। ৰজাৰ বৰভঁৰাল চাংঘৰত। বেজঘৰো এই চাংঘৰতে। এই বেজঘৰৰ অধিকাৰী বেজবৰুৱা। তেওঁৰ অধীনত বচা বচা বেজ থাকে। ৰজাৰ লিগিৰা লিগিৰী, কুঁৱৰীসকলৰ লিগিৰী, এইসকলো ৰজাৰ টোলতে থাকে। চাংমাই, বেজ, গোঁসাইঘৰীয়া, জলধৰা, মৰঙ্গচোৱা

যিবোৰ টোলত ৰজাৰ কাৰ্য কৰে সেইসকল টোলৰ বাহিৰে থাকে। অতি বিশ্বাসী লগুৱা বিনে চাঙৰ ভিতৰত ৰাতি বঞ্চিব কেৱে নোৱাৰে। দিনৰ ভাগতো পুৰুষ মানুহ বিশেষ কৰ্ম নহ'লে তাত সোমোৱা নিষেধ।

কিন্তু পুহাইৰ কথা সম্পূৰ্ণ সুকীয়া। কাৰণ পুহাই চমুৱা কুঁৱৰীৰ লগত অহা যৌতুকীয়া লগুৱা। তাৰ সকলোতে অবাধ গতি, মৰ্যাদাও বেলেগ। অৱশ্যে নিশা সিও বাহিৰতে থাকিব লাগে। ৰজাৰ তামুলী লিগিৰাৰ বাহিৰে চাঙত কাৰো থকাৰ হুকুম নাই। কিন্তু দিনৰ ভাগত তাৰ বাধা নাই। কুঁৱৰীক ৰজাই ত্যাগ কৰাৰ পাছতো সি যেতিয়া কুঁৱৰীৰ লগত নগাচাঙলৈ যাবলৈ আগ্ৰহ নকৰিলে তেতিয়া তাক ৰজাঘৰত একেই মৰ্যাদাৰেই সকলোৱে আদৰি ললে। ৰজাৰ টোলত এনে এক ব্যৱস্থাৰ প্ৰচলন আছে যে, ৰজাই যি কয় বা কৰে সেই কাৰ্যকে সকলোৱে অন্তঃকৰণেৰে মানি ল'ব লাগে। কুঁৱৰীক নগাক দিলে। উচিত অনুচিত বিচাৰ নকৰাকৈ স্বৰ্গদেউৱে উচিত কাৰ্য্য কৰিছে বুলি সমৰ্থন দিব লাগিব। আচলতে কুঁৱৰীৰ লগত অহা সকলো মানুহ বয়বস্তু কুঁৱৰীয়ে ইচ্ছা কৰিলে লৈ যাব পাৰে। মাত্ৰ কুঁৱৰীৰ নামত থকা মেল বা বিষয়বাবহে নাপায়। সেই বাবে কুঁৱৰীৰ অধীনত যি বিষয় সম্প্ৰতি বড়া, কাঁড়ী আছিল সকলো থাকি গ'ল। কুঁৱৰী ঢুকাল এই খবৰো টোলৰ সকলোৱে পালে তথাপি কোনেও এটোপাল চকুপানীও নেপেলালে।

পুহাই ৰজাৰ টোললৈ অবাধ গতিৰ আৰু এটা কাৰণ আছে। তামুলী লিগিৰাৰ প্ৰিয় সি। এদিন ৰজাৰ ধপাত সজাই দিয়া লিগিৰাটো নৰিয়াত পৰিল। তামুলীলিগিৰাই স্বৰ্গদেৱৰ ধপাত চিলিম সজাই দিয়া মানুহ বিচাৰিলে। জুতি লগাকৈ ধপাত লগাব জনা মানুহ কম। গতিকে পুহাই আগবাঢ়ি আহিল। স্বৰ্গদেৱৰ ধপাতত বেচ চখ আছে। চিলিমত লগাই গুৰগুৰিত খোৱা ধপাতত আকৌ বহুত কথা। লালিগুৰৰ সৈতে ফুলগুৰিৰ ফুৰফুৰকৈ গোন্ধাই থকা ধপাত মিহলি কৰি ধপাতৰ সৰু সৰু টিকিৰা বনোৱা হয়। এইবোৰ চিলিমত দি জুই ভৰাই হোপে। সৰুৰে পৰা ফুকনৰ ঘৰত ধপাত লগাই লগাই সি পাগ উঠাকৈ ধপাত লগাব জানে। আগতেই লালিগুৰ, ধপাত আৰু মচলা দি ধুনীয়াকৈ তৈয়াৰ কৰি ৰাখে। তামুলী লিগিৰাই ক'লেই সি তাৰে অকণমান আনি লাহেকৈ টিকিৰা এটা বা দুটা সাজি চিলিমত লগাই দিয়ে। আজি কিছু দিনৰ পৰা স্বৰ্গদেউক ধপাত সিয়েই লগাই দিয়ে। মাত্ৰ তামুলী লিগিৰাই স্বৰ্গদেউক হাতত দিয়েগৈ।

সি বহুত ধৰণেৰে চিন্তা কৰিছে। সুযোগ তাৰ হাতলৈ সদায় আহে। দিনত তিনিবাৰ কি চাৰিবাৰকৈ আহে। অৱশ্যে সদায় যে সি কোনেও নেদেখাকৈ ধপাত সজাবলৈ পায় এনে নহয়। কোনোবা নহয় কোনোবা থাকেই। গতিকে সি কি কৰিছে কি নকৰিছে কাৰোবাৰ লক্ষ্য থাকিবই। ৰজাৰ বাবে দিনটোত চাৰিবাৰমান ধপাত যোগাব লাগে। মৰাংগঘৰলৈ যোৱাৰ আগতে এচিলিম কাঢ়াকৈ ধপাত খায় ৰজাই। দুপৰীয়া ভাতখোৱাৰ পাছত এবাৰ খায় আৰু তাৰ পাছত সন্ধিয়া এচিলিম ৰজাৰ মেল

মৰাৰ সময়ত বা গুৰুতৰ কিবা আলোচনাৰ সময়ত। ৰাতি ভাত খোৱাৰ সময়ত এচিলিম।

খাৰঘৰীয়া ফুকন ডাঙৰীয়াই তাক সৰু ৰূপৰ টেমীত শঙ্খচুৰ সাপৰ বিষ অকণ দিয়া দিন গোটাচেৰেক হ'ল। কেনেকৈ দিব, কিহত দিব কোৱা নাই। বাকী তাৰ দায়িত্ব। তেওঁৰ মতে কিবা খোৱা বস্তুৰ লগত মিলাই ৰজাক খুৱাব লাগে। কিন্তু সেইয়া অতি বিপদজনক কাৰ্য্য। সাধাৰণতে চাংমাইশাললৈ চাংমাই, চাংমাই বৰুৱা, ৰজাৰ বা কুঁৱৰীৰ হাতধৰা লিগিৰীৰ বাহিৰে ৰজাৰ তামুলী লিগিৰাহে যায়। অন্য মানুহ নাযায়। সেইয়া এক নিষিদ্ধ ঠাই। বহুত কথাত চাউদাং বৰুৱাৰো চকু থাকে চাংমাইশালৰ ওপৰত। পৰীয়ায়ো মাজে মাজে চকু ৰাখে। গতিকে ৰজাৰ খাদ্যত বিহ দিয়া অসম্ভৱ। কোনোবা লিগিৰিৰ যোগেৰে এই কাৰ্য্য কৰোৱা তাৰ সাধ্যৰ বাহিৰত। কোনোবা ডাঙৰীয়াৰ ওচৰ সম্পৰ্ক নাথাকিলে কোনো লিগিৰীয়ে এই কাম নকৰে। ৰজাক হত্যা কৰাৰ দায়িত্ব সি লৈছে। ফুকন ডাঙৰীয়াৰ অন্নৰ দাম সি দিব লাগিব। যেনেকৈ নহওঁক। এতিয়া ৰজাঘৰৰ অন্ন খাইছে যদিও এই অন্নও ফুকন ডাঙৰীয়া জহতে পোৱা।

বহুত দিনৰ আগতে সি ভাং খাইছিল । তেতিয়াও ঘাটমাউৰা পুহাই ফুকন ডাঙৰীয়াৰ ঘৰতে বিলতীয়া। ইফালে কামবন নাথাকিলে পদূলি গুণ্ডি ফুৰা স্বভাব। এনেকৈ থাকোতে ভাটি ফালৰ বণিক এটাক এদিন নৈৰ ওচৰত নাৱত লগ পালে। সি নৈৰে বেপাৰ কৰিবলৈ আহি নাওতে থাকে। দিনৰ দিনটো বেপাৰ কৰি সন্ধিয়া হ'লে ভাং টানে। তাৰ লগত ভাং খোৱাৰ জুটি লয় পুহায়ে। দুয়ো ভাং খাই বিভিন্ন কথা পাতে। পুহায়ে আহোম ডাঙৰীয়াৰ কথা কয় সি কয় গৌড়ৰ ৰজাৰ কথা। বিভিন্ন কথাৰ মাজতে এদিন সি সাধু কৈছিল। এবাৰ বোলে এজন ৰজাই অন্য এজন ৰজাক বন্ধুভাৱে মাতি আনি বধ কৰিছিল। বধো'কৰিছিল অভিনব উপায়েৰে। সাধাৰণতে ৰজাৰ খাদ্যবোৰ খোৱাৰ উপযুক্ত হয়নে নহয় সেইয়া ৰজাই খোৱাৰ আগতে অন্য এজনে খাই চাব লাগে। বন্ধু ৰজাক নিমন্ত্ৰণ কৰি আনিলেও খোৱাৰ আগতে খাদ্য এনেদৰে চাকি চাইহে খাবলৈ দিছে। গতিকে খাদ্য বস্তুত বিহ দিয়া অসম্ভৱ। কিন্তু তেওঁক গোপনে হত্যা কৰিবই লাগিব। গতিকে উপায় বিচাৰিলে। উপায় ওলাল। দুয়ো ধপাতৰ নিচা খায়। লগত বৰ শক্তিশালী সাপৰ বিষ মিহলাই দিলে। ৰজাৰ মৃত্যু হ'ল। কোনেও গম নাপালে।

তেনেদৰেই সাপৰ দুটোপাল বিষ থকা সঁফুৰাটো কঁকালৰ খোচনিত লৈ ফুৰিছে পুহায়ে। সেইটো হাতলৈ অহাৰ পাছতো বহুতবাৰ ধপাত লগাই দিছে পুহায়ে, কিন্তু তাৰ টোপাল দুটা দিয়া নাই ধপাতত। ক'বতো নোৱাৰি কোনে ক'ত লক্ষ্য কৰি আছে। এই ৰজাক হত্যা কৰাৰ সাধুটো অন্যয়ো জানিব পাৰে তাৰ নিচিনাকৈ। গতিকে সাৱধানে আছে সি। হঠাৎ তাৰ হাতলৈ সুযোগ আহিল। সেই দিনা বৰষুণ দিছিল মুষলধাৰে। স্বৰ্গদেউ টোল এৰি যোৱা নাছিল। ৰাজসভা এদিনো খালি পৰি থাকিব নাপায়, গতিকে

ন্যায় শোধা ফুকনে গোচৰ লৈছিল। মন্ত্রী দুজনো বহিছিল। মেলডঙীয়া ৰজাও কোনোবা এজন আহিছিল। সদায় খাই থকা সময়ৰ বাহিৰেও স্বৰ্গদেউৰ ধপাত খাবৰ মন গ'ল। তামুলী লিগিৰাই তাক মাতিলে! সি সাউৎকৰে চিলিমটো সজাই আনিলে চাংমাই শালৰ অঙঠাৰে। তাৰ পাছত চিলিমটো একাষৰীয়াকৈ থৈ কঁকালৰ খোচনীৰ পৰা ৰূপৰ টেমিটো উলিয়ালে। কোনোবাই দেখিলে ভাবিব তামোলৰ টেমি বা চূণ আছে তাত। তাৰ পাছত ৰজাৰ বাবে লালিসনা ৰূপৰ সৰু কাঁহীত অনা ধপাতৰ টিকিৰা এটাত মাজটো খাল কৰি দি দিলে বিষৰ টোপাল দুটা। টিকিৰাটো হাতেৰে সানিলে। বিষবোৰ সোমাই পৰিল টিকিৰাৰ মাজত। কঁপা কঁপা হাতেৰে টিকিৰাটো চিলিমত দিলে। অঙঠাও দিলে। তাৰ পাছত সঁফুৰাটো লুকুৱাই ফুৰাই ফুৰাই সোণখটোৱা গুৰগুৰিটো নি তামুলী লিগিৰাৰ হাতত দিলে। কোনোমতে চাংঘৰৰ পৰা নামি নিজৰ বহা পালেহি। তাৰ পাছত অপেক্ষা আৰু সংশয়। গোটেই গাটো তাৰ ঘামিছিল। ঘনে ঘনে পানী খাইছিল আৰু চাউডাঙৰ উপস্থিতি অপেক্ষা কৰিছিল। বৰষুণৰ মাত্ৰা বাঢ়িছিল। সি বাঁহৰ চাংখনত বাগৰি আছিল। তাৰ লগৰ লিগিৰা এটা আহি তাক ভাত খাবলৈ মাতোতেও সি নৰীয়া বুলি তাতে পৰি ৰৈছিল।

বহুত প্ৰশ্নই তাক জুমুৰি দি ধৰিলে। স্বৰ্গদেৱে ধপাত চিলিম নাখালে নেকি ? যদি খালে একো নহ'ল কিয়? যদি খোৱা নাই কোনে খালে? নে সেই বেপাৰীটোৱে কোৱা কথাবোৰ মিছা? এনেয়ে সি ইমান কষ্ট কৰিলে। এতিয়া ফুকন দেউতায়ো বিশ্বাস নকৰিব সি এনেবোৰ কৰিছে বুলি। আকৌ দ্বিতীয়বাৰৰ বাবে চেষ্টা কৰিবলৈকো ভয়। মুষলধাৰে দিয়া বৰষুণজাকলৈ চাই সি চাঙতে পৰি ৰ'ল। ❑

# ন

ৰাজকোঁৱৰ চুহুংমুঙে পাছফালৰ চোতাললৈ ওলাই আকাশৰফালে চালে। কালি দিনটো আৰু নিশাটো বৰষুণ দিয়াৰ পাছত আজি বতৰ ফৰকাল। দুই এক প্ৰজা তেওঁৰ চ'ৰালৈ আহিব। গোচৰ সুধিবলৈ আছে। হঠাৎ পদূলিত ঘোঁৰাৰ শব্দত তেওঁ উচপ খাই উঠিল। কিবা এটা শংকাত কঁপি উঠিল ৰাজকোঁৱৰ। হঠাৎ তেওঁৰ টাঙোন ধৰা দুটা ক'ৰবাৰ পৰা আহি তেওঁৰ কাষত থিয় হ'ল। তেওঁ ৰজাৰ জ্যেষ্ঠ কোঁৱৰ। মেলডঙীয়া ৰজা। তেওঁৰ তলত ৰাজ্যৰ এটা প্ৰধান অংশ আছে। কোনে ক'ত শত্ৰু শালে কোনেও ক'ব নোৱাৰে। তাৰ বাহিৰেও বহুত সময়ত বহুত বিদ্ৰোহীয়ে মাজে মাজে ৰাজধানীলৈ আহি ডাঙৰীয়াক আক্ৰমণ কৰে। ঘেৰাই থৈ যায়। ঘৰদুৱাৰত জুই দিয়ে। গতিকে টাঙোন ধৰা সদায় ডাঙৰীয়াসকলৰ ওচৰত থাকেই। তাতে মেলডঙীয়া ৰজা। এটা অঞ্চলৰ শাসনকৰ্তা, ভৱিষ্যত ৰজা, ৰাজকোঁৱৰ গতিকে কোনে কি ষড়যন্ত্ৰ কৰে ঠিক নাই। চাৰিওফালে সতৰ্ক হৈ গ'ল সকলো। দুগোট পাইক আহি বৰঘৰ আৰু চ'ৰাঘৰৰ মাজৰ বাটত থিয় হ'লহি। সাৱধান হ'ল ৰজাও। এনেতে আহি দাস এটাই সেৱা কৰি জনালেহি যে মজিন্দাৰ বৰুৱা আহি ৰজাদেউতাক দেখা কৰিবলৈ বাটচ'ৰাতে ৰৈ আছে।

ঃ বৰুৱাক আনি চ'ৰাঘৰত বহুৱা হওক। শীঘ্ৰে আমি তেওঁক দেখা দিম।

গুৰুতৰ যে কিবা এটা ঘটিছে এইকথা বুজিবলৈ বাকী নাথাকিল কোঁৱৰৰ। কাৰণ মজিন্দাৰ বৰুৱা এলা পচা বিষয়া নহয়। স্বৰ্গদেউৰ কাষৰ বিষয়া। তেওঁ স্বৰ্গদেউৰ ওচৰত থাকি স্বৰ্গদেউৰ আজ্ঞা প্ৰচাৰ কৰিব লাগিছিল। অন্যদেশৰ কটকী আহিলে কটকীক কথা সুধি স্বৰ্গদেউৰ আদেশ কাকতত লিখি সিংহৰ মোহৰ মৰা ইত্যাদি কাম এই মদিন্দাৰ বৰুৱাৰ। তাৰ বাহিৰেও পাত্ৰ মন্ত্ৰী দুজনাক, চ'ৰাৰ ফুকন আৰু ৰাজখোৱাসকলক নিযুক্তি দিওতে তেওঁলোকক স্বৰ্গদেউৰ আদেশ বৰচ'ৰাত পঢ়ি শুনাব লাগিছিল। এই বিষয়াসকলে নিযুক্তি পোৱাৰ পাছত গৰু-মহ, বান্দীবেটী, ধন আদি ওলগণি স্বৰূপে মজিন্দাৰ বৰুৱাক দিয়ে। তাতকৈ তলখাপৰ বিষয়াক বৰচ'ৰাৰ বাহিৰত আদেশ শুনাই বিষয়া পাতিব লাগে। খেনোক বিষয়া ভাগিলে তেওঁৰ বহাত গৈ স্বৰ্গদেউৰ আদেশ শুনাই থৈ আহে। বাকী কটকী পঠিয়াইয়ে অন্য বিষয়াক নিযুক্তিৰ আদেশ শুনায়। দেৱোত্তৰ, ধৰ্মোত্তৰ, ব্ৰহ্মোত্তৰ আদিৰ মাটি আৰু পাইকৰ বিষয়েও তেওঁৱেই লিখে আৰু তাৰে একোখন নকল গন্ধিয়া

ভাণ্ডাৰত থয়। বছৰি ১০০০ টকা আৰু ঘৰত খাটিবলৈ পাইক পায় তেওঁ। এনেহেন এজন বিষয়া এই পুৰাতেই ঘৰলৈ অহা মানে নিশ্চয় গুৰুত্ব আছে। তেওঁক ৰাজকোঁৱৰ আৰু মেলডঙীয়া ৰজা হিচাবে একখণ্ড শাসন কৰিবলৈ দিয়া নিয়ম। আজিলৈকে কাকো বিষয়া পঠিয়াই এনেদৰে ভঙাৰ কথা শুনা নাই। কিন্তু এইখন আহোম ৰাজ্য ।ৰজাই অকলে দেশ চলোৱাৰ সিদ্ধান্ত লব নোৱাৰে। দুই মন্ত্ৰী লগ হ'লে ৰজাকো ভাঙিব পাৰে যেতিয়া তেওঁৰ পৰা কিবা কথাত বিষয়খন আজুৰি নিবলৈ কেতপৰ ? নহ'লেবা স্বৰ্গদেউৰ কিবা অপায় অমংগল হোৱা নাইতো ?

খৰধৰকৈ চ'ৰা ঘৰলৈ ওলাই আহিল ৰাজকোঁৱৰ চুহুংমুঙ। লগে লগে আঠু ললে মজিন্দাৰ বৰুৱাই।

ঃ ৰজাদেৱক স্বৰ্গদেউৰ টোলত বিচৰা হৈছে। দুইজনা ৰাজমন্ত্ৰী, ৰাজমাও অপেক্ষা কৰি আছে। ৰজাদেৱে শীঘ্ৰে যোৱাহে উচিত।

ঃ বিশেষ কিবা বতৰা আছেনে বৰুৱা ?

ঃ কোঁৱৰদেৱৰ ওচৰত কোৱাৰ বাধা নাই, আপোনাৰ পিতৃদেৱৰ শৰীৰ অসুস্থ।

তললৈ মূৰ কৰিলে মজিন্দাৰ বৰুৱাই। পৰিস্থিতিৰ গভীৰতা বুজিবলৈ বাকী নাথাকিল ৰাজকোঁৱৰৰ। ততালিকে তেওঁ যাবলৈ সাজু হ'ল। ইতিমধ্যে ভিতৰৰ কোঠাত ভুনভুননি আৰম্ভ হৈছিলেই। মজিন্দাৰ বৰুৱাক আগবাঢ়িবলৈ দি সাজু হ'বলৈ গ'ল ৰাজকোঁৱৰ।

'দেশ ৰজাবিহীন হৈ থাকিব নোৱাৰে। গতিকে য'তেই সিংহাসন আছে তাত ৰজা থাকিবই লাগিব। দুৰ্ধৰ্ষ পাইক ছুটা লৈ যেতিয়া কোঁৱৰ ৰজাৰ টোল পালেগৈ তেতিয়া নিজান কেউফালে। কাঁহ পৰি জীণ যোৱা অৱস্থা। গছৰ পাত এটাও যেন লৰা নাই। মৃদু উচুপনিৰ শব্দ শুনিলে কোঁৱৰে। তেওঁৰ বুজিবলৈ বাকী নাথাকিল কি ঘটিছে। বুকুখন খুণ্ডা মাৰি ধৰিলে তেওঁৰ। তাৰ মাজতো এক উত্তেজনাই তেওঁৰ তেজত টগবগাবলৈ ধৰিলে। এক মোহগ্ৰস্ত মানুহৰ দৰে তেওঁ স্বৰ্গদেউৰ চাঙৰ ওপৰলৈ উঠি গ'ল। লিগিৰীবোৰে নীৰৱে ৰৈ চকুলো টুকিছে। লিগিৰাবোৰে জুমবান্ধি নিজৰ ভিতৰতে আলোচনা কৰি আছে। চাৰিওফালে যেন কিবা এটা হৈ আছে। বতাহবোৰ যেন ৰৈ গৈছে থৰ হৈ। গহীন খোজতে সোমাই গ'ল স্বৰ্গদেউৰ শোৱনি কোঠালৈ।

আহলবহল শোৱনি কোঠাৰ এটা চুকত ডাঙৰ কাঠৰ বিচনাখন। তাৰ ওপৰত এবেগেতিয়া তুলিৰ ওপৰত শুই আছে স্বৰ্গদেউ। বনকৰা এখন কাপোৰেৰে ঢকা তেওঁৰ নিথৰ দেহ। মজিয়াৰ এচুকত হাতধৰা লিগিৰী তিনিজনীয়ে নিঃশব্দে উচুপিছে। বৰকুঁৱৰীৰ লগতে বাকী কুঁৱৰী কেইগৰাকী বিচনাৰ ভৰি শিতানত বহি আছে। কোঁৱৰ সোমোৱাৰ লগে লগে সশব্দে কান্দি উঠিল পাটমাদৈ বৰকুঁৱৰী । মাকৰ মুখলৈ চালে। বৰ কম বয়সতে বিধবা হ'ল তাৰ মাতৃ। আজিলৈকে আছিল বৰকুঁৱৰী। কাইলৈৰ পৰা হয়তো ৰাজমাও হ'ব। হয়তো নহ'ব। বিচনাৰ নাতিদূৰত থিয় হৈ আছে বেজবৰুৱা। গম্ভীৰ তেওঁৰ

মুখ। তীক্ষ্ণ চকুকেইটাই যেন কিবা এটা কব খুজিছে। পিতাকৰ দেহটোৰ ওচৰ চাপি গ'ল কোঁৱৰ চুহুংমুং। বেজবৰুৱাই গুচাই দিলে মুখৰ কাপোৰ। শান্ত হৈ শুই আছে স্বৰ্গদেউ। যেন একো হোৱা নাই শুইহে আছে। আচৰিত হ'ল কোঁৱৰ। চকুৰ পতাকেইটা পাতল নীলা ৰঙৰ। ওঠ দুটা যেন ক'লা হৈ গৈছে। নিজ হাতেৰে ক্ষীপ্ৰ গতিত কাপোৰখন গুচাই দিলে। ডিঙিটোতো এটা নীলা পাতল আভা। বেজবৰুৱাৰ মুখলৈ তীক্ষ্ণ দৃষ্টিৰে চালে কোঁৱৰে। বেজবৰুৱাই চকুৰেই উত্তৰ দিলে। যেন নিঃশব্দে ক'লে।

ঃ হয় কোঁৱৰ ঠিকেই সন্দেহ কৰিছে।

ভৰিৰ ফালৰ কাপোৰখন গুচাই ভৰিৰ তলুৱা দুখন চালে কোঁৱৰে। নীলা হৈ গৈছে সেই দুখনো। কোঁৱৰৰ মুখেৰে হঠাৎ ওলাই আহিল।

ঃ সাপ ?

প্ৰশ্নটো আছিল বেজবৰুৱালৈ। বেজবৰুৱাই মাত্ৰ মূৰ দুপিয়ালে। হয় কোঁৱৰে দেখিছে সাপে খুঁটি মৰা মানুহক ওচৰৰ পৰা। অতি ওচৰৰ পৰা । সেই কথা মনত পৰিলে কোঁৱৰৰ আজিও কলিজাটো গধুৰ হৈ যায়। আছিল সেইয়া এক কাহিনী। কোঁৱৰে সেইবাবে চিনি পায় সাপে কামোৰা মানুহৰ লক্ষণ।

সকলোৰে মুখে মুখে কথাটো বাগৰি গ'ল। সকলোৱে ভাবিলে সাপৰ কথা কৈছে ৰাজকোঁৱৰে? বৰকুঁৱৰীৰ ওচৰত থিয় হ'ল কোঁৱৰ।

ঃ আই ?

ৰাণীৰ শোকে খুন্দা মাৰি ধৰিলে । বৰ পুতেকৰ বুকুত মূৰ থৈ সশব্দে কান্দি উঠিল বৰকুঁৱৰী। অতি কষ্টৰে আবেগক ধৰি ৰাখিলে কোঁৱৰে। কিছু সময় আয়েকক সান্ত্বনা দি শোৱনি কোঠাৰ পৰা ওলাই আহিল তেওঁ।

বহুত কাম আগত। এতিয়ালৈকে ঘোষণা কৰা হোৱা নাই যে স্বৰ্গদেউৰ মৃত্যু হৈছে। অন্য এজনক ৰজা নপতালৈকে এই ঘোষণা কৰিব নোৱাৰে। নিয়মমতে তেওঁ বৰকোঁৱৰ, তেওঁ ৰজা হ'ব লাগে। কিন্তু আহোম ৰাজতন্ত্ৰৰ কথা সম্পূৰ্ণ সুকীয়া। ইয়াত পুৰুষানুক্ৰমে ৰজা হোৱাৰ নিয়ম। ৰজাৰ পুতেকেই ৰজা। কিন্তু কোনেও নিজে ৰজা হও বুলি ৰজা হ'ব নোৱাৰে। মন্ত্ৰীয়েহে ৰজাৰ উপযুক্ত পুত্ৰক ৰজা পাতে। কিন্তু ৰজাৰ শৰীৰত ঘুণ থাকিব নালাগিব। যদি কিবা কাৰণত ৰজাৰ পুতেক নাথাকে তেতিয়া ৰাজবংশৰ উপযুক্ত কোঁৱৰক ৰজা পতাৰ নিয়ম। ইচ্ছা কৰিলে বা অত্যাচাৰী, দুৰ্বল হ'লে মন্ত্ৰী দুজনে ৰজা ভাঙিবও পাৰে। এতিয়া এই পৰিস্থিতিত মন্ত্ৰী দুজনাই আলচ কৰি মজিন্দাৰ বৰুৱাৰ হতুৱাই মতাই অনাইছে তেওঁক। তেওঁ এতিয়াও যোৱা নাই বৰচ'ৰালৈ। পৰিস্থিতিৰ বুজ লৈছে। প্ৰকৃততে পিতাকৰ কি হৈছে জানিবৰ ইচ্ছাৰেই আহিছে তেওঁ। শোৱনি কোঠাৰ পৰা ওলাই তেওঁ অন্য এটা কোঠালিত সোমালহি। এইটো স্বৰ্গদেউৰ তামুলীচ'ৰা। বেজবৰুৱাও আহিল লগতে।

ঃ সৰ্পদংশনত মৃত্যু হৈছে স্বৰ্গদেউৰ।

ঃ ক'ৰবাত সৰ্প দেখা পোৱা হৈছেনে?

ঃ আচৰিত কথা কতো দেখা পোৱা হোৱা নাই।

ঃ সৰ্পৰ বিষতেই মৃত্যু হৈছে ই ঠিক। কোনোবাই সাপ আনি মেলিছে তাৰ পাছত আঁতৰাইছে। কিন্তু এতিয়াই কথাষাৰ প্ৰকাশ্য কৰিব নালাগে। বেজবৰুৱাদেউ।

ঃ নিশ্চিন্তে থাওক কোঁৱৰ। আমাৰ পৰা প্ৰকাশ নাপায়।

ঃ আপোনাৰ তলতীয়া বেজ কেইজনে নিশ্চয় জানে....।

ঃ আমি স্বৰ্গদেউৰ অন্নভোগী। স্বৰ্গদেউৰ ইচ্ছাৰ বিৰুদ্ধে একো কৰা নহয় স্বৰ্গদেউ ঈশ্বৰ।

কথাষাৰত হঠাৎ বিজুলী পৰা মানুহৰ দৰে চক খাই উঠিল কোঁৱৰ। তেওঁক এই জীৱনত প্ৰথম স্বৰ্গদেউ ঈশ্বৰ বুলি সম্বোধন কৰিলে কোনোবাই। এতিয়ালৈকে তেওঁ স্বৰ্গদেউ হোৱা নাই। কিন্তু হ'ব যে ই ধ্ৰুৱপ। সকলো লক্ষণে তাকেই কয়। তথাপিও নোহোৱালৈকে একো নিশ্চয়তা নাই। লাহে লাহে চাংঘৰৰ পৰা নামি আহিল। কুঁৱৰীটোললৈ যাব তেওঁ। এনায়েকক এবাৰ সান্ত্বনা দিয়াৰ বৰ প্ৰয়োজন। ৰাজমাওৱে এফালে পুত্ৰক হেৰুৱাইছে এফালে হেৰুৱাইছে ৰাজমাওৰ সন্মান। কিন্তু ভাবী ৰজাৰ পৰা অকণমান আদৰ পালে তেওঁ বুজিব যে তেওঁ এতিয়াও একেবাৰে এলাগী হোৱা নাই।

এনায়েকৰ কাষৰ পৰা আহিয়েই তেওঁ মজিন্দাৰ বৰুৱাৰ হতুৱাই ৰজাৰ বাকী কোঁৱৰসকলক ৰজাৰ টোললৈ মতাই বাৰ্তা পঠিয়ালে। মজিন্দাৰ বৰুৱাই লগে লগেই টেকেলা পাচিলে। তাৰ পাছতেহে কোঁৱৰ বৰচ'ৰালৈ আহিল।

ইতিমধ্যে দুজন মন্ত্ৰী আৰু বৰুৱা ফুকন ইত্যাদি কৰি ভালেমান বিষয়া মৌনভাৱে তাত অপেক্ষা কৰি আছিল। কোঁৱৰ তাত উপস্থিত হোৱাৰ লগে লগে সকলোৱে তেওঁক আদৰি নিলে। মেলডঙীয়া ৰজা বহাৰ আগৰ ঠাইতে তেওঁ বহিল। বুঢ়াগোঁহায়ে সকলোকে উদ্দেশ্য কৰি ঘোষণা কৰিলে যে যিহেতু স্বৰ্গদেৱ চুপিম্‌ফা দেৱৰ আকস্মিক মৃত্যু হৈছে, গতিকে স্বৰ্গদেউৰ বৰপুত্ৰ খুনলুং খুনলাইৰ বংশৰ মেলডঙীয়া ৰজা চুহুংমুংদেৱক অসমৰ ৰজা পতা হ'ল। দুই মন্ত্ৰীকে আদি কৰি সকলোৱে নতুন স্বৰ্গদেউৰ ওচৰত আঠু ল'লে। সকলোৱে একেলগে জয়ধ্বনি দিলে। অসমৰ ৰাজ সিংহাসন ৰজাবিহীন হৈ থাকিব নোৱাৰে। কালজনা স্বৰ্গদেউৰ মৃত্যু হৈছিল যদিও ইজনাক ৰজা নপতালৈকে আগৰজনাৰ মৃত্যু ঘোষণা কৰা হোৱা নাছিল। মন্ত্ৰীসকল তাৰ পাছৰ ব্যৱস্থাৰ বাবে লৰালৰিকৈ কামত ধৰিল।

কিছুসময়ৰ পাছতেই দেওধাই ফুকন সদলবলে আহি উপস্থিত হ'লহি। তেওঁৰ লগত বনধাই বৰুৱা। দেওধাই ফুকনে লগৰ কেইজনমানক লৈ লগে লগেই বন্তি জ্বলাই বিভিন্ন ধৰণেৰে দেও মতাৰ বাবে ব্যৱস্থা কৰিলে। মন্ত্ৰীসকল ভাগে ভাগে বহিল। নতুন স্বৰ্গদেৱো

আগৰ মেলডঙীয়া ৰজাৰ আসনতে বহিল। অলপ পাছতেই নতুন ৰজাৰ কুঁৱৰীও দোলাৰ পৰা নামি আহি নতুন স্বৰ্গদেৱৰ কাষতে বহিল। বনধাই বৰুৱাক এইবাৰ দেওধায়ে স্বৰ্গদেউৰ সিংহাসনত বহুৱালে। বিধিমতে দেওধায়ে দেও মাতিলে। দেউ উঠি বনধাই বৰুৱাই নতুন স্বৰ্গদেৱৰ ৰাজভোগ আৰু দেশৰ মাৰিমৰক সম্পৰ্কে ভৱিষ্যতবাণী কৰিলে।

ঃ ৰাজভোগ কৰিবি ঐ কৰিবি। মাৰিমৰক নাই ঐ নাই। শতৰু জিনিবি ঐ জিনিবি। জ্ঞাতি হেৰাব ঐ হেৰাব।

আৰু কিছু কথা ক'লে বনধাই বৰুৱাই। তাৰ পাছত তেওঁক আৰায়াজুই ছয়অৰা খাবলৈ দিলে। নতুন স্বৰ্গদেৱে আৰু পাটৰাণীয়ে দুচৰু সোণৰূপ দেওধাইক দি তেওঁৰ হতুৱাই দেওধাই বৰুৱাক চৰণত ধৰাই ৰাজভোগ কামনা কৰালে আৰু দেও বিদায় দিয়ালে। ইয়াৰ পাছতেই স্বৰ্গদেউক আৰু পাটৰাণীক হোলাঙত বহুৱাই সকলোৱে সেৱা কৰিলে। মন্ত্ৰীসকলে ৰাজ্য শাসনৰ বিষয়ে স্বৰ্গদেউক উপদেশ দিলে। স্বৰ্গদেৱে ৰজা হৈ ন্যায় মতে ৰাজ্য শাসন কৰিম বুলি প্ৰতিশ্ৰুতি দিলে।

তাৰ পাছতেই মন্ত্ৰীসকলৰ আদেশত মজিন্দাৰ বৰুৱাই আগৰ ৰজাৰ মৃত্যুৰ খবৰ আৰু নতুনকৈ ৰজা হোৱাৰ খবৰ কেউদিশে প্ৰচাৰ কৰিবলৈ ভাগে ভাগে মানুহ পাচিলে।

এইবাৰ ৰজাৰ টোলত কান্দোনৰ ৰোল উঠিল। সকলোৱে এইবাৰ গম পালে যে স্বৰ্গদেউ স্বৰ্গী হ'ল। নতুন ৰজা স্বৰ্গদেউ চুহুংমুং। নতুন ৰজাৰ আগমণে ৰাজ্য আৰু ৰজাৰ টোললৈ হয়তো নতুন কিবা কঢ়িয়াই আনিব বুলি সকলো সাজু হ'ল। ❑

# দহ

সকলোৱে তাক অপং বুলিয়েই মাতে। ৰজাৰ ল'ৰা গতিকে ৰাজকুমাৰ। ডাঙৰ ডাঙৰ নগাবোৰে কিন্তু দেও সঁচ মানুহ বোলে। ৰূপহীয়ে তালৈ চাই থাকিলে নিজৰ ল'ৰা হেন লাগে। সি কিন্তু তাইকে তাৰ মাক বুলি ভাবে। তাইকো সি বাকী নগা ল'ৰাহঁতে মাকক মতা দৰে এন্যু বুলিয়েই মাতে। তেতিয়া তাইৰ মনটো ভৰি পৰে। নিজৰ ল'ৰা যেন লাগে। এতিয়া অৱশ্যে সি তাইৰেই ল'ৰা। নগাচাঙত মাক মৰাৰ পাছত তাৰনো আৰু কোন আছে? তাই তাৰ জন্মৰ পাছতেই নগা চাং এৰি কুঁৱৰীৰ মাকৰ ঘৰলৈ গুচি যোৱাৰ কথা ভাবিছিল। প্ৰথমৰ পৰাই অসহ্য লাগিছিল এই নগা গাঁওখন। তাই যেন ইয়াৰ পৰা ওলাব পাৰিলেই ৰক্ষা পৰে। কত প্ৰণাম নকৰিলে তাই কত দেৱ-দেৱীক। কিন্তু এতিয়া তাই এই ঠাই এৰি যোৱাৰ কথা ভাবিবই নোৱাৰে। কাল কেনেকুৱা এক বস্তু। কালে সকলো পাহৰায়। কালে বহুত কথাই সলনি কৰি পেলায়। এতিয়া তাইৰ এই নগা গাঁওখন ভাল লাগে। চাৰিওফালে ৰঙীন যেন লাগে। এসময়ত কিন্তু আছিল একেবাৰে উকা। তাৰ কাৰণ নগা যুৱক কাৰংমা। যিটোৰ কাৰণে কুঁৱৰীয়ে ৰাজ্য এৰিব লগা হ'ল, এতিয়া সেই নগা ডেকাটো তাইৰ বুকুৰ আপোন। প্ৰথমৰ পৰাই তাইৰ মনটো তাৰ ফালে আছিল। কুঁৱৰীৰ এনেয়ে চকুত লগা নাছিল। তাতে এই গাঁওখনত আহি তাই দেখিলে যে সি সিহঁতৰ ৰজা হোৱাৰ বাবে উপযুক্ত। সমগ্ৰ অঞ্চলটোৰ বা সিহঁতৰ গোটটোৰ মানুহে তাক সমীহ কৰে, ভাল পায়।

সেই প্ৰথম মিলনৰ দিনটো ৰূপহীৰ এতিয়াও মনত আছে। সেই দিনা আছিল বতৰ ডাৱৰীয়া। তাই কোঁৱৰক শুৱাই চাংঘৰৰ ওপৰত থিয় হৈ আছিল। চাৰিওফালে ক'লা আকাশ। তাইৰ ভয়– ভয়ো লাগিছিল। কেঁচুৱা ল'ৰাটো আৰু তাই। অন্য দিনা থকা বুঢ়ী নাগিনীজনীও নাই আজি তাইৰ লগত। ক'ৰবালৈ গ'ল। বতৰ বেয়া হ'লে ওচৰৰ গাঁওত থকা জীয়েকৰ ঘৰৰ পৰা বা আহিব পাৰেনে নোৱাৰে। অৱশ্যে সিহঁতক দেৱতা ৰখা দি ৰাখিছে এই নগা মানুহবোৰে। ভাল চাউল, শাক-পাছলি, নিমখ, মাংস সকলো সিহঁতক দি যায়হি। দেওসঁচ মানুহ বাবে সমীহো কৰে, ভয়ো কৰে। এনেতে হঠাৎ চাঙৰ ওপৰলৈ উঠি আহিল কাৰংমা। তাৰ কঁকালত নগা দা। মাত্ৰ কঁকালত এখন লেংটি মূৰত চৰাই পাখি লগোৱা এটা মুকুট। পাছৱাল গাটো মাজে মাজে

বিজুলীৰ পোহৰত জিলিকি উঠিছে। ঠিক কোনোবা যেন দেৱতাহে মৰ্ত্যলৈ নামি আহিছে এনে লাগিল তাইৰ। ৰঙা পৰা চকু হালেৰে সি চাই আছে তাইলৈ। তায়ো চাই আছে তালৈ। নিশ্চয় সি জু খাই আহিছে। জু সিহঁতে অলপ বেলেগকৈ বনায়। নিচা বেছি ধৰে, বৰ চোকা। কেতিয়াবা ৰূপহীয়েই দুই এঢোক নমৰা নহয় বুঢ়ী নাগিনী কেইজনীৰ লগত। ধপাতো খায় ৰূপহীয়ে। ৰূপহীয়ে বুজিলে সি যেন অকণমান চঞ্চল হৈ আছে। সাধাৰণতে এইদৰে নিশা সি অকলে চাঙলৈ নাহে। আজি হয়তো মনটো বান্ধিব নোৱাৰি আহিছে তাইৰ কাষলৈ। তাইৰো মনটো চঞ্চল হৈ উঠিল। এনে এক ডেকা ল'ৰাৰ বুকুত বিলীন হৈ যোৱাৰ আনন্দই বেলেগ। তাইৰ গাভৰু দেহটোৱে যেন তাৰ দেহৰ পীড়ন বিচাৰে।

সিহঁত মানুহবোৰ সৰল। বেছি পাক লগাব নাজানে। বিচৰাতো চিধাকৈ বিচাৰে। কাৰংমা তাইৰ ফালে আগবাঢ়ি আহিল। তাইৰ হাতখনত ধৰিলে। তায়ো যেন এই মুহূৰ্তটোৰ বাবেহে অপেক্ষা কৰি আছিল। কাৰংমাৰ বুকুত সোমাল তাই। নগাৰ লাওপানীৰ মিঠা মিঠা গোঁন্ধ এটা তাইৰ নাকত লাগিল। তাৰ গোন্ধতেই যেন নিচা লাগিল তাইৰ। বাহিৰত তেতিয়া বিজুলী গাজনিৰে প্ৰচণ্ড বৰষুণ দিছিল, তাই আৰু খুন্‌বাওটোৰ দুইটা শৰীৰ বহু সময় ধৰি এক হৈ আছিল।

তাৰ পাছৰ পৰা ৰূপহীৰ মনৰ গতিয়েই সলনি হৈ গ'ল। এফালে কুঁৱৰীৰ পুতেকৰ দেখা শুনা অন্যফালে খুন্‌বাওটোৰ প্ৰেম, কথাটো কিন্তু লুকাই নাথাকিল। কাৰণ সিহঁতৰ সমাজত এইটো ইমান এটা ডাঙৰ কথা নহয়। আবিয়ৈ ছোৱালীয়ে কোনো পুৰুষৰ লগত দৈহিক সম্পৰ্ক ৰাখিব পাৰে। কিন্তু যদি সন্তান হয়, তেন্তে সেই পুৰুষে সেই ছোৱালীক বিয়া কৰাব লাগিব। একাধিক বিবাহতো বাধা নাই। খুন্‌বাওটোৰ যে তাই উপপত্নী সেই কথা নজনাকৈ কোনেও থকা নাই। তাইৰ লগত চোৱাচিতা কৰিবলৈ থকা নাগিনী জনীয়ে তাইক মাজে মাজে জোকায়ো। তায়েই ৰূপহীক কিবা কিবি বন দৰবো মাজে মাজে খাবলৈ দিয়ে। মুখৰ ভিতৰতে সিহঁতৰ দোৱানত ক'লেও বুজি পায় ৰূপহীয়ে যে তাই কি ক'ব বিচাৰিছে। এইটো কেঁচুৱা ডাঙৰ হৈ লওক তেতিয়াহে অন্য এটা। লোকৰ হলেও তয়ে এইটোৰ মাক। তাতে তোৰ কেঁচুৱা হলে বিপদ হ'ব। যেনে হলেও সি আমাৰ ৰজা। তায়ো আপত্তি নকৰে। কাৰণ এতিয়াই তাইৰ সংসাৰৰ বান্ধোনত সোমাবলৈ ইচ্ছা নাই। এই তাইৰ প্ৰেমৰ বয়স, তাতে দায়িত্ব। অপং ডাঙৰ নোহোৱালৈকে তাই এনেদৰেই থাকিব লাগিব। অৱশ্যে সিহঁতৰ তাতো একেই ব্যৱস্থা। ৰজাৰ হাতধৰা লিগিৰী কেইজনীয়ে ৰজাৰ মন গ'লেই ৰজাৰ লগত শুব লাগে। প্ৰায়েই সন্তান নহয়হে। কিন্তু হলেও ৰাজকোঁৱৰৰ মৰ্যাদা কেতিয়াও নাপায়। অৱশ্যে ৰাজ বিষয় একোটা খাবলৈ পায়, ৰজাৰ তেজ গাত আছে বুলিয়েই। তায়ো খুন্‌বাওটোৰ ৰাণী হ'বলৈ বিচৰা নাই। মাত্ৰ সিহঁতৰ মাজৰে আটাইতকৈ ধুনীয়া ডেকাটোৰ প্ৰেমিকা হ'বলৈ বিচাৰিছে। তাইকোতো জীয়াই থাকিবলৈ কিবা এটা অৱলম্বন লাগে।

কিহৰ আশাত তাই এই অজাতিৰ মাজত জীয়াই থাকিব? এতিয়া তাইৰ বাবে এই নগা গাঁওখনেই সকলোতকৈ ধুনীয়া ঠাই।

মাত্র তাইৰ মাজে মাজে মনটো বেয়া লাগে যেতিয়া দেখে কাৰংমা তাইৰ কাষলৈ কেইবাদিনো অহা নাই। সি মাজে মাজে বৰ ব্যস্ত হৈ পৰে। অন্য পাহাৰীয়া জাতিবোৰৰ লগত কাজিয়া লাগে কেতিয়াবা। যুঁজ বাগৰ হয়। সিহঁতৰ মাজত আলোচনা হয়। বিচাৰ হয়। তাৰ বাহিৰেও সি নিজৰ সংসাৰৰ বাবে খেতিবাতিটো চকু দিব লাগে। তাৰ ঘৈণীয়েকজনীও কামে-কাজে পাকৈত। নগা তিৰুতাবোৰেও বৰ কষ্ট কৰে। মতাবোৰৰ সমানে কাম-কাজ কৰে। তাই এতিয়াহে এটা কথা উপলব্ধি কৰিলে যে স্বৰ্গদেৱৰ কুঁৱৰীবোৰৰ মনবোৰ সকলো পাইয়ো একো নোপোৱাৰ দৰে কিয়? এতিয়া তাই নগা ৰজাটোক প্ৰেমিক হিচাপে পাইছে, তাইৰ প্ৰতিদ্বন্দী একপ্ৰকাৰ নায়েই। সিও তাইৰ প্ৰেমতে মচগুল। অৱশ্যে সি তাৰ নিজৰ চাংঘৰতে থাকে। ঘৈণীয়েকৰ লগতেই থাকে। তাই কিন্তু আশা কৰে প্ৰত্যেক নিশাই যেন তাইৰ ওচৰলৈ সি আহক। আহোম ৰজাবোৰৰো বহুত কুঁৱৰী থাকে। তলতীয়া বা যুদ্ধত হৰা ৰজাই দিয়া কন্যা, বন্ধুত্ব কৰিবলৈ দিয়া কন্যা, নিজে ভাল দেখি অনা ছোৱালী, ৰজা হোৱাৰ আগতে বিয়া কৰোৱা তিৰুতা। তাৰ বাহিৰেও ৰূপহী হাতধৰা লিগিৰী উপপত্নীবোৰ আছেই। গতিকে প্ৰত্যেক দিনাই কুঁৱৰীবোৰে সাজি- কাচি অপেক্ষা কৰে ৰজা আহিব বুলি। কাচিৎহে আহে ৰজা। তাৰ পাছত আকৌ অপক্ষো। মৰি যায় মনে মনে কুঁৱৰীবোৰ। তাতে আকৌ নতুন কোনোবা কুঁৱৰী আহিলে ৰজা তাতে মজি ৰয় অল্প দিন। শান্তি নাই মনত। কেনেবাকৈ গাভৰু হৈ থাকোতেই ৰজাৰ মৃত্যু হ'লে আহিল বিপদ। কোনোবাজনৰ চকুত পৰিলে তেওঁ ৰাখিলে কুঁৱৰী কৰি। নহলে সাধাৰণ জীৱন। সঁচাকৈয়ে শান্তি নাই এই ছোৱালী মানুহৰ জীৱনত। পুৰুষৰ বাবে মাত্র আকৰ্ষণ ৰূপ আৰু দেহাটো। তাৰ বাহিৰে যেন একো নাই।

নাঙঠ হৈ খেলি ফুৰিছে নগা ল'ৰাবোৰৰ লগত অপং। বহুত দিন চিন্তা কৰিছে তাৰ নাম এটা লাগে। কিণ্তু সকলোৱে তাক চোন অপং বুলিয়েই কয়। এটা হুমুনিয়াহ ওলাই আহিল ৰূপহীৰ। কেতিয়া বা ডাঙৰ হ'ব ই। কি বা আছে তাৰ আগত? তালৈ চাই চাই বহি ৰ'ল ৰূপহী।❑

# এঘাৰ

মন কৰি আছে খাৰঘৰীয়া ফুকনে আজলীৰ মাকে এসোটা কন্দা। ৰজা জোঁৱায়েকৰ মৃত্যুৰ বাবে নহয়, আচলতে মৰমৰ জীয়েক আজলীলৈ মনত পৰিহে কান্দিলে। কোনেও ধৰিব নোৱাৰিলেও কুঁৱৰীৰ মাকে ধৰিব পাৰিছে যে ফুকনৰ আজি ৰঙত তত নাই। ৰজাৰ যেন তেওঁৰ হাততহে মৃত্যু হৈছে তেনে ভাব। বাকী পাইক লিক চৌ বা দাস-দাসীবোৰৰ আগত সেই ভাব প্ৰকাশ কৰা নাই। কাৰ মুখ বাগৰি বা কি কথা ক'লৈ পৰেগৈ ঠিক নাই। সকলোৰে ভাবিছে ৰজাৰ স্বাভাৱিক মৃত্যু হৈছে। কিন্তু একমাত্ৰ পুহায়ে জানে ৰজাৰ কেনেকৈ মৃত্যু হ'ল। খাৰঘৰীয়া ফুকনেও জানে বা ভাবিছে যে পুহাইৰ দ্বাৰাই কাম ফেৰা সামাধা হৈছে। কিন্তু তাত কাৰ কাৰ সমৰ্থন আছে তাক জানো গম পাইছে। নতুন স্বৰ্গদেউ পাটত উঠিছে। তেওঁৰ মতিগতি এতিয়ালৈকে গমপোৱা নাই এঠোন। কিবা ৰূপ ধৰে ঠিক নাই। কিন্তু গ'লজনা স্বৰ্গদেৱৰ দৰে ৰূপ ল'লে বিপদেই। ৰজাটোলৰ খবৰ তেওঁ পোৱা নাই। কিন্তু খুনলুং বুঢ়াগোঁহাই বৰ কুটিল মানুহ। তাতে তেওঁ ৰাজমন্ত্ৰী আছিল। ডাঁৰৰ বাতৰি তেওঁ ডাঁৰে পাই আছে। কাৰ মনত কি আছে কোৱা টান। পুহাইক কেনেবাকৈ ৰাজটোলৰ পৰা উলিয়াই আনিব পাৰিলে বিপদ আঁতৰে। কিন্তু ঘপকৈ সেইয়া সম্ভৱ নহয়। সন্দেহ হ'ব পাৰে। অৱশ্যে স্বৰ্গদেৱৰ মৃত্যুটো যে স্বাভাৱিক মৃত্যু এই কথা সাধাৰণ প্ৰজাই মানি ল'লেও যেন নতুন জনা স্বৰ্গদেৱে মানি লব পৰা নাই। স্বৰ্গদেৱ স্বৰ্গী হোৱা বতৰা পোৱাৰ পাছত সকলো ডা-ডাঙৰীয়া ৰাজটোললৈ ঢাপলি মেলিছে। খাৰঘৰীয়া ফুকনেও তালৈ গৈ বু-বু বা-বা শুনি আহিছে। নতুনজনাই বোলে ৰজা হৈয়েই ৰাজটোললৈ গৈ বেজবৰুৱাৰ লগত গুপুতে আলোচনাও কৰিছে। তাৰ ভু কোনোৱে পোৱা নাই। নতুন ৰজা ঘোষণা হোৱাৰ পাছতে আগৰজনা স্বৰ্গদেৱ স্বৰ্গী হোৱা কথা ৰাজহুৱা হ'ল। কুঁৱৰী টোলত কান্দোনৰ ৰোল উঠিল। স্বৰ্গদেৱৰ শোৱনি কোঠা লোকেৰে ভৰি পৰিল। বতৰা পাই লুথুৰাখন খেলৰ মানুহ আহিল। ৰজাৰ শ লুথুৰাখন মানুহৰ বাহিৰে অন্য মানুহে চুব নাপায়। কাৰো তত নাই এফালে এদল ব্যস্ত আগৰজনা স্বৰ্গদেৱক বিদায় জনাবলৈ আৰু এদল ব্যস্ত নতুনজনা স্বৰ্গদেৱক আদৰাৰ বাবে ব্যৱস্থা কৰিবলৈ। অন্য স্বৰ্গদেৱৰ মৃত্যুৰ সময়ৰ আগতে এটা ব্যৱস্থা হয় অৰ্থাৎ আগতে নৰীয়া হৈ থাকিলেও সকলোৱে গম পায় যে ৰজাদেৱ স্বৰ্গী হ'ব। কিন্তু এইবাৰ সকলো ইমান অকস্মাতে ঘটি গ'ল যে কোনেও গমকে নাপালে। সকলোৰে মনত কিন্তু এটা সন্দেহে ঠাই লৈছে যে ৰজাদেৱৰ মৃত্যুৰ

আঁৰত কিবা ঘটনা আছে। অৱশ্যে সকলোৰে সন্দেহ খুনলুং বুঢ়াগোঁহাইৰ ওপৰত। কাৰণ তেওঁক মন্ত্ৰী ভণ্ডা হ'ল। আগৰজনৰ মৃত্যুতো তেওঁৰে হাত আছিল বুলি জনাজাত হৈছিল। অৱশ্যে ডা-ডাঙৰীয়াসকলে এই কথাত মাত মতা নাই। তেওঁলোকেও পেটে পেটে জানিছিল যে ৰজাদেৱক বধিবলৈ তলে তলে এক চক্ৰান্ত চলি আছে। কিন্তু কোনে কেনেকৈ ৰজাদেৱক বধ কৰিলে সেই কথাহে জানিব পৰা হোৱা নাই। বেছিকৈ খুচৰিবলৈও কোনেও ইচ্ছা কৰা নাই। কাৰণ কেঁচু খান্দোতে ক'ত সাপ ওলাব ঠিক নাই। তাৰ বাহিৰেও অবিবেচক ৰজাৰ বাবে ৰাইজৰ বহু ক্ষতি হৈছে, গতিকে এইজনা আঁতৰি যোৱাত বেয়া হোৱা নাই।

চাৰিওফালে বিষয়া পাইকেৰে উদুলি মুদুলি। তাৰ মাজতো কিন্তু চাউদাং বৰুৱাৰ তীক্ষ্ণ দৃষ্টি। স্বৰ্গদেৱ টোললৈ গৈছে। লগত বৰকুঁৱৰী। চাউদাঙে টোল বেৰি আছে। এতিয়া নতুন স্বৰ্গদেৱ টোলত সোমাল যেতিয়া আগৰদৰেই কটকটীয়া ব্যৱস্থা। ঘপকৈ কাৰো পক্ষে টোলত প্ৰৱেশ কৰা সম্ভৱ নহয়। ৰজাৰ পা-পৰিয়াল ইতিমধ্যে টোলত সোমাইছেহি। গড়ৰ চাৰিওফালেও কিছু পাইক ৰখি আছে। যাকে তাকে গড়ৰ ভিতৰত সোমাবলৈ দিয়া নাই। কাৰণ এই সন্ধিক্ষণটো বৰ বেয়া সন্ধিক্ষণ। বিদ্ৰোহী বা শতৰুৱে এই সময়তে গড়ত সোমাই টোল আক্ৰমণ কৰিব পাৰে। নাইবা কোনোবাই নতুন ৰজাদেৱকো কিবা অনিষ্ট কৰিব পাৰে। কোনে কি চক্ৰান্ত কৰিছে কি ঠিক?

খাৰঘৰীয়া ফুকনৰ এই মুহূৰ্ততে পুহাইক লগ পাবৰ ইচ্ছা হ'ল। কাৰণ কাৰ্যটোযে তাৰ দ্বাৰায়ে সিদ্ধি হৈছে সি ধুৰুপ। ইমান এটা ডাঙৰ ঘটনা ঘটিছে যেতিয়া ৰাজহাউলীৰ সকলো লগুৱা-লিগিৰী কিবা এটা নহয় কিবা এটা কামত ব্যস্ত কিন্তু পুহাইৰ দেখা দেখি নাই। আচৰিত কথা। এবাৰ হ'লেওতো তাক দেখা পাব লাগিছিল। নে ইতিমধ্যে তাক বন্দী কৰি পোটাশালত থোৱা হৈছে। তেনেহ'লে তেওঁৰো দিন চমু চাপি আহিল। পা-পৰিয়াল এৰি দেশান্তৰী হ'বতো নোৱাৰি। যি আছে ইয়াতেই ভোগ কৰিব লাগিল। যি কোনো এটা পাইকক পঠিয়াব পাৰি, কিন্তু কাৰ্য্য সিদ্ধি নহ'ব। কাৰণ কথাটো হিতে বিপৰীত হ'ব পাৰে। অতি বিশ্বাসী পাইক হ'ব লাগিব। তাকো তেওঁৰ তলতীয়া পাইক নহ'লে বিপদ। ঘপকৈ ইয়াত বিশ্বাসী পাইক এটা ক'ত পায় চাবলৈ ধৰিলে। তেওঁৰ তলত ছয়হাজাৰ পাইক। সকলোকে চিনা সম্ভৱ নহয়। শইকীয়া হাজৰিকাসকলেহে ভালকৈ চিনি পায়। ইফালে লগুৱা লিগিৰীৰ বাহৰৰ ফালে যোৱা নাযায় তেওঁৰ দৰে এজন ওখ খাপৰ বিষয়াৰ। তাত সন্দেহ বেছি হোৱাৰ সম্ভাৱনা আছে। এনেদৰে গুণাগঠা কৰি থাকোতেই হঠাৎ গজপুৰীয়া বৰুৱা তেওঁৰ আগত আহি দেখা দিলে। গজপুৰীয়া বৰুৱাই পাইক লগুৱা লিকচৌ যোগান ধৰে। হঠাৎ মনত পৰিল ফুকনৰ, কেউ কিছু নাইকিয়া পুহাইক তেৱেঁই আনি ফুকনৰ হাতত চমজাই দিছিলহি। খাৰঘৰীয়া ফুকনৰ মনটো আনন্দত নাচি উঠিল। এৱেঁই উপযুক্ত ব্যক্তি হ'ব পুহাইৰ বতৰা লোৱাৰ।

গজপুৰীয়া বৰুৱাৰ মুখখন গহীন। খাৰঘৰীয়া ফুকনৰ ওচৰ চাপি আহি প্ৰণাম জনালে। খাৰঘৰীয়া ফুকনে তেওঁৰ মুখলৈ চাই ৰ'ল।

ঃ দেৱ, কথাষাৰ কবৰ আজ্ঞা হওক।

ঃ কোৱা হওক বৰুৱা।

ঃ দেৱৰ মনত থাকিব চাগৈ তাহানিতে এটি ঘাটমাউৰা দেৱৰ চৰণত থাপিছিলো--পুহাই।

দৃষ্টি তীক্ষ্ণ হ'ল খাৰঘৰীয়া ফুকনৰ।

ঃ যৌতুকত লগুৱা দিয়াৰ দিন হ'ল । স্বৰ্গদেউৰ চায়াতে বৰ্তি আছিল বন্দীটো।

ঃ হয় দেৱ। সকলো কেঁচাইখাইটীৰ ইচ্ছা, সি সিফলীয়া হ'ল।

উচপখাই উঠিল খাৰঘৰীয়া ফুকন।

ঃ কি ?

তাৰ পাছত গজপুৰীয়া বৰুৱাৰ পৰা সবিশেষ শুনিলে তেওঁ। ওজালগুৱাই তেওঁক কিছু ঘড়ি আগতে খবৰ দিলে যে পুহাই নামৰ লগুৱাটো আৰু নাই। তেওঁ গৈ দেখিলে যে হয়। পাটীতে পৰি মৰি আছে সি। তাৰ কেও নাই গতিকে তাৰ সৎকাৰৰ ব্যৱস্থা কৰিব লাগে। সি গজপুৰীয়া থলৰ লগুৱা আছিল গতিকে তেওঁ বতৰা পালে। বুকুখনৰ চুক এটাত খুন্দামাৰি ধৰিলে খাৰঘৰীয়া ফুকনৰ। হাজাৰ হ'লেও তেওঁৰ লগত থাকিয়েই সি ডাঙৰ হৈছিল। ওঠ চেপিলে গাখীৰ ওলোৱা কালৰ পৰাই তেওঁৰ বহতীয়া আছিল সি। গজপুৰীয়া বৰুৱাৰ ধূৰ্ত চকুদুটা এইবাৰ নাচি উঠিল।

ঃ স্বৰ্গদেউৰ লগতে গ'ল সি। কি বা গুপুত কথা লৈ গ'ল।

খাৰঘৰীয়া ফুকন ভিতৰি ভিতৰি উত্তেজনাত ঘামিছিল। কেনেকৈ মৰিল পুহাই। সি নিজে বিহ খালে নে তাক কথাটো জানি চাউদাঙে মাৰিলে ? নে তাক গুপ্তহত্যা কৰি কথাটো তাতে গাপ দিলে ? নে...........ষড়যন্ত্ৰৰ কথা ওলোৱাৰ আগতে তাক শেষ কৰি দিলে, খুন্‌লুং বুঢ়াগোঁহায়ে ? গজপুৰীয়াই তেওঁক সন্দেহ কৰা নাইতো ? জীয়েকক নগাত দিয়াৰ দুখ পাহৰা সহজ নহয়। গতিকে তেওঁৰ ওপৰতে সন্দেহৰ দৃষ্টি পৰাটো অতি স্বাভাৱিক। যি কি নহওঁক, তেওঁ ৰাজ শত্ৰুৰ। এনে এটা অৱস্থাত তেওঁ মাত এষাৰ দিয়া উচিত । কুঁৱৰীৰ লগত দিয়া লগুৱা এটা মৰিলেই বা হাজিলেই তাক লৈ ইমান চিন্তা কৰাৰ কি কাৰণ আছে ? তেওঁ এতিয়া সহজভাৱেই সকলো কৰিব লাগিব। গ'লজনা স্বৰ্গদেউৰ বাবে দুখ কৰিব লাগিব। নতুনজনা স্বৰ্গদেৱৰ ওচৰত আনুগত্য প্ৰকাশ কৰিব লাগিব। তেওঁ খাৰঘৰীয়া ফুকন। ৰাজ্যৰ সমস্ত খাৰবাৰুদ তেওঁৰ অধীনত। হাজাৰ পাইকো তেওঁৰ অধীনত। শত্ৰুৰ আক্ৰমণৰ সময়ত তেওঁৰ দায়িত্ব অসীম। সকলো সময়তে খাৰ, কাঁড়, হেংডাং বা হিলৈ আদিৰে দেশক ৰক্ষা কৰিবলৈ তেওঁ সাজু হৈ থাকিব লাগে। গতিকে তেওঁৰ বাবে ৰাজ আনুগত্য যেনেদৰে প্ৰয়োজন তেনেদৰে প্ৰয়োজন ৰজাৰ বিশ্বাসো। গতিকে তেওঁ অকণমানো বিচলিত হ'লে শত্ৰুৱে আসৈ পাব। গজপুৰীয়া বৰুৱা আঁতৰি গ'ল যদিও তেওঁলৈ যি পাত শেল মাৰিথৈ গ'ল সেইপাত একেবাৰে বুকুৱে পিঠিয়ে হানি

গ'ল। বৰ কুটিল মানুহ এই গজপুৰীয়া বৰুৱা। আগতেও দুই এবাৰ পাইছে ফুকনে। এইবাৰ বা ৰৌটোকে টৌটো কৰি ক'ত বকলা মেলে।

নতুন স্বৰ্গদেউক তেওঁৰ দৰে বিষয়াই এনেকৈ এনে অৱস্থাত দেখা কৰিব নোৱাৰে। কিবা থাকিলে বৰমেলাতে ক'ব লাগে। স্বৰ্গদেউৱে বিচাৰিলে আহিব লাগে। তথাপি গোপন কিবা থাকিলে বিশেষভাবে মজিন্দাৰ বৰুৱাৰ যোগেৰে বতৰা পঠিয়াব লাগিব। পিতৃৰ মৃত্যুৰ বাবেও তেওঁক দুআষাৰ সান্ত্বনাবাণী জনোৱাৰ সুবিধাও এই মুহূৰ্তত কোনেও নাপায়। কাৰণ ন-স্বৰ্গদেৱৰ এতিয়া অনেক কৰ্ম কৰিব লগা আছে। তিলনি বা দহাতহে সকলোৱে লগ পাব।

ইতিমধ্যে উৰিয়াম কাঠেৰে সজা "ৰুংগ-ডাংগ' আহি পালেহি। শটো সোমাব পৰাকৈ দীঘলীয়াকৈ সাজে পেৰাটো। তাৰ পাছত লুথুৰাখনৰ লোকে শটো হেঙুল হাইটাল বোলোৱা ধুনীয়া ৰুংগ-ডাংগত সুমুৱালে। তেতিয়াই ন-স্বৰ্গদেৱে পিতাকৰ শটোত এৰীঁসূতাৰে গঠা ফুলৰ মালা এধাৰি দিলে। তাৰ পাছত মৃতকক কুঁৱৰীসকল আৰু অন্যবোৰেও মালা দিলেহি। তাৰ আগতেই স্বৰ্গদেউৰ শটো এৰীঁ টেকেলিত পানী লৈ ধুৱাই নতুন বগা কাপোৰ পিন্ধাই দিছিল। তাৰ আগতে মৃতকৰ মূৰত কাঁচি এখনেৰে ওলোটাই লৈ কুকুৰাকণী এটা ভাঙি দিছিল। শ ধোৱা পানীখিনি ঘৰৰ চুক এটাৰে ফুটা এটা কৰি উলিয়াই দিছিল।

লুথুৰাখনৰ মানুহে ৰুংগ-ডাংগটো লৈ শটো বাহিৰলৈ উলিয়াই আনিলে। নতুন ৰজাদেৱকে আদি কৰি স্বৰ্গী ৰজাৰ অন্য পুতেকো গৈ চোতালত ৰ'লগৈ। আচলতে স্বৰ্গদেৱসকলৰ মৃতপ্ৰায় অৱস্থা এটা হ'লে বাট মুকলি অনুষ্ঠান এটা কৰে। শৰাইত কাপোৰ তামোলপাণ দি বিদায় দিয়ে। লগৰ কাৰোবাক আনি দায়-জগৰ ভাঙে। কিন্তু এইজনা স্বৰ্গদেউৰ সেইবোৰ নকৰাকৈ বিদায় দিব লগা হ'ল।

টোলৰ চোতালত কলপাতৰ ৰভা দি ৰাংচালি এখন সজা হৈছিল। চাৰিওটা খুঁটি বাঁহৰ। তাতে ঢাৰি এখন পাৰি ৰজাদেৱৰ শটো থলে। তাৰ পাছত নতুন বগা কাপোৰেৰে আওপাকে মেৰিয়াই বান্ধিলে। কনাশিমলুৰ ফুলৰ পাতেৰে পাঁচখন তামোল থুৰীয়াই দেহৰ বিভিন্ন ঠাইত দিলে। নাড়ীৰ ওপৰত এৰীঁ সূতাৰে বেজীৰে কাপোৰখনত গাঁঠি দি এটুকুৰা কাটি আনিলে। মৃতকৰ নাড়ী কাটিলে। লগে লগে চাংমাই বৰুৱাই ৰজাৰ চাংমাইশালৰ বৰ উধানৰ পৰা এটা অংশ ভাঙি আনি উধান পাতি মৰালৈ ভাত ৰান্ধিলে। চাউলৰ লগতে সৰু কুকুৰা চৰাই এটাৰ বুকুফালি ভিতৰৰবোৰ আঁতৰাই তাতে দিলে। তাতে অন্য বংশ পৰিয়ালে অনা কণী চাউল আদিও দিলে। এনেতে দেওধায়ে এখন ডলাত খনীয়া কাপোৰ দি তাত ভঁৰালৰ পৰা আনি দহটা ধান হিচাব কৰি থৈ ৰাংচালিৰ ওপৰত থলে। নতুন ৰজাদেৱে এটা মূল্য দি বাঁহ এজোপা লৈ তাকে ঘাপ মাৰি কাটি পেলালে। বাকী সকলে তেতিয়া মৈদামৰ বাবে বাঁহ কাটিবলৈ গ'ল। চাৰিওফালে কান্দোনৰ ৰোল উঠিল। এতিয়া স্বৰ্গী ৰজাৰ শটো গোমোঠালৈ নিব। তাৰ পৰাহে মৈদাম সজা হ'লে তালৈ নিব। গোমোঠাত শ'টো মৈদাম সজা নোহোৱালৈকে ৰাখিব। মৌৰ ৰসত

ডুবাই নথলে শ'টো ভাল হৈ নাথাকে। গতিকে তাকে কৰিব।

তাৰ পাছত দেওধায়ে মৃতকলৈ পতা মেহেঙা আগত লৈ প-মিঙ মন্ত্ৰ মাতিলে। আগৰ পৰা ঢুলীয়া কালিয়া, সৈন্য সামন্ত সকলো সাজু কৈ ৰখা হৈছিল। ইফালে দেওধাই বাইলুঙে পূজা অৰ্চনা কৰি মাইহাঙৰ সৈতে পূজাৰ সকলো বস্তু গোটাই এটা টেমাত ভৰাই ল'লে। এটা উঘাত এৰাঁ সূতা মেৰিয়াই জুমুঠিত জুই ধৰি ল'লে। শেষ বাৰৰ বাবে স্বৰ্গী স্বৰ্গদেউক সকলোৱে সেৱা কৰিলে। খাৰঘৰীয়া ফুকনেও সেৱা কৰিলে মৃত ৰজাক, তেওঁৰ জোঁৱায়েকক আৰু লগতে শত্ৰুক । বাইলুঙে গালে মন্ত্ৰ।

"এবাৰ জাত এবাৰ পাত
আহিব এবাৰ যাব এবাৰ।
এতিয়াৰ নিয়ম নহয়, পূৰ্বাপৰ নিয়ম।
তোমাক ভাত কাপোৰ দিব পৰা
নাই বুলি হেঁচুকি মৰা নাই। আছিলা
পাম ঘৰে, গলা নিজ ঘৰে। যদি
নিজ খুচিৰে গৈছা স্বৰ্গবাসী হ'ব
লাগে আৰু যদি কোনো বলবন্তই
বল কৰি নিছে তেন্তে তেওঁৰ নাকে
কাণে বগাব লাগে। তোমাৰ ইয়াত
পুত্ৰ আছে ভাৰ্যা আছে, নাতি নতিয়াল,
পো-বোৱাৰী, জী,জোঁৱাই, ধন সম্পদ
ঐশ্চৰ্য্য বিভূতি আছে। পিছে এইবোৰলৈ
আশা ভৰসা এৰি মৰাই মৰাৰ
সংগ লব লাগে। যিসকল গ'ল
তেখেতসকলৰ লগত মান সন্মানেৰে
ঠাই দিব লাগে। মৰাৰ লগত সকলো
মাৰিমৰক, ৰৌ ৰুমালি, নিলগৰ টৌ
নিলগতে মাৰ যাব লাগে।

হঠাৎ খাৰঘৰীয়া ফুকন উঠিল। চাৰিওফালে চালে। সকলোৱে শিৰ নত কৰি আছে। দূৰত দেখিলে খুনলুঙ বুঢ়াগোঁহাই বৈ আছে। চকুৰ দৃষ্টি আকাশত। যেন উদাস উদাস ভাব। তেওঁ আকৌ মন্ত্ৰবোৰ শুনিবলৈ চেষ্টা কৰিলে। ❑

# বাৰ

ৰূপহীয়ে মন কৰিছে যে নগা গাঁওখনত কিবা এটা কথাত মানুহবোৰ চঞ্চল আৰু উত্তেজিত হৈ আছে। জুমপাতি পাতি কথা পাতিছে। মাজে মাজে উত্তেজিত হৈ দুই একে দা জোকাৰি জোকাৰি কিবা কৈছেও। তাই বুজি পাইছে যে কোনোবা অন্য জাতিৰ লগত কিবা কথাত বিবাদ লাগিছে। নহলে কাৰোবাক আক্ৰমণ কৰাৰ বাবে যো-জা চলিছে। এই দুটা ফৈদৰ মাজত যুদ্ধ হ'লে বেচ উৎসাহিত হৈ পৰে মানুহবোৰ। আনকি গাভৰু বা তিৰোতাবোৰৰো উৎসাহ বৰ বেছি। নিজে ভালপোৱা ডেকাটোৱে কেইটা মূৰ কাটিব পাৰে বা লুট কৰি কি আনিব পাৰে তাৰহে লেখ লয়। নিজৰ মতাটো বা ভালপোৱা ডেকাটো যুদ্ধত মৰিলেও বৰ দুখ নকৰে। সহজে লয় কথাবোৰ। ৰূপহীৰ কিন্তু ভয় লাগে। এই যুদ্ধ বিগ্ৰহবোৰ ভাল নাপায় তাই। ভয় তাইৰ অপঙলৈহে। তাইৰ বাবে এতিয়া দুয়োটাই আপোন, আৰু এই ৰাজ্যত তাইৰ কোনো নাই। তাই কাৰংমাৰ মৰম আৰু অপঙৰ মোহ এই দুটাৰ মাজতে জীয়াই আছে। দৌৰ মাৰি তাই গৈ অপঙক চাই আহিল। নগা ল'ৰাবোৰৰ লগত খেলি ফুৰিছে সি।

অকণমান পাছতে মঙহৰ টুকুৰা আৰু কিছু শাকলৈ আহিল বুঢ়ী নাগিনী কন্নাপ। তাইৰ মুখখনো গহীন। বয়স হৈছে তাইৰ। এটাই মাত্ৰ পুতেক। ডেকা চাঙতে থাকে পুতেক। খুন্‌বাওটোৰ আদেশত তাই কুঁৱৰী অহাৰ দিনৰ পৰাই ৰূপহীহঁতৰ লগতে আছে। অপং তাইৰ হাততে ডাঙৰ হোৱা। অপঙৰ লগত কথাবতৰাবোৰ তাই সহজতে ক'ব পৰা হৈছে। তাই দোৱান মিহলি কৰি কথাবোৰ কলে বুজি পায় ৰূপহীয়ে। কিবা কথা তায়ো চিন্তা কৰি আছে। লাহেকৈ ৰূপহী তাইৰ কাষলৈ আহিল।

ঃ এই কন্নাপ কি হৈছে অ' গাঁওত?

কন্নাপে এটা হুমুনিয়াহ কাঢ়িলে। তাৰ পাছত তাইলৈ নোচোৱাকৈয়ে বহুত কথা ক'লে। নগাবোৰৰ বহুত ফৈদ, বহু ভাগ। দুই একৰ মিল আছে, দুই একৰ নাই। গতিকে মাজে মাজে যুদ্ধ হয়। যুদ্ধবোৰ বা দন্দ্ববোৰ বহুত কথা লৈ হয়। জুম খেতি কৰা পাহাৰ লৈ হয়। কেতিয়াবা চিকাৰ লৈ হয়। তহঁতৰ ৰজাৰ লগতো যুদ্ধ হয়। মাজে মাজে চিংফৌবোৰ আহি গাঁও আক্ৰমণ কৰে। ৰজাৰ কটকীও আহে। ৰজাই কটকী পঠিয়াই ধৰি বান্ধি লৈ যায়। কেতিয়াবা কাটেও। এইবাৰ লাগিছে অন্য ফৈদৰ লগত। তাকো লাগিছে লোণৰ পুং এটা লৈ। এই ফৈদটোৰ অলপ দূৰত আছে এটা লোণৰ পুং। তাৰ পৰা ডেকা কেইটামানে লোণ তোলে। লোণ তোলাৰো বোলে বুদ্ধি বেলেগ। লোণৰ পাহাৰত ডেকাবোৰে ডাঙৰকৈ গাঁত একোটাহত খান্দে আৰু তাত ধোন্দ থকা গছৰ

টুকুৰা কাটি নি বহুৱাই দিয়ে। তেতিয়া দাঁতিৰ মাটি নথহে। তাৰ পাছত তাত গোটখোৱা লোণ থকা পানী বাঁহৰ ডাঙৰ ডাঙৰ চুঙাত লৈ আনে। নাগিনী ছোৱালীবোৰে মলাচৰুত সেইবোৰ গৰম কৰে। পানী ভাপ হৈ উৰি গলে তলত লোণ ওলায়। মাত্ৰ লোণবোৰ অলপ ৰঙা বৰণৰ। তাৰ লগতে কেতিয়াবা পাহাৰৰ অন্য কিবা কিবিও মিহলি হৈ থাকে। খাবলৈ আচলতে মানুহবোৰক ইমান লোণ নালাগে। তাৰ কিছু বেপাৰ কৰিবলৈ ভৈয়ামলৈ নিয়ে। পালসেৱা কৰিবলৈ মাজতে অন্য বস্তুৰ লগতে ৰজাক ভেটিবগৈ লাগে। গাঁওৰ ডেকা কেইবাটাও মিলি মাজে মাজে লোণ তুলিবলৈ যায়। সেই পাহাৰটোৰ ইফালে অন্য এটা নগা ফৈদ থাকে। সিহঁতৰ খুন্‌বাও বেলেগ, সিহঁতৰ দোৱানো অলপ বেলেগ। এই দুই ফৈদৰ মানুহে তাৰ পৰা লোণ গোটায়। এইবাৰ এইটো ফৈদৰ ডেকা কেইটা লোণ নিবলৈ যাওঁতে সিটো ফৈদে বোলে এই লোণৰ পুংটো আমাৰ। ইয়াৰ পৰা লোণ নিবলৈ আমাক কৰ দিব লাগিব। এই ফালৰ ডেকা কেইটাই বোলে আজুককাৰ দিনৰে পৰা ইয়াৰ পৰা লোণ নিছো, এই লোণ পুং তহঁতৰ হ'ল কেনেকৈ। তাৰ পাছত দুয়োপক্ষৰ কাজিয়া, হতাহতি। অৱশেষত আমাৰ পক্ষৰ ডেকা কেইটা কোনোমতে পলাই সাৰিল। ধোন্দ, কাঠ, চুঙা সকলো তাতে পেলালে। সিহঁতৰ মানুহ আছিল বেছি। তাতকৈ ডাঙৰ কথা হ'ল পাহুৱাল আবুং নামৰ ডেকাটোক সিঁহতে ধৰি থৈ দিলে। তাৰ মূৰটো কাটিলেই নে দাস কৰি ভৈয়ামত বেচে সেইটো কোনেও ক'ব নোৱাৰে। মূঠতে যুদ্ধ এখন হ'ব এতিয়া।

কালিৰে পৰাই সেই লৈ আলোচনা। ডেকাবোৰে কৈছে সিহঁতৰ লগত যুদ্ধ কৰি লোণ পুংটো অধিকাৰ কৰো। হয় মৰিম নহয় তৰিম। এদলৰ মতে ৰাতি মনে মনে গৈ গাঁও আক্ৰমণ কৰিব লাগে। সিহঁত তেতিয়া হুহকি যাব। কিন্তু বুঢ়া দুটামানৰ মতে সিহঁত এনেয়ে বহি থকা নাই। গতিকে মনে মনে আক্ৰমণ কৰি লাভ নাই। দেখদেখকৈ যুদ্ধ কৰাই ভাল। এই বিষয়ে কথা পাতিয়েই সিহঁতৰ মাজত কাজিয়া হৈ আছিল।

ৰূপহীয়ে কথাটো একেবাৰে ভালপোৱা নাছিল। যুদ্ধ হোৱা মানে দুয়ো পক্ষৰে হানি। তাতে কাৰংমা যুদ্ধলৈ যাবই লাগিব। যোৱা মানে কি হয় কোনে জানে। অৱশ্যে অপঙক সিহঁতে দেওসঁচ মানুহ বুলি যথেষ্ট সমীহ কৰে—মৰমো কৰে। তথাপি তাই খুন্‌বাওটোক কোনোপধ্যে হেৰুৱাব নোখোজে। কিন্তু তাই একো কৰিবওতো নোৱাৰে। বহুত আলাপৰ পাছত ৰাতি মনে মনে গৈ সিহঁতৰ গাঁওখন আক্ৰমণ কৰাৰ কথাই ঠিক হ'ল। এক আশংকা বুকুত বান্ধি ৰৈ থাকিল ৰূপহী।

গোটেই নিশা অপঙক বুকুত সুমুৱাই উজাগৰে কটালে ৰূপহীয়ে। সন্ধিয়াৰ পাছতে ওলাই যোৱা নগাজাক উভটি আহিল পুৱা। সকলোৰে আগত কাৰংমা। তাৰ গা তেজেৰে ৰাঙলী হাতত তিনিটা মানুহৰ মূৰ। তাৰ লগে লগে এজাক নগা। সিহঁতৰো গাবোৰ তেজেৰে লুতুৰিপুতুৰি। দুটামানৰ গা শত্ৰুৰ দাৰ কোবত বখলি যোৱা। লগে লগে বনদৰব দি সিহঁতক শুশ্ৰূষা কৰাত ব্যস্ত হ'ল তিৰোতাবোৰ। তাৰে কেইবাটাৰো হাতত অন্য নগাৰ মূৰ। ইহঁতৰো দুটামান নগাক তাতে এৰি থৈ আহিব লগা যে হ'ল সি ঠিক। গাঁও পোৱাৰ পাছত লুট কৰি অনা বস্তুবোৰ লৈ উল্লাসত নাচিবলৈ লাগিল বাকীবোৰ। ৰূপহীয়ে মাত্ৰ অবাক হৈ চাই ৰ'ল। ❑

# তেৰ

শোৱনি কোঠাৰ পৰা ওলাই আহিল স্বৰ্গদেৱ। চাঙঘৰৰ ওপৰৰ পৰাই বাহিৰৰ প্ৰতিপদৰ জোনটোৰ ফালে চালে। টোলৰ সকলো শুই নিঃপালি দিছে। মাত্ৰ জাগি আছে চাউদাংবোৰহে। সময়ে সময়ে ডবা কোবাই জাননী দিছে কিমান প্ৰহৰ হ'ল তাৰ। ৰজাদেৱৰ চকুত টোপনি অহা নাই। চমুৱা কুঁৱৰী গৰাকী শুইয়েই আছে শোৱাপাটিত। স্বৰ্গদেৱ উঠি অহাৰ কথা তেওঁ গম পোৱা নাই। পাটত উঠাৰ পৰা স্বৰ্গদেৱে এক মুহূৰ্ত্তও সময় পোৱা নাই নিজৰ কথা ভাবিবলৈ। কিন্তু মনটোত ক্ষণে ক্ষণে কিছুমান কথাই আমনি কৰি আছে। মনে মনে বিচাৰিছে এখন্তেক অকলে থাকিবলৈ। এফালে ৰজা হোৱাৰ আনন্দ আৰু উত্তেজনা অন্যফালে পিতৃৰ মৃত্যুৰ বেদনা। কিন্তু ৰজা হোৱাৰ আনন্দই ম্লান কৰিছে পিতৃৰ মৃত্যুৰ বেদনা।

সৰ্প দংশনত পিতৃৰ মৃত্যুৱে তেওঁক যেন ওভোটাই লৈ গৈছে শৈশৱলৈ, যৌৱনলৈ। তেওঁ যেন বহুত দিন মনৰ মণিকোঠাত সুমুৱাই ৰখা সেই হীৰা টুকুৰা এবাৰ অকলশৰে লুটিয়াই বগৰাই চাবলৈ মন গৈছে। মানুহৰ কিছুমান দুখ থাকে, যিটো দুখ কাকো ক'ব নোৱাৰি। কিন্তু মনত পুহি ৰাখিব পাৰি। কেতিয়াবা জীৱনৰ কিছুমান সন্ধিক্ষণত তাক যেন আকৌ মনলৈ আনি চুই চাবৰ মন যায়। আকৌ যেন মনৰ মাজত লালন-পালন কৰি থৈ দিবৰ মন যায়। ৰজা হৈয়ো তেওঁৰ বাৰে বাৰে মনত পৰিছে কেতেকীলৈ।

কেতেকী, তেওঁৰ শৈশৱৰ সংগী, প্ৰথম যৌৱনৰ সংগী, কিন্তু এতিয়া কেতেকী নাই। মাথো কেতেকী তেওঁৰ মনত বৈ আছে এটা অতীত হৈ। কেম্পাও ৰাজখোৱাৰ জীয়েক আছিল কেতেকী। তেওঁলোকৰ বহাৰ ওচৰতে থাকে। গাত কাপোৰ নোলোৱাৰ দিনৰে পৰা দিখৌৰ বালিত ঘৰ সাজিছিল দুয়ো। ৰজাৰ কাৰেং সাজিছিল। তেতিয়াই কেতেকীয়ে তাক ৰজা বুলি কৈছিল। লগৰ সমনীয়াইয়ো তাক স্বৰ্গদেৱ সজাই খেল খেলিছিল। কেতেকী হৈছিল বৰকুঁৱৰী। অকণমান ডাঙৰ হোৱাৰ পাছত ৰজাকুঁৱৰীৰ খেল শেষ হৈছিল যদিও সিহঁতৰ মনৰ পৰা ৰজাকুঁৱৰীৰ ভাৱ আঁতৰি যোৱা নাছিল। দুয়ো দুয়োৰে মনৰ বেছিকৈহে ওচৰ চাপি গৈছিল। ৰাজবংশৰ হোৱা বাবে সৰুৰে পৰাই বিভিন্ন শিক্ষাৰ উপৰিও তেওঁ যুদ্ধ বিদ্যাও শিকিব লগা হৈছিল। তাৰ মাজতে

খেতিখোলাতো লাগিব লগা হৈছিল। এইবোৰৰ মাজে মাজে কেতেকীৰ মৰমৰ মাজত ডুব গৈ আছিল চুহুংমুং কোঁৱৰ। কেতেকীয়েও ৰোৱা তোলা, ঘৰৰ বনবাৰী কৰাৰ মাজতে তেওঁক একোবাৰ লগ পাইছিল। কি যে সুন্দৰ আছিল সেই দিনবোৰ। কেতেকীয়ে যি কেতেকী আছিল তাই। সোণবৰণীয়া দেহাৰ ভাঁজে ভাঁজে যৌৱনে লুকাভাকু খেলিছিল। চুলিকোচা আছিল কঁকালৰ তললৈকে পৰা। তাইৰ দৰে ধুনীয়া গাভৰু স্বৰ্গদেৱে জীৱনটোতে আৰু দেখা নাই। অৱশ্যে এনেও হ'ব পাৰে যে প্ৰথম যৌৱনৰ প্ৰেম বাবে তাইৰ দৰে আৰু কাকো গ্ৰহণ কৰিব পৰা নাই। ৰজাৰ বংশৰ বাবে এদিন ৰজা হোৱাৰ সম্ভাৱনা পুৰা মাত্ৰাই আছিল তেওঁৰ। সেই কাৰণে কেতেকীয়ে প্ৰায়ে কৈছিল তাক।

ঃ স্বৰ্গদেৱ পাতত উঠিলে কেইজনী কুঁৱৰী আনিব ?

ঃ মাত্ৰ তোক ৰাখিম। তয়ে মোৰ একমাত্ৰ কুঁৱৰী হবি কেতেকী।

ঃ স্বৰ্গদেৱ হ'লে দেখোন এমখা কুঁৱৰী ৰাখে, আমাৰ জনে জানো পাৰিব।

ঃ তয়ে যদি মনটো ভৰাব পাৰ আৰু কিয় লাগে?

ঃ পুৰুষৰ মনটোৰে নাটে। দেখিলেই লাগে। তিৰুতাৰহে বেলেগ।

ঃ সঁচাকৈ কৈছো তোক পালে আৰু কালৈকো চকু নিদিও।

এটা হুমুনিয়াহ ওলাই আহিল স্বৰ্গদেৱৰ। সেইজনী কেতেকী এদিন হেৰাই গ'ল। গ'ল যি গ'লেই। আৰু ঘূৰি নাহিল। দুয়োঘৰে জানিছিল যে সিহঁতৰ বিয়া হ'ব। ঠিক তেনে সময়তেই এদিন শাক বুটলিবলৈ যাওঁতে বোলে সাপে খুঁটিলে কেতেকীক। বেজ আহিল বহুত চেষ্টা কৰিলে কিন্তু কেতেকী হ'লে নুঠিল। তাৰ পাছত কলৰ ভূৰত তুলি কেতেকীক উটাই দিলে দিখৌত। বহুত দিনলৈ কোঁৱৰে ভাবি আছিল কেতেকী ঘূৰি আহিব, কিন্তু নাহিল। ঘৰৰ মানুহক কোঁৱৰে আৰু বিয়ালৈ মন নেমেলো বুলিয়েই কৈছিল। কিন্তু মেলিব লগা হ'ল। এজনী এজনীকৈ এতিয়া কেইবাজনীও কুঁৱৰী হ'ল। মনৰ মাজতেই শুই থাকিল কেতেকী। এই সংসাৰৰ মায়াত পাহৰিয়েই গৈছিল সেই কেতেকীৰ কথা।

কিন্তু দুখ বোলা বস্তুটো মনৰ মাজত ক'ত লুকাই থাকে গমেই পোৱা নাযায়। কেতেকীয়ে আকৌ যেন এই সুখৰ সময়ত মূৰ দাঙি উঠিছে। তাইলৈ বৰকৈ মনত পৰিছে স্বৰ্গদেৱৰ-- বৰকৈ।

সমগ্ৰ অসম দেশৰ ৰজা স্বৰ্গদেৱ চুহুংমুঙৰো বুকুৰ মাজত কেতেকীৰ কথাই অকশমান কষ্ট দিয়ে। শুই থকা কেতেকী, শুইয়েই থাকে। স্বৰ্গদেৱ আকৌ শোৱনিকোঠালৈ ঘূৰি আহে। ❑

# চৈধ্য

স্বৰ্গদেউ ঢুকোৱাৰ এমাহৰো বেছি হ'ল। ইপিনে চৰাইদেউত মৈদাম সাজু হ'ল। ৰজাদেৱে দেওধাইৰ হতুৱাই দিন চোৱালে। মৈদামলৈ নিয়াৰ দিন বাৰ ঠিক হ'ল। আগতেই স্বৰ্গদেউ গৈ মৈদামৰ ঠাই বাচি থৈ আহিছিল। দেওধায়ে বাচি দিয়া ঠাইত স্বৰ্গদেৱে সোণৰ মোহৰ এটা দি কিনি লৈ ঠাই টুকুৰাত কোৰৰ চাব মাৰি মাটি আৰু মোহৰ একাষৰীয়াকৈ থৈ দিছিল। বাইলুঙে "ফাটিন টিন লাই বেত" বুলি মন্ত্ৰ মৰাৰ পাছত ৰজাৰ পাইকে মৈদামৰ বাবে গাঁত খান্দিবলৈ আৰম্ভ কৰিছিল। ইফালে বাৰিষা অহালৈ চাই স্বৰ্গদেৱে খৰধৰকৈ মৈদাম সম্পূৰ্ণ কৰিবলৈ আদেশ কৰিছিল।

স্বৰ্গদেউ স্বৰ্গবাসী হোৱাৰ তিনিদিনৰ দিনা ঘৰৰ সকলোৱে ঘৰ দুৱাৰ মচি, বংশৰ আটায়ে কাপোৰ-কানি ধুই চুৱা গুচাইছিল।. ৰজাৰ টোলৰ বাহিৰত, গড়ৰ ভিতৰতে চোতালত কলৰ পাতেৰে ৰভা এখন দি তাত বংশ পৰিয়ালৰ মানুহবোৰ গোট খাইছিল। স্বৰ্গদেউৰ ফালৰ পৰা একলহ লুকলাও দুটা মতা কুকুৰা আগবঢ়াইছিল। এটা কুকুৰা ৰাং ভাৰিলৈ আৰু এটা বঙহলৈ। ৰাইজলৈ কুকুৰা মাৰি কৰাইগুৰিয়ে পচলাই আঞ্জা বনালে। তিনিজন বাইলুঙে দুটা বাঙত পানী, মিঠাতেল, তাম, আৰৈচাউল, ব্লক চিঙফা দি নাম জাৰিও জৰাই কৰিলে। এটা বুং জাতিলৈ আৰু অন্যটো বুং পৰিয়াললৈ কৰা হ'ল। এই তেলপানী স্বৰ্গদেউ সহিত সকলোৱে চুই শুদ্ধ হ'ল। ইয়াৰ পানীৰে জাতিয়ে সকলো শুদ্ধ কৰিবলৈ ঘৰে বাহিৰে চটিয়ালে। ৰভাৰ তলত এযোৰ কলপাত পাৰি এযোৰ তামোল পাণ, এটা কণী, এটা শিল, দুটা ধানখেৰৰ জুমুঠি, দুটা সৰু বাঁহৰ চুঙাত এটাত লুকলাও আৰু এটাত পানী ভৰাই থলে। কুকুৰা মাংসৰ আঞ্জাৰে জাতিয়ে নাম লাও খালে। খোৱাৰ আগতে মৃতকৰ আত্মাৰ সদ্গতিৰ বাবে জনমিঙ কৰিলে। খোৱাৰ শেষত কাজ কৰাজনক স্বৰ্গদেৱৰ হৈ বৰপুতেক চুক্রেনে সেৱা কৰিলে। বাইলুঙে শিল মাৰি কণীটো ভাঙিলে। জুইত কণীটো দিলে আৰু পানী ঢালি জুই নুমুৱালে। কাজ কৰাজনে সকলো নিলগত পেলালে আৰু ভকতক সেৱা জনালে। এতিয়া আগতে তুলি থোৱা ডলাখন নমাই ধান কেইটা গণি চালে। এটা ধান কম ওলোৱাত মৃতকে নিয়া বুলি ধৰিলে। স্বৰ্গদেউৰ হৈ সেই ধানৰ খেতি এইবাৰ কৰিব নোৱাৰে। এই তিনিদিন স্বৰ্গদেৱৰ চাংমাইশালত মাছ মাংস চলা নাছিল। হাসপানীও কোনোৱে গ্ৰহণ কৰা নাছিল।

দহদিনৰ পাছত স্বৰ্গদেউৱে দেওধাইৰ লগত আলোচনা কৰি তেৰ দিনৰ দিনা দহা-সকামৰ আদেশ দিছিল। পোন্ধৰ-সোতৰ বা তেইশ দিনত ভাল দিন নথকাত এই দিনতেই দেওধায়ে দিন দিলে। স্বৰ্গদেৱৰ আদেশত সকলো ভাগে ভাগে কামত লাগিল।

দহা সকামৰ দিনা গ'লজনা স্বৰ্গদেৱৰ জোঁৱায়েকে ভোজৰ চৰুপাতি দিব লাগে। সেইমতে মৃত ৰজাৰ জোঁৱায়েকক সকলোৱে তামোল পাণ গামোছা দি গাহৰি মাৰিবলৈ অনুৰোধ জনালে। বৰপুত্ৰ স্বৰ্গদেউৰ ভাগৰ গাহৰিটো মৰাৰ পাছত বাকী সকলে ভোজৰ বাবে বিভিন্ন প্ৰজা আৰু ডা-ডাঙৰীয়াসকলে দিয়া গাহৰি, কুকুৰা এইবোৰ মাৰিলে। তাৰ পাছত জোঁৱায়েকে ভোজৰ চৰু পাতি দিলে। চাংমায়ে সকলো দায়িত্ব লৈ ভোজ ৰান্ধিবলৈ আৰম্ভ কৰিলে। ডা-ডাঙৰীয়াকে আদি কৰি বৰুৱা শইকীয়া সকলো আহি ভাগে ভাগে বহিল। প্ৰথমতে গাহৰিৰ তলপেটৰ মঙহ ভজা আৰু লুকলাও দিয়া হ'ল। বাইলুঙে এই ভজা মাংস আৰু লুকলাও নি গৃহ দেৱতা ডামক উচৰ্গা কৰিলেগৈ। সেইদিনা মৃতকৰ আত্মাক নতুন ডাম হিচাবে গৃহডামত স্থান দিয়া হয়। কুকুৰা এঁটা দি সকলো ডামকে পূজা দিয়া হ'ল। বাইলুঙে স্বৰ্গদেৱক ক'লে বোলে নতুন আত্মাকো এনেদৰে পূজা দি থাকিব লাগিব। গৃহ ডামৰ লগত তেওঁ চামিল হ'ল।

এশ এগছ চাকি জ্বলাই বাইলুংসকলৰ উপস্থিতিত মৃতকৰ গুণানুকীৰ্ত্তন কৰি তেওঁৰ আত্মাৰ সদগতিৰ বাবে সকলোৱে প্ৰাৰ্থনা কৰিলে। বাইলুংসকলে মন্ত্ৰ গালে। তাৰ পাছত নিমন্ত্ৰিত সকলে ভোজ ভাত খালে। ভোজৰ শেষত চাংমাই আৰু বিলনীয়াৰ মেল বহিল। খাবলৈ বহোতে চাংমাই আৰু বিলনীয়াই খোৱাৰ আগতে জালি পাতে। আঁৰ কৰি এখন মেহেঙা পাতিলে। মেহেঙাৰ যোৰ কলপাতত ভোজৰ ভাত, মাংস আৰু সকলো দ্ৰব্য দিলে। এই মৃতকৰ শেষ সাজ ভাত। তাৰ পাছত সকলোকে বিদায় দি নতুন স্বৰ্গদেউৱে সকাম শেষ কৰিলে। মৈদামলৈ শ ৰুঙডাঙত সুমুৱাই নিয়াৰ আগতে ৰজা ঘৰৰ সকলোৱে সেৱা কৰিলে। শ যোৱা নগৰৰ শ থোৱা ঘৰৰ পৰা শ মৈদামলৈ নিয়াৰ ব্যৱস্থা কৰা হ'ল। ইফালে ৰজাৰ মৈদামত দিবলৈ লুথুৰাখন খেলৰ কেইজনো মানুহক স্বৰ্গদেউৱে ৰজাৰ তামুলী পাঁচনি, পিকদানি ধৰা, হেংদান ধৰা, জৰো ধৰা, চোৱৰ ধৰা, ধোৱাখোৱা ধৰা, চাংমাই, গা চোৱা, ফুলচোৱা লিগিৰা হিচাবে নিয়োগ কৰিছিল। তেওঁলোকো ৰজাৰ লগত ওলাল। সেই মানুহবোৰৰ শেঁতা পৰা মুখ আৰু নিচা খোৱা মানুহৰ দৰে খোজ। উপায় নাই। লুথুৰাখন খেলৰ মানুহক এই কামৰ বাবেই ৰখা হয়। ৰজাৰ শ তেওঁলোকৰ বাহিৰে অইনে চুব নোৱাৰে। ৰজাৰ লগত মৈদামত মাত্ৰ তেওঁলোকহে থাকিব পাৰিব। এই কৰ্মৰ বাবে লুথুৰাখনে ৰজাৰ পৰা সকলো সুবিধা পায়। যুদ্ধলৈ যাব নালাগে, ৰজাক কৰ দিব নালাগে। মাত্ৰ ৰজাৰ মৃত্যুৰ লগত মৰিব লাগে। মৃত্যুৰে শুজিব লাগে ৰজাৰ ধাৰ। শৱ লগত যাবলৈ ইতিমধ্যে সকলো সাজু হৈ আছিল। বাইলুঙে ৰিকখন পুথিৰ মন্ত্ৰ মাতিলে। আৰোৱান ধৰাই আগত শুকুলা আৰোৱান ধৰি গৈ আছে। তাৰ পাছত পাখিমৰীয়া বিলাকে ম'ৰা চৰাইৰ

পাখীৰে বিচি বিচি গৈছে। তাৰ লগে লগে দুযোৰ বৰকাঁহ আৰু দুযোৰ কালি বাজি গৈছে। ঢাক আৰু বৰঢোল বাই বাই গৈ আছে ঢাকী আৰু ঢুলীয়া। তাৰ পাছে পাছে ডা-ডাঙৰীয়াসকল। এনেদৰে শ নিয়া আলিয়েদি চৰাইদেউৰ ফালে আগবাঢ়িল।

চৰগুৱাৰ পৰা চৰাইদেউলৈ কম বাট নহয়। তাতে এনেদৰে হাতীয়ে ঘোঁৰাই কইনা খোজতে গৈ থাকোতে সময় লাগে। গৈ গৈ সন্ধিয়া বাটৰ কাষতে বাহৰ পাতি নিশাটোৰ বাবে তাতে ৰ'বলৈ থিৰাং কৰিলে। ওচৰৰ গাঁওৰ মানুহে নিশাৰ আহাৰৰ বাবে সিধা লৈ আহিল। সকলো তাতে ৰ'ল।

অলপ সময়ৰ পাছত গাঁৱৰ ৰাইজৰ কেইজনমানে স্বৰ্গদেউৰ শটোৰ ওচৰলৈ আহি আঠু ল'লে। স্বৰ্গদেউৰ লগত যোৱা চমুৱা বিষয়াসকলে ৰাইজক এনেদৰে আঠু লোৱাৰ কাৰণ সুধিলে। গাঁৱৰ পৰা অহা দুজন প্ৰজাই ৰজাৰ ওচৰত গোচৰ দিবলৈ অহা কথা জনালে। এনেদৰে স্বৰ্গী হোৱা স্বৰ্গদেউৰ শ' লৈ গ'লে যদি বাটত নিশা ৰব লগা হয় তেন্তে কাৰোবাৰ গোচৰ থাকিলে মৃত স্বৰ্গদেৱক গোচৰ দিব পাৰে। স্বৰ্গদেৱৰ লগত যোৱা পৰিচালকসকলে মৃত স্বৰ্গদেউৰ হৈ গোচৰ নিষ্পত্তি কৰিবলৈ যি ৰায় দিয়ে সেই ৰায় স্বৰ্গদেৱৰ ৰায় বুলি সকলোৱে মানি লয়।

গাঁৱৰ মানুহ কেইজনৰ এজনে জনালে যে তেওঁৰ ঘৰৰ ওচৰৰে এজনে তেওঁৰ পৰা পাঁচটা ৰূপ ধাৰলৈ নিছিল। ধাৰ নৌ শুজোতেই তেওঁক বাঘে খাই মাৰিলে। এতিয়া তেওঁৰ পুতেকক ধাৰৰ কথা ক'লে সি দিবলৈ মান্তি নহয়। কাৰণ সি ধাৰ কৰা নাই। তাৰ পিতাকেহে ধাৰ কৰিছিল। গতিকে ধাৰ বাপেকৰ লগতে গ'ল। এই কথাটোৰ বিচাৰ এটা কোনেও নিষ্পত্তি কৰি দিব পৰা নাই। গতিকে স্বৰ্গদেৱৰ ওচৰত আৰ্জি কৰিছে। লগত যোৱা সকলে মৃত স্বৰ্গদেউৰ হৈ ৰায় এটা দিবলৈ ঠিক কৰিলে। শবৰ লগত যোৱা টেকেলাই তৎক্ষণাত ৰাজ আজ্ঞাৰে ওচৰৰ গাঁৱৰ পৰা পদকীয়া ল'ৰাটো ধৰি লৈ আনিলে। এইবাৰ শৱ লগত যোৱা মানুহে বিচাৰ কৰিবৰ নিমিত্তে ল'ৰাজনক সঁচানে মিছা সুধিলে। তেতিয়া ল'ৰাজনে ক'লে যে বাপেকে কাৰ পৰা ধন ধাৰ কৰিছে সি নাজানে। গতিকে ধন ঘূৰাই দিয়া নাই। ইফালে ধন ধাৰ কৰাৰ সাক্ষী হিচাবে মানুহ কেইজনে দুজনমান গএগক আনি মৃত স্বৰ্গদেউৰ আগত ভেটিলেহি। অৱশেষত শৱ লগত যোৱা সকলে আলোচনা কৰি মৃত স্বৰ্গদেউৰ হৈ ৰায় দিলে। পুত্ৰই পিতাকৰ কামৰ ভাগ লোৱাটো নিয়ম। যিহেতু পিতৃৰ সা-সম্পত্তি খাইছে গতিকে ধাৰৰ বোজাও গ্ৰহণ কৰিব লাগিব। গএগৰ সাক্ষীৰ পৰা প্ৰমাণ হ'ল যে ধন ধাৰ নিয়াটো সঁচা। পৰিশোধ নকৰাটোও সঁচা। গতিকে পুত্ৰই এই ঋণ পৰিশোধ কৰিব লাগিব। মৃত স্বৰ্গদেউৰ হৈ দিয়া ৰায়কে সকলো গএগই মানি ঘৰাঘৰি গ'লগৈ। পিছদিনা পুৱা সকলো গৈ মৈদামৰ ওচৰৰ শ ধোৱা পুখুৰীৰ পাৰ পালেগৈ। তাত ৰজাৰ শ কঙ্গডাঙ্গৰ পৰা উলিয়াই লুথুৰাখনৰ মানুহে শ ধোৱা পুখুৰীত ভালকৈ শটো ধুৱাই ল'লে। বাইলুঙে ৰিকখন মন্ত্ৰ পাঠ কৰিলে। শ ধুই নতুনকৈ কানি-কাপোৰ পিন্ধালে, আ-অলংকাৰ

দিলে। যথা নিয়মে আৰু ৰাজ সন্মানেৰে পূবলৈ মূৰ কৰি মৈদাম দিবৰ বাবে ৰখা খাটত থ'লে। ৰজাই ব্যৱহাৰ কৰা সকলো বস্তু ৰজাৰ লগত দিবলৈ ব্যৱস্থা কৰা হ'ল।

মৈদাম সজা আগতেই সম্পূৰ্ণ হৈছিল। মৈদাম এপুৰা মাটি জুৰি সজা হৈছিল। মৈদামৰ বাবে ডাঙৰকৈ গাঁত খান্দি তাত শাল কাঠৰ খুঁটিৰে ডাঙৰকৈ কাৰেং ৰুঙ্গডাঙ্গ সজা হৈছিল। স্বৰ্গী স্বৰ্গদেৱে ব্যৱহাৰ কৰি থকা সোণৰ মাইহাং, ভোগজৰা, পিক্‌দানি আদি বস্তু একোপদ তাত থোৱা হৈছে। ৰজাৰ শটো লুথুৰাখনৰ মানুহে নি পূবলৈ মূৰ কৰি ৰজাৰ চালপীৰাত শটো শুৱাই দিলে। খোটালিৰ ওপৰত সাত খলপীয়া সোণৰ বৰৈ দিয়া চাঙ্গটি চন্দোবাৰ। চালপীৰাৰ গাত সোণৰ দাপোন মৰা। তাৰ চাৰিওচুকে সোণেৰে বন্ধোৱা চাৰিটা খুটা। তাতে সোণোৱালী বনকৰা জালিকটা আঠুৱাতৰা। চালপীৰাৰ ওচৰতে সোণৰ মুঠিৰে, ডালিমাবাখৰ আৰু হীৰা পতোৱা হেংডাঙ। কঁকালৰ ওচৰত চাৰি পাঁচখন সোণখটোৱা ৰূপৰ শৰাই। তাৰে এখনৰ ওপৰত সোণৰ বাখৰামী বঁটা, বাখৰামী সোণৰ চুণৰ টেমি, সোণৰ ধপাত খোৱা টেমা; সোণৰ ডাব কটাৰী আৰু ৰূপৰ তামোল পাণ থোৱা হৈছে। এখন শৰাইত সোণৰ ভোগজৰা, এখনত ৰাজ অলংকাৰ আৰু পেৰাত সোণৰূপ ভৰাই কাষতে থৈছে। ভৰি পথানৰফালে সোণেৰে বন্ধোৱা ধোৱাখোৱা তাৰ ওপৰত ৰূপৰ সাঁফৰ মৰা চিলিম্ আৰু সোণৰ বনকৰা নলী দিয়া হৈছে।

লুথুৰাখনৰ মৈদামত দিবলৈ অনা মানুহকেইটাক সেৱা সৎকাৰ কৰি মৈদামলৈ সুমুৱাই দিয়া হ'ল। মানুহকেইটাৰ দেহত যেন প্ৰাণ নাই। মাত্ৰ কৰ্তব্য কৰিছে। ৰজাৰ মৃত্যুৰ বাবেই অকালতে প্ৰাণ দিব লগা হৈছে এই মানুহকেইটাই। তাৰ পাছত ডাঙৰ শিলেৰে বন্ধ কৰি দিলে মৈদামৰ দুৱাৰ। মৈদামত প্ৰথমে মাটি দিলে লুথুৰাখন ফৈদৰ মানুহে। তাৰ পাছত সকলোৱে জয়ধ্বনি দি মাটি জাপি দিলে। মাটি জপা শেষ হ'লত শ যাত্ৰাত অহা মানুহ লাহে লাহে উভটিল।

মৈদামীয়া ফৈদৰ মানুহে আহি মৈদাম ৰখাৰ ব্যৱস্থা কৰিলে। পালপাতি ৰখে মৈদাম যাতে কোনো সোমাই চুৰ কৰিব নোৱাৰে স্বৰ্গী ৰজাৰ সম্পদ।❑

# ‘পোন্ধৰ’

চমুৱা কুঁৱৰীৰ পিতাক খাৰঘৰীয়া ফুকনৰ শংকাবোৰ অলপ কমিছে। কাৰণ ত্যাওচুহুঙ্গমুঙ্গ ৰজা হৈয়েই পিতাকৰ কেনেকৈ মৃত্যু হ’ল এই কথাৰ বিচাৰ কৰাতকৈ ৰাজ কাৰ্য্যতহে মন দিয়া দেখা গ’ল। ৰজাটোলৰ কথাবোৰ এতিয়া গম পোৱাতো অসুবিধা আহিল। পুহাইৰ মৃত্যুত বহুত ক্ষতি হ’ল---তেওঁৰ। তাতে পুহাইৰ মৃত্যুৰ কাৰণো তেওঁ উলিয়াব পৰা নাই। পুহাই আহোম ফৈদৰ মানুহ নাছিল সেই বাবে তাক ৰজাঘৰীয়া মানুহেই হিন্দুমতে খৰি দি সৎকাৰ কৰিলে। তাৰ আগলৈও নাছিল, পাছলৈও নাছিল, সেইবাবে তাৰ হৈ কিবা এটা কৰা কোনো নোলাল। তাতে স্বৰ্গদেউৰ মৃত্যুৰ ধুমখুমীয়াত তাৰ হৈ কিবা এটা কৰাৰ কথা কোনেও চিন্তা নকৰিলে। খাৰঘৰীয়া ফুকনে অৱশ্যে দেওশালৰ পূজাৰীকে সিধা এটা দিয়াই তাৰ হৈ কিবা এটা কৰালে। কিন্তু পুহাইৰ হৈ চিন্তা কৰিবলৈ কাৰ সময়?

খুনলুং বুঢ়াগোঁহাইৰ ওচৰলৈ গোপনে এবাৰ গৈছিল খাৰঘৰীয়া ফুকন। কিন্তু তেওঁ আচৰিত ধৰণে ব্যৱহাৰ কৰিলে। যেন তেওঁ আগৰ ষড়যন্ত্ৰৰ কথা একোৱেই নাজানে। ৰজাদেৱৰ মৃত্যুৰ বাবে দুখ কৰিলে। পুহাইৰ প্ৰসংগত এটি কথাও নুলিয়ালে। যেন ৰজাদেৱৰ স্বাভাবিক মৃত্যুহে হৈছে। দোষীৰ মন সদায় গোন্ধায়। ৰজাঘৰে মৃত্যুটোকলৈ কেনে ধৰণে কি ভাবিছে তাকেহে গম লবলৈ আচলতে বুঢ়াগোঁহাইৰ তালৈ গৈছিল ফুকন। কিন্তু তেওঁ যেন একোৱেই নাজানে। এটা কথা ভালকৈ জানে ফুকনে যে বুঢ়াগোঁহাইৰ মানুহ ৰজাৰ টোলত বাৰুকৈয়ে আছে। বোধকৰো বুঢ়াগোঁহাইৰ মানুহেই লক্ষ্য কৰি আছিল পুহাইক। ৰজাদেৱৰ মৃত্যুৰ পাছত গোপনে পুহাইক হত্যা কৰা হ’ল সকলো নিষ্কণ্টক হ’বৰ বাবে। কাৰণ পুহাই জীয়াই থকা মানে সকলোলৈকে বিপদ। পুহাইক ফুকনে নিজহাতেৰে হত্যা কৰিব নোৱাৰিলেহেঁতেন বা কাৰোবাৰ হতুৱাই হত্যাও কৰাব নোৱাৰিলেহেঁতেন। ইফালে পুহাই ফুকনৰ মানুহ বুলি জনাজাত। ফুকনৰ যে ভগামন্ত্ৰীৰ লগত যোগাযোগ ঘটিছে সেই কথা নিশ্চয় জনাই জানে। গতিকে নতুন স্বৰ্গদেৱে গম পোৱাৰ আগতেই পুহাই শেষ হ’ল। নতুন স্বৰ্গদেৱে গম পোৱা হ’লে হয়তো খুনলুং বুঢ়াগোঁহাইৰ বিপদ হ’লহেঁতেন। কাৰণ আগৰ জনা ৰজাৰো হত্যাৰ আঁৰত আছে খুনলুঙ বুঢ়াগোঁহাই। যদি দ্বিতীয়জনৰো ষড়যন্ত্ৰ তেওঁৰ পৰাই হৈছে বুলি

জানে তেন্তে বিপদ হ'ব পাৰে। হয়তো নতুনজনা স্বৰ্গদেৱে ভগামন্ত্ৰী বুলিও ক্ষমা নকৰিব। বিদায়  লবৰ সময়ত মাত্ৰ বুঢ়াগোঁহায়ে ক'লে।

ঃ ফুকনে খাৰঘৰৰ ফালে মন দিয়াই যুগুত যেন পাও। মৈদাম খান্দিব নাপায়।

বহুত কথাই যেন কৈ গ'ল বুঢ়াগোঁহাইয়ে। তাৰ পাছৰ পৰাই খাৰঘৰীয়া ফুকনে মাত্ৰ নিজৰ কৰ্মতেই মন দিছে। কিন্তু ৰজাঘৰৰ শংকা যোৱা নাই। অহুকাণে-পহুকাণে খবৰ হৈছে যে গ'লজনা স্বৰ্গদেৱক কোনোবাই মাৰিলে। নতুন স্বৰ্গদেৱে বেজবৰুৱাৰ লগত আলচ কৰি বোলে গম পাইছে যে সাপৰ বিষৰ ফলতহে স্বৰ্গদেউৰ মৃত্যু হৈছে। কিন্তু টোলত সাপ সোমাব কেনেকৈ, সেইবাবে কোনেও ৰহস্য ভেদ কৰিব পৰা নাই। কিন্তু যি এই কামটো কৰিছে বেচ বুদ্ধি কৰিয়ে কৰিছে সেই কথা ৰজাদেৱে গম পাইছে। মৃত্যুৰ পাছত বোলে ৰজাদেৱৰ শৰীৰটো নীলা পৰি গৈছিল। আনকি শ থোৱা ঘৰত থওতেও বোলে প্ৰথমতে একো হৰণ ভগণ হোৱা নাছিল। বিহ খাই মৰিলে আচলতে বোলে শটো মৰাৰ পাছতো একো হৰণ ভগণ নহয়। পোকেও নধৰে।

প্ৰতিশোধ লোৱাৰ বাবে যে ইমান এটা ডাঙৰ কাৰ্য তেওঁ সামাধা কৰিলে তাক ভাবিলে তেওঁৰ আচৰিত লাগে। পুহায়ে যে এনে এটা কাম ইমান সুকলমে কৰিব তেওঁ ভাবিব পৰা নাছিল। কিন্তু প্ৰতিশোধ লোৱাৰ আনন্দ শেষ নৌ হওঁতেই তেওঁ এই কাৰ্যৰ বাবে শাস্তি পোৱাৰ আশংকাত ভুগিছে।

হঠাৎ পদুলিমুখত ঘোঁৰাৰ চিঞৰ আৰু খুৰাৰ শব্দত উচপখাই উঠিল খাৰঘৰীয়া ফুকন। ঘৰৰ মানুহবোৰো সজাগ হ'ল। ফুকনে চ'ৰাঘৰলৈ ওলাই আহিল। ৰজাৰ সৰু কটকী আহি ফুকনক প্ৰণাম জনালে। স্বৰ্গদেৱে তুৰন্তে তেওঁক সাক্ষাৎ পাবলৈ বিচাৰিছে। গতিকে স্বৰ্গদেউক দেখা দিব লাগে। খাৰঘৰীয়া ফুকন খৰধৰকৈ ৰাজটোললৈ বুলি ওলাল। স্বৰ্গদেৱে এনেকৈ বিশেষ কাৰণত ডাঙৰীয়া বা ফুকনক মাতে। বিশেষ কিবা থাকিলে আলোচনা কৰে। কিন্তু এইবাৰ ফুকনৰ পেটে পেটে ভয়। স্বৰ্গদেৱে বা কি সোধে, কি কয়? কিজানিবা স্বৰ্গদেৱে সন্দেহ কৰিছে তেওঁক। কিন্তু আহোম স্বৰ্গদেৱে সন্দেহ কৰাৰ পাছত কটকী পঠিয়াই মতাই নিনিয়ে। চাউদাং পঠিয়াই  বন্দীহে কৰিব। সেনাপতিকে লোৱা লগাই বন্দী কৰি আনি কাটেহি। তেওঁ এজন মাত্ৰ খাৰঘৰীয়া ফুকনহে। তেওঁৰ তলত আছে মাত্ৰ ছহেজাৰ পাইক। গতিকে তেওঁক বন্দী কৰা সহজ, এনে কথা ভাবি ৰাজটোললৈ ঘোঁৰা দৌৰালে খাৰঘৰীয়া ফুকনে।

সাধাৰণতে স্বৰ্গদেৱে গুপুত মন্ত্ৰণা কৰিব লগা থাকিলে ডাঙৰীয়াসকলক বৰঘৰৰ টুপৰ পৰাই স্বৰ্গদেৱৰ ভিতৰৰ ঘৰলৈ মতাই নিয়ে। তেতিয়া তালৈ অন্য কোনো যাব নোৱাৰে। তেখেতসকলৰ হাঁচটি, বিচনী, তলচা আদি বৰঘৰৰ টুপতে থৈ যাব লাগে। কুকুৰাচোৱা বা স্বৰ্গদেৱৰ বাজপনীয়া লিগিৰাই স্বৰ্গদেৱৰ সন্মুখত এখন কাপোৰ পাৰি দিয়ে, ডাঙৰীয়াসকল উত্তৰলৈ মুখ কৰি পূবৰ পৰা পশ্চিমলৈ বহে। এইখন বৰমেল নহয়। ইয়াত গুপুত মন্ত্ৰণাহে হয়। স্বৰ্গদেউৰ টোলৰ জখলাৰ তলতে ভৰি ধুই স্বৰ্গদেউৰ

বৰঘৰলৈ উঠি গ'ল খাৰঘৰীয়া ফুকন। ভিতৰৰ ঘৰত বিষয়াসকল বহা নাই। বৰঘৰৰ টুপতে অন্য সকলৰ লগত বহি ৰ'ল খাৰঘৰীয়া ফুকন। মুখত যদিও শান্ত হৈ আছে, ভিতৰি ভিতৰি কঁপিছে তেওঁৰ মন। খন্তেক সময়ৰ পাছতে বাজপনীয়া লিগিৰাই আহি স্বৰ্গদেৱৰ আজ্ঞা জনাই বুঢ়াগোঁহাই, বৰগোঁহাই সহিত খাৰঘৰীয়া ফুকনক মাতি লৈ গ'লহি ভিতৰলৈ। খাটৰ ওপৰত স্বৰ্গদেউ বহি আছিল। দুয়ো সেৱা জনালে। অকণমান পিছুৱাই ফুকনেও জনালে সেৱা। লিগিৰাই ডাঙৰীয়াৰ কাৰণে কাপোৰ আৰু ফুকনৰ বাবে খেৰ পাৰি দিলে। সকলো বহিল।

ঃ ওপৰ খামজাংগত থকা আইতনিয়া আৰু পানি নৰাহত বৰাই আহিছে। আমাৰ প্ৰজাৰ এথানি হৈছে। যুদ্ধ কৰিব লাগে। খাৰী ফুকনৰ পাইক কেনে ? খাৰঘৰ-কাঁড়-হেংডাং ? হাতী ঘোঁৰা?

ঃ স্বৰ্গদেউৰ ইচ্ছা হ'লে বন্দীৰ ফালৰ সকলো সাজু।

প্ৰায় লগে লগে বুঢ়াগোঁহায়ে মাত লগালে।

ঃ মনিচৰ শৰীৰতো হৰণ ভগন হয়। যদি খুঁট আছে স্বৰ্গদেৱক কোৱা হওঁক। বাতিবৰ খেন পোৱা যাব।

ঃ ডাঙৰীয়া পাইকৰ ৰণচালি চোৱা হ'ব। আহিনৰ চাৰিদিন যোৱাত।

ঃ স্বৰ্গদেৱৰ যি বা আজ্ঞা।

তাৰ পাছত মন্ত্ৰণা চলিল। নৰা ৰাজ্যৰ মানুহক স্বৰ্গদেৱে চুকাফাৰ দিনতে তাত বহুৱাইছিল । এতিয়া সিহঁতৰ উৎপাতত অসমীয়া প্ৰজাৰ বিপদ হৈছে। গতিকে শুকলা হুডু ফুকনৰ পুতেক দিহিঙ্গীয়া ফুকনৰ তলত নৰা ৰাজ্য আক্ৰমণ কৰা হওঁক। তাৰ বাবে প্ৰথম কথা হ'ল অস্ত্ৰ-শস্ত্ৰ আৰু খাৰ বাৰুদ। খাৰঘৰীয়া ফুকনৰ তলতে হাতী-ঘোঁৰা সকলো। গতিকে ফুকনে যদি অৱস্থাটো নজনাই তেন্তে যুদ্ধলৈ আগবঢ়া সম্ভৱ নহয়। গতিকে তেওঁক গোপন মেললৈ মতা হৈছে।

খাৰঘৰীয়া ফুকনে বুজিলে যে এওঁ ৰজা হৈ মনে মনে বহি থকা লোক নহয়। এওঁ নিশ্চয়কৈ ওচৰৰ সকলোকে নিজৰ তলতীয়া কৰিব। ৰজা হ'লেই তেওঁৰ পৰাক্ৰম থাকিবই লাগিব। পৰাক্ৰম দেখুৱাবৰ এটাই পথ, সেইটো হ'ল ৰাজ্য জয় কৰা। ফৰকাল লাগিল খাৰঘৰীয়া ফুকনৰ মনটো। অন্ততঃ নতুন স্বৰ্গদেৱে তেওঁক সন্দেহ কৰা নাই, পিতৃ হত্যাকাৰী বুলি। হয়তো অন্য কাৰোবাক সন্দেহ কৰিছে। আগৰ স্বৰ্গদেৱৰ হত্যাৰ কাৰণ তেওঁ নহয়তো? নে অন্য কাৰোবাৰ গভীৰ ষড়যন্ত্ৰৰ ফল এইয়া? সকলো মনৰ পৰা, জোকাৰি পেলাবলৈ চেষ্টা কৰিলে তেওঁ।

স্বৰ্গদেৱে ৰণুৱাৰ ৰণচালি চাব। খাৰঘৰো চাব। যদি ক'ৰবাত অকণমান অৱহেলা কৰা যেন পায় তেওঁক কাটিব স্বৰ্গদেৱে। গতিকে সময় থাকোতেই সকলো দিশ নিকাকৈ ৰাখিব লাগিব। টোলৰ বাহিৰত বান্ধি থোৱা ঘোঁৰাটোৰ কাষলৈ চিন্তিত

মনেৰে আহি থাকোতেই হঠাৎ বৈ গ'ল তেওঁ। তেওঁৰ সন্মুখত বৈ আছে টাঙোন ধৰা পাইক এটা। তেওঁ পাইকটোযে তেওঁৰ টাঙোন ধৰা নহয় চিনি পালে।

ঃ দেৱ, আমাৰ দেৱে আপোনাক, দেৱৰ বাহৰত এবাৰ দেখা দিবলৈ আজ্ঞা হৈছে।

ঃ কোননো টাঙোন ধৰাৰ গৰাকী বা ?

ঃ বৰগোঁহাই ডাঙৰীয়াই।

এইবাৰ বাৰুকৈয়ে সজাগ হৈ উঠিল ফুকনৰ মন। কিবা এটা গুৰুতৰ কাৰণ নাথাকিলে বৰগোঁহাইয়ে তেওঁক কেতিয়াও নিবিচাৰে। যদি ৰজাঘৰীয়া বা দেশৰ কথা হ'লহেঁতেন তেতিয়া মন্ত্ৰণা সভাত আলোচনা হ'লহেঁতেন। কিন্তু কথা নিশ্চয়কৈ কিবা গুপুত। লাহে লাহে ঘোঁৰাটোৰ ফালে আগবাঢ়ি গ'ল খাৰঘৰীয়া ফুকন।❑

# ষোল্ল

তাওচুছুংমুং স্বৰ্গদেৱ ৰজা হ'ল যদিও শিঙৰি ঘৰত নুঠা বাবে ৰাজ সিংহাসনত বহিব পৰা নাছিল। মোহৰো মাৰিব পৰা নাছিল তেওঁৰ নামত। শিঙৰি ঘৰত উঠিবৰ বাবে যতমানে আয়োজন কৰিব লাগে, এদিন বা দুদিনত কৰাটো কঠিন। তথাপি স্বৰ্গদেৱে শিঙৰি ঘৰত উঠাৰ বাবে ব্যৱস্থা কৰিলে।

দেওধায়ে কুকুৰা কাটি তাৰ ঠেঙেৰে মঙল চালে। লাকিংকাত চেওৰ ডেনচিপইতৰ সাত দিন যোৱাত ভাল দিন বুলি ঘোষণা কৰিলে। স্বৰ্গদেৱে পাতত উঠিয়েই আহোমৰ বছৰ আৰু মাহ্ গণনাৰ লগে লগে শকৰ গণনাও প্ৰচলন কৰিলে। গতিকে অসমীয়া মতেও গণনা কৰালে। দুই মন্ত্ৰীৰ পৰামৰ্শ মতে শিঙৰি ঘৰত উঠাৰ সকলো ব্যৱস্থা সম্পূৰ্ণ হ'ল। চৰাইদেউত স্বৰ্গদেৱৰ বাবে বাহৰ কৰা হ'ল। তাত চাৰিটা ঘৰ সজা হ'ল। শিঙৰি ঘৰ, পাটঘৰ, হোলোংঘৰ আৰু পানীঘৰ। ৰজাদেৱৰ বিষয়াসকলে সকলো তদাৰক কৰি তাতে বাহৰ পাতি ৰ'ল।

ৰজদেৱে শিঙৰি ঘৰত উঠাৰ আগতেই সাত দেশৰ পৰা মানে চীনদেশ, মানদেশ, দিল্লী, বংগ, মুবংদেশ আৰু অসম দেশৰ আ-অলংকাৰ অনাই ৰাজভঁৰালত ৰাখিছিল। ৰাজভঁৰালৰ অলংকাৰ মন গ'লেই পিন্ধাত বাধা আছিল। স্বৰ্গদেৱ চুকাফাৰ দিনৰ পৰাই নিৱন্ধ আছিল যে, দুইজন ডাঙৰীয়া, চ'ৰাৰ ছয় ফুকন, ৰাজখোৱা বাৰজন গোট খাই আজ্ঞা দিলেহে অলংকাৰবোৰ ৰাজভঁৰালৰ পৰা উলিয়াব পাৰে। সিবিলাকৰ অনুমতি হ'লেহে ৰজাদেৱে, চুব, চাব আৰু পিন্ধিব পায়। ৰাজভঁৰালৰ ধন সোণ আদিও সিবিলাকৰ অনুমতিত হে খৰচ কৰিব পায়। ৰাজমন্ত্ৰীৰ অনুমতি নহ'লে বাকীবোৰ ডাঙৰীয়াই ৰাজভঁড়ালৰ দ্ৰব্য বাহিৰলৈ উলিয়াব নোৱাৰে।

স্বৰ্গদেৱে প্ৰথমতে সোণৰ বাখৰপতা নেপূৰ পিন্ধিলে। সেই নেপূৰত সোণৰ গুণাৰে বন্ধ উজণ্টি। সেই উজণ্টিতে লগা দহটা আঙুলিত দহোটা আঙুঠি পিন্ধিলে। তাৰ পাছত পিন্ধিলে মিহি মেজাংকৰি চুৰিয়া। তাৰ ওপৰত মিহি পাটৰ কাপোৰৰ চোলা। তাৰ ওপৰত সোণৰ গুণাৰে বনকৰা, লতাবচা জামা পিন্ধিলে। হাতৰ দহোটা আঙুলিত পিন্ধিলে হীৰাপতোৱা আঙুঠি। হাতৰ সৰু গাঁঠিত পিন্ধিলে বাখৰুৰা দুডাল দুডাল নৱৰত্ন, তাৰ ওপৰত গামখাৰু। জামাৰ ওপৰত দুহাতে দুখন দুখন চাৰিচুকীয়া, মাজুবহল, দুইমূৰ জোঙা,

বাখৰুৱা বাজ পিন্ধিলে। তাৰ পাছত পাঁচসৰী, সাতসৰী নৱসৰী পিন্ধালে। সৰু বৰ মুক্তাৰ হাৰত দুগদুগী পিন্ধিলে। প্ৰত্যেক লহৰৰ মাজে মাজে ডিঙিৰ পৰা লটকন দিয়া বাখৰপতা চন্দ্ৰহাৰ, কাণত সোণৰ গুণাৰে মুকুতা আঁৰি, লটকন দিয়া হংস কুন্তল পিন্ধিলে। তাৰ পাছত বগা পাটৰ পাগ মাৰিলে। তাৰ ওপৰত সোণৰ গুণাৰে লতা আৰু ফুলবছা চিৰি পাগৰ দীঘে দীঘে মাৰি, দুইকাণৰ ওপৰত মেৰিয়াই পিন্ধিলে। নাকৰ পোনে পোনে কপালৰ সোমাজত পাগৰ উঠঙাখিনিত থোপাসোণৰ উত্তম হীৰা পান্না খটোৱা শিৰপেছ পিন্ধিলে। দুই কাণে দুখন কন্কিও লগালে।

লগতে বৰকুঁৱৰীয়েও গোম চেঙৰ ওপৰত সোণৰ লতাফুলেৰে বনকৰা মেখেলা, ফুললতা বাছি বোৱা পাটৰ ৰিহা আৰু পাটৰ কাপোৰৰ বনকৰা ঘুৰি পিন্ধিলে। তাৰ ওপৰত চোলা পিন্ধিলে। অলংকাৰ পিন্ধিলে ৰজাৰ দৰেই। স্বৰ্গদেৱে ভৰিত পছুৰ চালেৰে চিলোৱা পাটৰ কাপোৰ তলিয়াৰি দিয়া পয়জাৰ পিন্ধিলে। মূৰত ৰজা আৰু কুঁৱৰী দুয়ো খাটি সোণৰে সজা মুকুট পিন্ধিলে। ইফালে মাউতে স্বৰ্গদেৱৰ বাবে মতা হাতী আৰু কুঁৱৰীৰ বাবে মাখুণ্ডী হাঁতী দুটা সাজু কৰি ৰাখিছিল। হাতীৰ গাৰ ওপৰত খাম্পাঠঙা বা ডাঠ দলিচা পৰা। তাৰ ওপৰত জুল পৰা। ওপৰৰ খলপা ডাঠ বগা মখমল আৰু তলৰ খল্পা ৰঙা মখমল। তাৰ তলত গোমচেং, তাৰ তলত কিংখাপ, তাৰ কাষত সোণৰ গুণাৰে আঁৰি দিয়া সোণৰ বৰৈ। লগত এটা হাতীত আৰোৱান ধৰাই আৰোৱান ধৰি আৰু চত্ৰ ধৰাই চত্ৰ ধৰি গৈছে। আৰোৱানখন মিহি বাঁহৰ কাঠিৰে ঘূৰণীয়াকৈ বোৱা আৰু মাজত বগা কাপোৰৰ গিলিপ খুওৱা। তাৰ ওপৰত সোণৰূপৰ গুণাৰ ফুল বচা। দীঘল নালডালত সোণপতোৱা। চত্ৰটো বগা পাটৰ কাপোৰৰ । সোণ আৰু ৰূপৰ গুণাৰে লটকণ আঁৰা। হাতেৰে ধৰা ঠাইত, বাখৰ পটোৱা নালটো সোণৰ। ওপৰে নালৰ মূৰত সোণৰ কলসী খুৱাই দিয়া।

স্বৰ্গদেউৰ লগত ডা-ডাঙৰীয়া, চ'ৰাৰ ছয়ফুকন, ওঠৰ ৰাজখোৱা, সৈন্য, পাইক আৰু প্ৰজা ভাগে ভাগে যাত্ৰা কৰিলে। ডা-ডাঙৰীয়াসকল ঘোঁড়াত, দোলাত যেনেকৈ পাৰে ওলাল। ৰজাদেৱৰ বাকী কুঁৱৰীসকলৰ ভাগে দোলাত যাত্ৰা কৰিলে। স্বৰ্গদেৱৰ লগতে ওলাল পাপৰিয়াল লৈ বৰপুতেক চুৰেংঙ্গকে আদিকৰি পাঁচ কোঁৱৰ আৰু তিনি জিয়াৰী। সকলোতকৈ কিন্তু আনন্দ আছিল স্বৰ্গদেৱৰ বৰজীয়েক মূলাৰ। স্বৰ্গদেৱ শিঙৰি ঘৰত উঠিব মূলাৰ গাত ততেই নাই। দোলাত বহি থাকিবই নোখোজে যেন পিতাকৰ লগত হাতীতেই যাব। কিন্তু এই যাত্ৰাত স্বৰ্গদেৱৰ লগত তাই হাতীত যাব নোৱাৰে, বাধা আছে। যিমানেই মৰমৰ নহওঁক এই সময়ত স্বৰ্গদেৱ স্বৰ্গদেৱেই। বৰকুঁৱৰী, বৰকুঁৱৰীয়েই বাকীসকলৰ স্থান বেলেগ।

নিয়ম মানি স্বৰ্গদেৱে এটা আহতগছৰ পুলি লগত ললে। চৰাইদেউত এই পুলিটো স্বৰ্গদেৱে নিজ হাতেৰে ৰুব লাগিব।

চৰাইদেউত পতা বাহৰত স্বৰ্গদেউ উপস্থিত হ'লত সকলোৱে স্বৰ্গদেউৰ জয়

হ'বলৈ ধ্বনি দিলে। তাত ইতিমধ্যে শিঙৰি ঘৰ, পাটঘৰ, হোলোংঘৰ আৰু পানীঘৰ সজা হৈছিল। হাতত হেংডাং লৈ স্বৰ্গদেৱে দেওকুকুৰাৰ পাখি পাগত গুজি প্ৰথম পানী ঘৰত উঠিল। তাত নানা তীৰ্থৰ পানী বাইলুং পণ্ডিতে স্বৰ্গদেউ আৰু কুঁৱৰীৰ গাত ঢালিলে। তলত থকা বাইলুং পণ্ডিতৰ গাতো পৰিল। ৰজা আৰু কুঁৱৰীয়ে কাপোৰ সাজ সলাই বাইলুং পণ্ডিতক দান দিলে। তাৰ পাছত গলত চোমদেউক বান্ধি স্বৰ্গদেৱ আৰু কুঁৱৰী পাটঘৰত উঠিল। পাটঘৰৰ তলত এটা মানুহ আছিল। চাংঘৰৰ ওপৰত বাইলুঙে পবিত্ৰ পানী চতিয়ালে। সেই পানী তলৰ মানুহটোৰ গাতে পৰিল। গাধোৱা পানী মানুহটোৰ গাত পৰাৰ অন্তত স্বৰ্গদেৱে মানুহটোক ৰূপ এচৰু আৰু সোণ এচৰু দি ৰাজ্যৰ বাজ কৰি খেদি দিলে। সি স্বৰ্গদেৱ আৰু কুঁৱৰীৰ সকলো অপায় অমংগল লগত লৈ গ'লগৈ বুলি সকলোৱে বিশ্বাস কৰে। এইটোক নেওচা যোৱা বোলে। নেওচা যোৱাই নগৰৰ ফালে চাব নাপায়, তাক খেলৰ পৰাও বাদ দিয়া হয়। তাৰ পাছত বাইলুঙে কুকুৰাৰ ঠেঙেৰে মঙল চালে। শুভক্ষণ নিৰ্ণয় হ'ল। স্বৰ্গদেৱ আৰু কুঁৱৰীয়ে এইবাৰ সাজ সলাই শুভক্ষণত হোলোংঘৰৰ চাঙত বহিলগৈ। হোলোং ঘৰৰ বাঁহৰ চাঙৰ তলত এটা হাতী, এটা ঘোঁৰা, এটা গৰু, এটা হৰিণ, এটা হাঁহ, এটা সাপ, এটা মাছ আৰু এটা পোক থৈ দিয়া আছিল। বাইলুং পণ্ডিতে মন্ত্ৰপূত পানী ৰজা আৰু কুঁৱৰীৰ গাত ঢালিলে। সেই পানী তলৰ জন্তুবোৰৰ গাত পৰিল। জন্তুবোৰক তাৰ পাছত হাবিত মেলি দিয়াৰ বাবে লৈ যোৱা হ'ল। স্বৰ্গদেৱে এইবাৰ শিঙৰি ঘৰত উঠাৰ বাবে সাজু হ'ল। ইতিমধ্যে ৰাজপোচাকেৰে সুশোভিত হৈ স্বৰ্গদেৱ আৰু কুঁৱৰী সাজু হ'ল। স্বৰ্গদেৱে মূৰৰ দেওকুকুৰাৰ পাখি সলালে। শিঙৰি ঘৰৰ মুখতে ৰজাৰ বিচাৰত প্ৰাণদণ্ডৰে দণ্ডিত মানুহ এটা হাত দুখন বান্ধি আঁঠুকঢ়াই থোৱা হৈছিল। স্বৰ্গদেৱে হেংদাং উলিয়াই একেঘাপে মানুহটো দুচেও কৰিলে। চাৰিওফালে প্ৰজা আৰু সৈন্যই জয়ধ্বনি কৰিলে। বৰগোঁহাই আৰু বুঢ়াগোঁহাই ডাঙৰীয়াই সাত খলপীয়া সিংহাসনৰ দুটা খুঁটাত ধৰিলে। স্বৰ্গদেৱ আৰু কুঁৱৰী সিংহাসনত বহিল। বাইলুঙে বাখাম কৰিলে। ন' জাঁই হিলৈ মাৰিলে। বৰঢাককে আদি কৰি সমস্ত বাদ্য বাজি উঠিল। তাৰ পাছত বাইলুঙে ৰজাক শান্তি কৰিলে। ফুল চন্দন মালা দি ৰজাৰ অভিষেক কৰিলে। তাৰ পাছত ডাঙৰীয়াসকলে ৰজাৰ চাৰিওফালে সাতবাৰ ঘূৰিলে। আৰু স্বৰ্গদেৱক সেৱা কৰিলে। ৰাইজ আৰু আন পালি বিষয়াই মাটিৰ পৰা সেৱা কৰিলে। এনেদৰে লিখন কৰা সম্পূৰ্ণ হ'লত বিষয়াসকলে অন্যকুঁৱৰীসকলক লিখন কৰিবলৈ ধৰিলে। তাৰ লগে লগে শংখ, ঘণ্টা, ডবা, কালি, মৃদংগ, জয়ঢোল, গগণা, ভেৰী, ভোৰতাল আদি নানা বাদ্য বাজিবলৈ ধৰিলে। ঘোঁৰা হাতীৰ হতুৱাই ধ্বনি কৰোৱা হ'ল।

এইবোৰ হ'লত স্বৰ্গদেউ আৰু কুঁৱৰীয়ে দেওধাই, বাইলুং, ব্ৰাহ্মণ আৰু দুখীয়াক দান দিলে। বাইলুঙে মঙল চাই "চাই কাক" পঢ়ি দেও হাঁকিলে। স্বৰ্গদেউৰ আদেশত বন্দীশালৰ পৰা বন্দীক মুক্তি দিয়া হ'ল। শিঙৰি ঘৰতে স্বৰ্গদেউ, বাইলুং আৰু ডাঙৰীয়া দুজনে সাঁজ খালে। ইফালে ভোজ-ভাতৰ আয়োজন কৰা হ'ল। স্বৰ্গদেৱ কুঁৱৰীক লৈ

শিঙৰি ঘৰতে ৰ'ল আৰু ভোজনো কৰিলে। আবেলি হাতী যুঁজ কৰা হ'ল। কৰতলীয়া ৰজা কেৰে আহি স্বৰ্গদেৱক উপঢৌকন দিলেহি।

স্বৰ্গদেৱ আৰু কুঁৱৰী শিঙৰী ঘৰত থকাৰ সময়ত বিশেষ মানুহহে তালৈ উঠিব পাই। কিন্তু মূলাৰ ক্ষেত্ৰত যেন সকলো নিয়মেই হাৰ মানে। মূলায়ে কোৱত শিঙৰীঘৰত উঠিল। স্বৰ্গদেৱৰ মুখত হাঁহি বিৰিঙি উঠিল। বৰকুঁৱৰীয়ে কথাষাৰ ভাল নাপালে। মূলাৰ মাক চুক্লেনৰ মুখত শংকাৰ ভাব ফুটি উঠিল। কিন্তু ৰাজাদেৱৰ এইজনী জীয়াৰীৰ প্ৰতি ভাবটো বেলেগ। তাইৰ জন্মৰ পাছতেই যেন তেওঁখো ভাগ্যৰ দুৱাৰ মুকলি হৈছে। তেওঁ স্নেহেৰে মূলাক কাষলৈ নমাই আনিলে। সকলোৰে মুখত হাঁহি বিৰিঙি উঠিল। সেই শিঙৰি ঘৰতে থাকিল স্বৰ্গদেৱ আৰু কুঁৱৰী।

পাছদিনাই স্বৰ্গদেৱ সদলবলে ৰাজটোললৈ ঘূৰি আহিল। চোমদেউক লৈ দোলাত আহিল স্বৰ্গদেউ। দেওঘৰত চোমদেউক থৈ ৰজাটোল পালেহি। প্ৰজাক সাতদিন ধৰি ৰংৰহইচ কৰিবলৈ আদেশ কৰিলে। ৰজাই পিন্ধা আ-অলংকাৰ চোলাধৰা ফুকনে ৰজাৰ গাৰ পৰা খহাই চোলাধৰাৰ হাতত দি তিনিওজন বৰভঁৰালৰ বৰুৱা বৰভঁৰালত একেলগে থাকোতে তাত ঘূৰাই দিলেগৈ।

স্বৰ্গদেৱে ৰাজসভাত বহিবৰ বাবে সাজু হ'ল। ❑

# সোতৰ

বৰচ'ৰালৈ যাবলৈ সাজু হৈ স্বৰ্গদেৱে তামুলী লিগিৰাৰ হাতত থকা সোণৰ বটাৰ পৰা ঠুৰীয়া তামোলখন মুখত সুমুৱালে। বিশেষ কিবা চিন্তাত যেন বিভোৰ হৈ আছে স্বৰ্গদেৱ। সমগ্ৰ ৰাজ্যখনকে নতুনকৈ গঢ়িবলৈ বিচাৰিছে এইজনা স্বৰ্গদেৱে।

শিঙৰি ঘৰত উঠিয়েই নতুনকৈ মোহৰ মৰোৱালে। নিজৰ চাৰিও পুতেক দিহিঙ্গ, চাৰিঙ্গ, তিপাম আৰু তুংখুঙ্গ এই চাৰি নগৰ পাতি দিহিঙ্গীয়া ফৈদ, চাৰিঙ্গীয়া ফৈদ, তিপমীয়া ফৈদ আৰু তুংখুঙ্গীয়া ফৈদ এই চাৰিটা নিজৰ বঙহৰ ফৈদ পাতিলে। ৰজাদেউ নিজৰ দিহিঙ্গীয়া ফৈদতে থাকিল। প্ৰজাই তেওঁক দিহিঙ্গীয়া ৰজা বুলিলে। ৰজাফৈদৰ চাৰিপুতেকৰ চুক্লেন ডেকাৰজা, এওঁ গড়গঞা ৰজা হ'ল। চুৰেঙ্গ বা দেওৰজা, এওঁ চাৰিঙ্গৰ ৰজা হ'ল। চুখ্ৰেঙ্গ বা দুপৰজা, এওঁ তিপামৰ ৰজা হ'ল। আৰু সৰুজনা চুত্যিঙ্গক নামৰূপীয়া ৰজা পাতিলে। বৰকুঁৱৰীৰ ফালৰ মাত্ৰ চুক্ৰা কোঁৱৰ। স্বৰ্গদেউৰ একেটি মাত্ৰ কন্যা মূলা। তাকো মাজুকুঁৱৰীৰ ফালৰ। বাকী কুঁৱৰীসকলৰ সতি-সন্ততি হোৱা নাই। বকটাত স্বৰ্গদেৱে নতুনকৈ নগৰ পাতিছে। তাতো নিৰ্মাণ কৰাইছে ৰজাৰ টোল। স্বৰ্গদেৱে কুঁৱৰীক লৈ তাত মাজেমধ্যে দিন কটায়।

হঠাৎ স্বৰ্গদেউৰ বৰঘৰৰ বেৰলৈ চকু পৰিল। সুন্দৰকৈ হেঙ্গুল হাইটাল বোলাই থোৱা কাঠৰ বেৰ। বেৰৰ তলৰ ওপৰত ফুলাম জাপিৰ শাৰী। হেংদাং অকল যে সজাই থয় এনে নহয়। কেতিয়াবা প্ৰয়োজনত স্বৰ্গদেৱে যাতে ব্যৱহাৰ কৰিব পাৰে তাৰো ব্যৱস্থা থাকে। হঠাৎ স্বৰ্গদেৱৰ চকু পৰিল যে বেৰৰ পৰা দুখন হেংদাং অদৃশ্য হৈ গ'ল। আচৰিত হ'ল তেওঁ। হঠাৎ তেওঁ সচকিত হৈ পৰিল। বৰঘৰৰ পৰা দুখন হেংডাং অদৃশ্য হোৱা মানে কি ইংগিত সূচাইছে? তৎকালে স্বৰ্গদেৱে হেংদাঙধৰাক তলব কৰিলে। মুহূৰ্ততে হেংদাঙধৰা হাতত হেংদাঙ লৈ উপস্থিত হ'ল। টাঙোন ধৰাও আহি স্বৰ্গদেৱৰ কাষত ঠিয় হ'ল। তামুলী লিগিৰাইয়ো পৰিস্থিতি বুজি সাবধান হ'ল। তামুলী লিগিৰাই চাউদাঙক খবৰ দিয়াৰ ব্যৱস্থা কৰিলে। স্বৰ্গদেৱৰ টোল অহৰ্নিশে চাউদাঙে বেৰি থাকে। চাউদাং বৰুৱাই তদাৰক কৰে। পালে পালে চাউদাঙে লক্ষ্য কৰি থাকে টোল। টোলৰ ভিতৰত যি কোনো মানুহ সোমোৱা দুঃসাধ্য। তাৰ মানে কোনোবাই কিবা ষড়যন্ত্ৰ কৰিছে স্বৰ্গদেউক বধ কৰাৰ। অস্ত্ৰ লৈ প্ৰৱেশ কৰিব নোৱাৰাৰ বাবে ৰজাৰ বৰঘৰত থকা অস্ত্ৰকে ব্যৱহাৰ

কৰিছে নিশ্চয় লুকাই আছে ক'ৰবাত ষড়যন্ত্ৰকাৰী। খোলা হেংদাং লৈ স্বৰ্গদেউ সাজু হ'ল স্বৰ্গদেৱে হুংকাৰ দিলে হেৰোৱা হেংদাং বিচাৰি।

ঃ ক'লৈ গ'ল বৰঘৰৰ হেংদাং? কোনে জানহঁক ক? সকলো কঁপিবলৈ লাগিল। তামুলী লিগিৰা, লিগিৰী, লাখুটি ধৰা, চোঁৰধৰা, লিগিৰিমখা সকলো কঁপিবলৈ ধৰিলে। আজি কাৰ ভিঙি যায় একো ঠিক নাই

ঃ কোনে কৰে এই দুঃসাহস

কুঁৱৰীসকলো ভাগে ভাগে আহি হাজিৰ হ'লহি। কিন্তু হেংদাং চোৰ ধৰিব পৰা নহ'ল। হঠাৎ মাজু কুঁৱৰীৰ হাতধৰা লিগিৰী এজনী ক'ৰবাৰ পৰা কঁপি জঁপি আহি স্বৰ্গদেৱৰ ওচৰত আঠু ল'লেহি।

ঃ স্বৰ্গদেউ ঈশ্বৰ কাটকেই বা মাৰকেই। বন্দীয়ে কুঁৱৰীটোলৰ পাছ চোতালত দেখি অহাটোহে বেকত কৰিব খুজিছে।

স্বৰ্গদেঁৱ শান্ত হ'ল। হঠাৎ ৰজাই ৰজাৰ গাম্ভীৰ্য্য প্ৰকাশ কৰি শান্ত কণ্ঠেৰে ক'লে।

ঃ নিৰ্ভয়ে ক - কি দেখিলি ?

ঃ স্বৰ্গদেউ ঈশ্বৰ বান্দীক কাটকেই বা মাৰকেই, স্বৰ্গদেৱৰ জীয়াৰী আৰু লিগিৰীৰ হাতত আছে হেংদাং।

ঃ কি ?

খন্তেক ৰ'ল স্বৰ্গদেউ। অবিশ্বাস কৰাৰো উপায় নাই। স্বয়ং লিগিৰীয়ে মিছা মতাৰ সাহস নকৰে। হঠাৎ চিন্তা কৰিলে এইয়াও কিবা ষড়যন্ত্ৰৰে অংশ নহয়তো? স্বৰ্গদেৱক কুঁৱৰীটোলৰ পিছ চোতাললৈ নিয়াৰ চেষ্টা নহয়তো? তথাপি তেওঁ ৰজা। চুকাফাৰ বংশ আহোমৰ তেজত ভীৰুতা নাই। খোলা হেংদাং হাতত লৈ স্বৰ্গদেৱ চাঙৰ পৰা জখলাৰে নামিল। চোতাল গৰকি কুঁৱৰীটোল পালেহি। চাৰিওফালে টাঙোন ধৰা, চাউদাং আৰু কুঁৱৰীসকল। কুঁৱৰীটোলৰ পৰা পাছ চোতালত নামি আচৰিত হ'ল স্বৰ্গদেউ। হয় চ'তমহীয়া ৰ'দত ঘামি জামি হাতত হেংদাং লৈ তেওঁৰে জিয়াৰী মূলা। কঁকালত মুগাৰ মেখেলা, তাৰ ওপৰত বেতৰ টঙালি, ৰিহাৰে মেৰিওৱা বুকু। উদং বাহু আৰু হাত ঘামেৰে তিতা। মুখখন পকা থেকেৰা যেন ৰঙা। লগত ক'লা কপাহী মেখেলা আৰু কপাহী চাদৰেৰে বুকুত আটিলকৈ বন্ধা মাজু কুঁৱৰীৰ বান্দী চেং। চেঙৰ ক'লা নিপোটল গাটোতো ঘামৰ টোপাল। ৰ'দত তাইৰ গাটো বেঙেনাৰ বৰণ লৈছে। চেঙো হেংদাং হাতত লৈ মূলাৰ লগত খেলাত মগ্ন। হঠাৎ তাই দেখিলে সদলবলে স্বৰ্গদেৱক। সাধাৰণতে কুঁৱৰীটোলৰ ভিতৰ চোতালত পুৰুষে গৰকিব নাপায়। পুৰুষ মানে একমাত্ৰ স্বৰ্গদেৱে দেখিব পায়। গতিকে লিগিৰী আৰু মূলাই কাপোৰৰ ফালে লক্ষ্যই কৰা নাই। মাত্ৰ মগ্ন খেলাত। স্বৰ্গদেৱক দেখি চেঙৰ কঁপনি উঠিল। হাতৰ পৰা সৰি পৰিল হেংদাং। আচৰিত হ'ল মূলা। এনেদৰে পিতৃদেৱ কেতিয়াও নাহে কুঁৱৰীটোললৈ। আজি হঠাৎ ? কি অঘটন হৈছে তায়ো ধৰিব

নোৱাৰিলে। স্বৰ্গদেউৰ কাষত বৈ আশংকাত কঁপিছে মাজুকুঁৱৰীও। কি বা কৰে বঙহৰদেৱে। নিজ চকুৰে দেখি শান্ত হ'ল ৰজাদেৱ। এক স্নেহৰ দৃষ্টিৰে চালে নিজ কন্যালৈ তাৰ পাছত উভতি খোজ ল'লে।

ঃ গাভৰুৰ ৰোৱা তোলাহে যুগুত, ঢাল বা হেংদাং নহয়। কুঁৱৰীৰ চকু গজিব লাগে।

তাৰ পাছত স্বৰ্গদেৱ বৰচ'ৰালৈ বুলি খোজ ললে। সকলো শান্ত হ'ল যদিও মাজুকুঁৱৰী সকলোৱে দুকথা শুনালে। মাজু কুঁৱৰীয়েও মূলা আৰু লিগিৰীক সকিয়নি দিলে। কথাযাৰ টোলৰ ভিতৰতে বতাহত ঘূৰি ফুৰিল।

স্বৰ্গদেৱ ঈশ্বৰে নিশাৰ ভাতসাজ খোৱাৰ আগতে বৰচ'ৰাতে বহি আলাপ আলোচনা কৰে। হাসপানীও দুই এঢোক খায়। কেতিয়াবা ৰজাৰ আদৰৰ মানুহ থাকিলে আহিবলৈ অনুমতি হয়। লুথুৰাখন্‌ৰ দুই এক বুঢ়া-মেথাও মাজে মধ্যে আহে সাঁজ খাবলৈ। অন্য দুই এক ৰজাৰ সখি বা ৰাজ শহুৰৰ মানুহো আহে। কেতিয়াবা গুৰুতৰ কথা থাকিলে ডাঙৰীয়া বা বিষয়াও অহাৰ অনুমতি পায়। এনেকুৱা কোনো নাথাকিলে স্বৰ্গদেৱে কুঁৱৰী আৰু তামুলী লিগিৰাৰ লগতে ৰং-ৰহইচ কৰে। লঘু কথাৰ আলোচনা চলে। টোলৰ ভিতৰৰ খা-খবৰ স্বৰ্গদেৱৰ কাণত পৰে।

সেই দিনাও স্বৰ্গদেৱে সোণৰ মাইহাং বাতিত হাসপানী খাই কুঁৱৰীসকলৰ সৈতে ৰং তামচা কৰি আছিল। হঠাৎ স্বৰ্গদেৱৰ ইচ্ছা অনুসৰি মাজুকুঁৱৰীৰ চেং নামৰ লিগিৰীজনীক তালৈ অনা হ'ল। ওখ বেচ আটিল চেহেৰাৰ লিগিৰীজনী। এলাপচা মতাই তাইক যি কোনো কামত বলে পৰা দায়। হাতভৰি পাহুৱাল। পিন্ধনত কপাহী মেখেলা আৰু বুকুত বান্ধিলোৱা চেলেং চাদৰ। চুলিকোচা পাহকটা। হঠাৎ অন্ধকাৰত দেখিলে মতা নে তিৰুতা ঠাৱৰ কৰা কঠিন। চকুডাল তিৰবিৰাই থকা । কাণত এযোৰ জাংফাই কেৰু। ডিঙিত এধাৰ পোৱালমণিৰ মালা। স্বৰ্গদেৱৰ তীক্ষ্ণ দৃষ্টিৰ ওচৰত তাই জঁয় পৰি গৈছিল। কুঁৱৰীসকলেও স্বৰ্গদেৱৰ দৃষ্টিত অন্য অৰ্থ বিচাৰিবলৈ আৰম্ভ কৰিছিল।

ঃ লিগিৰী কৰ বা সঁচ ?

তামুলী লিগিৰাৰ হাতৰ ঠাৰত চেং মাটিত আঠু লৈ বহিল। দেহৰ ভাঁজবোৰ স্বৰ্গদেৱৰ দৃষ্টিৰ পৰা লুকুৱাবলৈ তাই হাত দুটা আগবঢ়াই হাতযোৰ কৰিলে। স্বৰ্গদেৱৰ দৃষ্টি তাইৰ ওপৰতে ৰ'ল। তাই লাহে লাহে ক'লে।

ঃ পিতাই চাৰিঙৰ। শইকীয়া হৈছিল। নগাই পাইক বুলি জনাজাত আছিল। নগাই, নগাই পাইক মুখৰ ভিতৰত আওৰালে স্বৰ্গদেৱে। তাৰ পাছত তামুলী লিগিৰালৈ চালে তামুলী লিগিৰাৰ বয়স হৈছে। এইজনা স্বৰ্গদেৱ মেলডঙীয়া ৰজা হৈ থকাৰ আগৰে পৰা স্বৰ্গদেৱৰ লগত লগুৱা। অনেক অলিখিত কাহিনী তামুলী লিগিৰাৰ গৰ্ভত।

ঃ স্বৰ্গদেউ, মাজুজনা আইচুদেউতা কুঁৱৰীৰ লগৰ যৌতুকীয়া তাই। নগাই পাইক যুঁজত জনাজাত। গ'লজনা চুচেনফা স্বৰ্গদেউৰ দিনত নগাৰে যুঁজ হৈছিল। স্বৰ্গদেউৰ

ল'ৰাকাল। টুচুং নগাৰ যুঁজত সেইজনা স্বৰ্গদেৱে ঘা খাইছিল। কিন্তু স্বৰ্গদেৱক নগাৰ পৰা ৰক্ষা কৰে আমাৰ পাইক নগায়ে। মেলডঙীয়া কোঁৱৰো যুঁজত লাগিছিল। নগায়ে বোলে নগা গাঁও গৰকি পেলাইছিল। স্বৰ্গদেৱে বঁটা-বাহনো দিছিল। তাৰ কাৰণেই বোলে নগাযুঁজ জিকিল। দুইহাতেৰে তৰোৱাল ঘূৰাব পাৰে। বনৰীয়া ঘোঁৰা বইচ কৰিবলৈ বোলে এবেলাও নালাগে। গ'লজনা স্বৰ্গদেৱে শইকীয়া বাবো খাবলৈ দিছিল।

ঃ ক'ত বা আছে নগাই।

ঃ চাৰিঙতে। পাইকক যুঁজৰ অখৰা কৰায়। দেহাত আগৰ বল নাই। ডা-ডাঙৰীয়া, কোঁৱৰক যুদ্ধৰ আখৰা কৰায়। চেঙৰ কথাত তামুলীলিগিৰাই মাত লগালে।

ঃ মনৰ বলী। এতিয়াও বেচ পাহুৱাল। দুটা ৰণুৱাই বলে পৰা টানেই। যুঁজৰ অখৰা কৰায়। ভাল ভাল ডাঙৰীয়া ল'ৰাই নগাইৰ পৰা শিকে।

ঃ লিগিৰীয়ে শিকিছিল নে ?

ঃ বান্দীক কাটকেই বা মাৰকেই আমি পিতাইৰ হাততে হেংদাং ধৰিবলৈ শিকা। ঘোঁৰাৰ পিঠিত উঠা।

স্বৰ্গদেৱে কিছু সময় মনে মনে ৰ'ল।

ঃ কুঁৱৰীৰ টাঙোন ধৰা তয়েই তেনে।

সকলোৱে স্বৰ্গদেউৰ কথাত ৰং পালে। তামুলী লিগিৰাই মাত দিলে।

ঃ স্বৰ্গদেউ ঈশ্বৰ, তাই এলাপেচা পাইকতকৈ এখোপ চৰাহে। এটাই বলে পৰা টান।

স্বৰ্গদেৱে তাইৰ দেহাটোলৈ আকৌ এবাৰ চালে।

ঃ গাভৰুৰ যুদ্ধ কিহলৈ ? বোৱা-কটা ৰোৱা তোলাহে লাগে।

ফট্‌কৈ মাত মাতিলে চুকৰ পৰা মূলাই।

ঃ নিজকে ৰক্ষা কৰিবলৈ। সকলোৰে চকু গ'ল মূলালৈ।

স্বৰ্গদেৱে তাইক কাষলৈ মাতিলে। তাই চুচুকচামাককৈ আহিল।

ঃ আজি বাজে, কালিলৈ এঘৰত দিম। বিষয়া ৰাজখোৱাৰ ঘৰত বোৱা-কটাহে লাগে, ৰোৱা তোলাহে লাগে কেতিয়াবা। যুঁজলৈ নহ'লে আমাৰ ফুকন বৰবৰুৱা কেলৈ আছে?

ঃ ঈশ্বৰে কৰিলে সেইফেৰাই শিকা হৈছে প'।

'প' মাতষাৰে অন্যদিনা স্বৰ্গদেৱক কোমলাই পেলাই; কিন্তু সেইদিনা গহীন হৈয়ে ক'লে।

ঃ শুন লিগিৰীৰে তৰোৱালৰ যুঁজ চাম মই। যদি লিগিৰী জিকে তেনে তাইক মই বিচৰা মতালৈ দিম। যদি হাৰে, গাভৰুৱে পুৰুষৰ চেও দিয়া বন্ধ।

সকলোৱে স্বৰ্গদেৱৰ মুখলৈ চাই ৰ'ল। ❑

# ওঠৰ

যথেষ্ট চিন্তিত খাৰঘৰীয়া ফুকন। বুঢ়াগোঁহাই ডাঙৰীয়াৰ লগত এটা সম্পৰ্ক তেওঁৰ নথকা নহয়। খাৰঘৰীয়া ফুকনৰ য়ানাইৰ ভনীয়েক এজনী বুঢ়াগোঁহাইৰ বোৱাৰীয়েকৰো য়ানাই। গতিকে সম্পৰ্কত মিতিৰেই হয়। কিন্তু তেওঁ হ'ল ডাঙৰীয়া। সন্মান ৰাখিব লাগে। বাটত যাওঁতে খাৰঘৰীয়া ফুকন পাঁহি চাণ্ডিত যায়। বুঢ়াগোঁহাই যায় দোলাত। বাটত ভেটা ভেটি হ'লে পাঁহি চাণ্ডিৰ পৰা নামি চাণ্ডি লুকুৱাই দেখা দিব লাগে। কিবা বিশেষ কাৰ্যত গ'লেও বাটচ'ৰাতে ৰৈ বাৰ্ত্তা দিয়াব লাগে। কঠত বহিবলৈ দিয়ে ডাঙৰীয়াৰ ঘৰত। গতিকে বিশেষ আহ-যাহ নাই। কিন্তু এতিয়া বিপদৰ গোন্ধ পাই তেওঁক খবৰ দিয়াইছে। এটা কথা বুজে খাৰঘৰীয়া ফুকনে যে গ'লজনা স্বৰ্গদেৱৰ দৰে এইজন নহয়। চোভা কৰি এওঁ কাকো শালত নিদিয়ে। কিন্তু গলজনা স্বৰ্গদেউ ঢুকুৱাত ডাঙৰীয়া সকলৰো আপত্তি নাই। যদি পুহাই জীয়াই থাকিলেহেঁতেন তেন্তে কোনেও তেওঁক চোভা নকৰে। পুহাই মৰিয়েই বিপদ লাগিল।

বুঢ়াগোঁহাইৰ কথামতে তেওঁ গোপনে লগ ধৰিবলৈ গৈছিল।

ঃ ফুকনৰ পাছে খাৰঘৰ কেনেকুৱা? পাইক সাজু আছেনে?

ঃ তেনেবোৰ চিন্তা নাই। স্বৰ্গদেৱে যেতিয়াই চাব খোজে বন্দী সাজু।

ঃ গ'লজনা হোৱা হ'লে ইমানত বংশ নাথাকিলেহেঁতেন।

ঃ আমি একো বুজি পোৱা নাই।

ঃ বুজাক বুজোৱা ঠাৰে চিয়াঁৰে। আমি ৰাজমন্ত্ৰী দেশৰ হানি নিবিচাৰো। কোন শতৰুৱে ক'ত ধৰেহি বুজা ভাল। গতিকে ৰাজ বিষয়াক প্ৰমাণ নহ'লে একো কৰা নহয়। আগৰ জনাই পিতৃবৈৰী বুলি যাকে পালে তাকে বধিলে। অৰাজকো হৈছিল। লেঙ্‌ডনে যি কৰে ৰাইজৰ মংগলৰ বাবেই কৰে।

ঃ এতিয়া পাছে কি বা কৰিবলৈ কয় দেৱে?

ঃ ফুকনৰ যেনেকৈ কঁকালত কোব পৰিল, স্বৰ্গদেৱৰো পিতৃহন্তাক জানো এৰিবৰ মন? নকলেও বুজিব লাগে, কঁকালৰ কোব নাপাইঁৰে, কিন্তু ৰাজকাৰ্য্যত গাফিলতি নহ'লে দেৱে একো নকৰে।

ঃ নৰা ৰজাৰে যুঁজ হ'ব নে ডাঙৰীয়া?

ঃ নৰাৰজাৰ দেশৰ পৰাই আমাৰ স্বৰ্গদেৱৰ আগৰ পুৰুষ অহা। নৰাৰজাৰে যুদ্ধ হ'ব পাৰে জানো?

বস্তুত কথা নিবন্ধ কৰি খাৰঘৰীয়া উভতি আহিল। এইবাৰহে বুজিলে খাৰঘৰীয়া ফুকনে যে তেওঁ কি কাৰ্য্যত জড়িত হ'ল। হয়, স্বৰ্গদেৱৰ ওপৰত তেওঁৰ খং উঠিছিল- কুঁৱৰীক নগালৈ দিয়াত। তাতে সগৰ্ভা কুঁৱৰীক, তাকো বিনা দোষত। কিন্তু এইয়াতো ৰজাৰ নিয়মেই। সন্ধি কৰোতে নিজৰ পত্নী বা জীয়াৰীকো শত্ৰুৰ ৰজা বা সেনাপতিক দিব লাগে। তেতিয়াহে তেওঁৰ উপলব্ধি হ'ল যে ৰজাৰ কাৰ্য্যত অসন্তুষ্ট ডাঙৰীয়াই তেওঁৰ হতুৱাই কেনেদৰে কাৰ্য্যটো কৰালে। এতিয়া সকলো আঁতৰি গৈছে। সকলোৱে তেওঁৰ ফালে আঙুলি টোৱাইছে। যেন দোষী অকল তেওঁহে। আগৰ ভগামন্ত্ৰী এই ষড়যন্ত্ৰৰ প্ৰধান। কিন্তু তেওঁ যেন একোৱেই নাজানে। বৰ্তমান ৰাজমন্ত্ৰী আৰু ডাঙৰীয়া ভালেমানৰ ইচ্ছা আছিল আগৰ স্বৰ্গদেৱক আঁতৰোৱাৰ। কিন্তু এতিয়া যেন সকলো অজান। ইয়াকেই বোলে ৰাজনীতি। ৰাজনীতিৰ পাশাখেলত তেওঁ অকলশৰীয়া হৈ পৰিল। তেওঁ খাৰঘৰীয়া ফুকন। ৰাজ্যৰ সকলো অস্ত্ৰ তেওঁৰ হাতত। ছহেজাৰ পাইকে তেওঁৰ তলত দেশৰ ৰক্ষাৰ বাবে অস্ত্ৰশস্ত্ৰ খাৰবাৰুদ সাজুকৈ ৰাখে। তেওঁৰ বিৰুদ্ধে ঘপকৈ স্বৰ্গদেৱে কিবা এটা অপবাদ দিবলৈ ভাল নাপায়। কাৰণ তেওঁ শত্ৰুৰ বাবে বৰ কামৰ মানুহ। কিন্তু তেওঁ ৰাজদ্ৰোহ কৰিলে ক্ষমা কৰিবও নোৱাৰে। ৰজাক হত্যা কৰা এক গুৰুতৰ অপৰাধ। এই অপৰাধৰ পৰা মুক্ত কৰাটো সাধাৰণ কথা নহয়। কিন্তু সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব খুজিছে দিহিংগীয়া ৰজাদেৱে। খাৰঘৰীয়া ফুকনৰ কৰ্মত খুঁত উলিয়াই তেওঁক শাস্তি দিয়াৰ বুদ্ধি। তেওঁৰ জীয়াৰী আজলী শেষ হৈ গ'ল। নাতিয়েক ক'ৰবাৰ নগাচাঙত। তাকো মৰিলেনে আছে কোনেও নাজানে। এতিয়া প্ৰতিশোধ ল'বলৈ গৈ তেওঁ বিপদত। ৰজাদেৱ যেতিয়া তেওঁক কিবা এটা কৰিম বুলি মনত পাঙিছে নিশ্চয় কৰিব। কিন্তু তাৰ আগতে এনে এটা কাণ্ড ঘটাব লাগিব যে তেওঁ দেশৰ বাবে, ৰজাৰ বাবে প্ৰয়োজনীয় মানুহ হৈ পৰে। নহ'লে আৰু এটা বাট মুকলি হৈ আছে। ৰাজ্যৰ পৰা পলাই গৈ শত্ৰু পক্ষৰ লগ হোৱা। নাই সেইটো তেওঁ কৰিব নোৱাৰে, কেতিয়াও নোৱাৰে। ৰজাৰ ওপৰত প্ৰতিশোধ লবলৈ গৈ তেওঁ নিজে ৰাজদ্ৰোহী হ'ব নোৱাৰে। তাতকৈ মৃত্যুৱেই শ্ৰেয়।❑

# উনৈশ

নিজৰ হোৱা হ'লেও ইমান আকুল হ'লহেঁতেন নে নাই সেই কথা কব নোৱাৰে ৰূপহীয়ে। কিন্তু এই ল'ৰাটোক বুকুত সুমুৱাই ডাঙৰ কৰাৰ কাৰণেই নেকি তাৰ প্ৰতি ইমান হেঁপাহ্। তাৰ কাৰণেই বৈ গ'ল নগাচাঙত। এফালে কাৰংমাৰ মৰম আৰু ইফালে এই দেওসঁচ ল'ৰা অপঙৰ মায়া। তাই ইয়াতেই বান্ধ খাই বৈ গ'ল নগাচাঙত। আজিকালি তাইৰ ভয় লাগে। অপঙলৈ বৰ ভয় লাগে। এই নগা জাতিটো বৰ যুঁজাৰু জাতি, প্ৰতি মুহূৰ্ত্ততে যুঁজ বাগৰ কৰাতেই থাকে। এই বাৰ-তেৰ বছৰীয়া ল'ৰাটোও সিহঁতৰ লগত যুঁজলৈ যায়। অৱশ্যে তাৰ সাহপিত দেখিলে আৰু গা-গাৰি দেখিলে কোনেও নকয় তাৰ সেইটো বয়স বুলি। কাৰংমাৰ ল'ৰা বুলি। ৰজাৰ ল'ৰা, নিয়মত সিয়েই আগলৈ ৰজা হ'ব লাগে। কিন্তু সকলোৱে যেন আগলৈ ৰজা হ'ব বুলি অপঙকে বুজে। য'তে ত'তে সি আগৰণুৱা। নগাবোৰ চুটি চাপৰ, কিন্তু সি ওখ শকত আৰু আটিল। নগাৰ দৰে যাঁঠি মৰাত সি পাকৈত। পাহাৰৰ শিলে শিলে জঁপিয়াই ফুৰা দেখিলে আচৰিত হ'ব লাগে। গাত সামান্য লেংটি এখন মাৰি দিনৰ দিনটো লগৰ ল'ৰাৰ লগত ঘূৰা, চিকাৰ কৰা, খেতিত লগা আৰু পাহাৰৰ জুৰিৰ পানীত গাধোৱা। চুলিবোৰ দীঘল পাহকটা। হাতীত উঠি হাতী চলাবও জানে সি। এইখন গাঁৱত হাতী মাত্ৰ দুটা। এটা মতা অন্যটো মাইকী। পোৱালি মাত্ৰ এটা হৈছে। সৰুতে দিনৰ দিনটো পোৱালিটোৰ লগতে ধেমালি কৰোতেই পাৰ হৈছিল তাৰ। পাহাৰত ঘোঁৰা নাই। কিন্তু কিছুদিনৰ আগতে পাহাৰৰ তলৰ হাবিৰ পৰা বনৰীয়া ঘোঁৰাৰ পোৱালি এটা আনি বান্ধি থৈছিল। এতিয়া ঘাঁহ পানী খুৱাই নিপোটলটো কৰি তুলিছে। তাকেই পাহাৰৰ মাজৰ সমান ঠাইলৈ লৈ গৈ দৌৰায়। লগৰ সমনীয়াৰ লগত কাঠৰ হেংদাং সাজি বা নগাদাৰে যুঁজ বাগৰো কৰে। খুনবাওটোৱে তাৰ এই কামবোৰত বেচ আনন্দ পায়। গাঁৱৰ বুঢ়ামেঠাবোৰে দোৱানতে পতা কথাবোৰ আজিকালি তাই বুজি পায়। সি নগাচাঙত জন্ম আহোমৰ পো। গতিকে তাৰ তেজৰ পৰা ভৈয়ামৰ গুণ কলৈ যাব। সেইবাবেই সি হাতী-ঘোঁৰা চলোৱাত পাকৈত। নগা দা, যাঁঠিৰ আগত কোনো থাওৰিবই নোৱাৰে। সিহঁতে তাক লৈ বহুত আশা কৰিছে। তাৰ দৰে পাহুৱাল পাহাৰে ভৈয়ামে যুঁজ কৰিব পৰা ডেকা এটা থাকিলে কোনেও সিহঁতক বলে নোৱাৰে। তাতে সি দেওসঁচ মানুহ। গতিকে ভৈয়ামৰ ৰজায়ো সিহঁতৰ লগত যুদ্ধ কৰিবলৈ অকণমান তোচ কৰিব।

লোণৰ পাহাৰটো লৈ দুয়ো ফৈদৰ কাজিয়া এতিয়াও অন্ত পৰা নাই। কেতিয়াবা মনে মনে ইটো ফৈদে লোণ তোলে। সেইটো ফৈদৰ মানুহে সদায় পহৰা দিয়া সম্ভৱ নহয়। তাৰ বাহিৰেও সিহঁতকো লোণ লাগে, খাবলৈ আৰু ভৈয়ামত বস্তু সলাবলৈ। গতিকে সিহঁতেনো ক'ৰপৰা পাব। দূৰৰ পাহাৰলৈ যাবলৈও বেলেগৰ লগত যুদ্ধ কৰিব লাগিব। আকৌ মাজে মাজে সিহঁতে গাঁও আক্রমণ কৰাৰ শংকা আছেই। লোণ আনিবলৈ যাওঁতে এতিয়া যুদ্ধ কৰিবলৈ যোৱাৰ দৰে যাব লাগে। নহ'লে কাৰ মূৰ থাকি আহে ঠিক নাই। মাজে মাজে যুদ্ধৰ বাবে যোৱাৰ দৰে সাজি কাচি হেংদাং লৈ সি লোণ আনিবলৈ যোৱা দলৰ লগত যায়। ঘূৰি নহালৈকে চট্‌ফটাই থাকে ৰূপহী। বাকী নাগিনীবোৰৰ কিন্তু কোনো চিন্তা নাই। গ'ল গ'ল, মৰিল মৰিল। এনেদৰে জীৱন আৰু মৰণৰ মাজতে জীৱন। কিন্তু ৰূপহীয়ে সেইটো সহজে ল'ব পৰা নাই। তাই দেখিছে ভৈয়ামতো যুদ্ধ বিগ্রহ হয়। তাইৰ পিতাক আছিল সাধাৰণ পাইক। যুদ্ধলৈ গ'লে কোনোবা ঘূৰি আহে, কোনোবা নাহে। কাৰোবাৰ জখমো হয়। কিন্তু সেইবোৰ সদায় নহয়। ডাঙৰ দায় নলগালে স্বৰ্গদেৱে ঘপকৈ কাকো প্ৰাণদণ্ড নিদিয়ে। গতিকে মৰা কাৰ্যটো ইমান সহজ নহয়। ইয়াত অতি সহজতে মানুহ মৰে। কিন্তু জন্ম সহজে নহয়। বৰ কম ল'ৰা-ছোৱালীহে জন্ম হয় ইহঁতৰ। প্ৰায়বোৰ তিৰুতাই বাজী। আচলতে ইহঁতে কষ্ট কৰে প্ৰচুৰ। সেই কাৰণেই ইহঁতৰ ল'ৰা-ছোৱালী কম হব পায়।

হঠাৎ কাঁড়পাত যোৱা দি তাইৰ কাষেৰে পাৰহৈ গ'ল কোনোবা এটা। পাহাৰৰ ধূলি উৰি গ'ল, ঘোঁৰাৰ খুৰাৰ শব্দতহে তাই গম পালে এইটো অপং বুলি। আকৌ ঘূৰি আহিল সি। মুগাবৰণৰ ঘোঁৰাটোত উঠি অপং ঘামৰ টোপাল সমগ্ৰ দেহত। চুলিবোৰ দীঘল যদিও মূৰৰ ওপৰত খোপা বান্ধি তাত বাঁহৰ শলখা লগোৱা। কঁকালত হেংদাং। নগা দোৱানতে সি ক'লে।

ঃ ঘোঁৰা পাহাৰত উঠাব নোৱাৰি। আমনি কৰে।

ফোপাই আছিল সি। ঘোঁৰাটোৰ মুখত কিহবাৰ চালৰ লেকাম।

নগাৰ দোৱানতে বেছিকৈ কথা কয় সি। ৰূপহীয়ে তাক আহোমৰ মাত-কথা শিকাইছে। অসমীয়াতে কথাবোৰ কবলৈ শিকাইছে। চমুৱাকুঁৱৰীৰ ল'ৰা সাধাৰণতে ৰজা নহয়। ৰজা হয় বৰকুঁৱৰী বা অন্য কুঁৱৰীৰ ল'ৰা। চমুৱা কুঁৱৰীৰ ল'ৰাই কিন্তু মন্ত্ৰী বিষয়া হয়। গতিকে কোনোবা দিনা ৰজাৰ তেজ বুলি যদি ক'ৰবাত বিষয় এখনো পায় অকল নগাৰ দেৱানেৰে ৰাজ্য চলাব নোৱাৰে। গতিকে ৰূপহীয়ে তাক ভৈয়ামৰ ভাষাতেই কথা কয়।

চকুৰ পচাৰতে সি আকৌ ধূলি উৰুৱাই গুচি গ'ল। মাত্ৰ চাই ৰ'ল ৰূপহীয়ে তাৰফালে।❑

# বিশ

ৰজাটোলৰ বৰচোতালত কুঁৱৰীসকল গোট খাইছে। চাৰিওফালে লগুৱা লিকচৌ, চাউদাং, চাংমাই শালৰ চাংমাই কেইটাৰ বাদে সকলো গোট খাইছে। ৰং চাম বুলি চ'ৰাৰ ফুকন, ৰাজখোৱাও গোট খাইছেহি। এফালে কুঁৱৰী টোলৰ বাটচ'ৰাত কুঁৱৰীসকল, এফালে চাঙত স্বয়ং স্বৰ্গদেৱ। চাৰিওফালে মানুহ গিজগিজাই আছে। সকলোৰে মনত উত্তেজনা। কি হয় কোনেও ক'ব নোৱাৰে। আচলতে ৰং চোৱাৰ ইচ্ছাত আহিলেও সকলোৱে চেং লিগিৰীৰ কি হয় তাৰে বৈ আছে। কুঁৱৰীসকলো চেঙৰ ফালে। লগুৱা লিগিৰীবোৰো চেঙৰ ফলীয়া। চেঙৰ সকলোতকৈ ডাঙৰ সাহস ৰজাৰ কন্যা মূলা। মূলাৰ হাতত ধৰি কুঁৱৰীটোলৰ পৰা চেং ওলাই আহিল। আজি তাইৰ পিন্ধনত বেলেগ সাজ। তাই পূৰ্বৰ আহোম ৰমণীয়ে পিন্ধাৰ দৰে পিন্ধিছে পয়জাৰ। ওপৰত হাতৰ মণিবন্ধলৈকে চাপকন। মূৰৰ চুলিবোৰ ওপৰলৈ খোপা বান্ধি তাত পাগুৰিৰ দৰে কাপোৰ এখন বন্ধা । কপালত ৰঙা এটা ফোঁট। গৃহডামক সেৱা কৰি ওলাই আহিছে তাই। খোজত তাই দৃঢ়তা। প্ৰথমেই তাইৰ চাঙৰ তলৰ পৰাই স্বৰ্গদেউলৈ প্ৰণাম কৰিলে। তাৰ পাছত আইকুঁৱৰীসকলক প্ৰণাম কৰিলে। কুঁৱৰীসকলে উৰুলিৰ ধ্বনি দিলে। তাৰ পাছত তাইৰ আগবাঢ়ি গ'ল লিগিৰাসকলৰ কাষত বৰাবুৰুকৰ মাজত থিয় হৈ থকা এটা মানুহৰ ওচৰলৈ। মানুহটো কিচ্‌কিচ্‌কৈ ক'লা। বয়স হৈছে যদিও এতিয়া দেহাত যেন এটা হাতীৰ বল। তেনে পাহুৱাল মানুহ। মূৰৰ চুলিবোৰ ঢকঢককৈ বগা। চুলিবোৰ পাহকটা কান্ধলৈকে পৰা, মানুহটোৰ ভৰি কেইটাত ধৰি চেং লিগিৰীয়ে মূৰটো লগালে। ঘপকৈ মানুহটোৱে নিজৰ কনিষ্ঠ আঙুলিটোৰ মূৰটো হাতত থকা চোকা দাখনেৰে ফালি তাইৰ কপালত ৰেঁঘা আঁকি দিলে। চেং উঠিল। চেঙৰ চকু দুটা ৰঙা। দেও লগা মানুহৰ দৰে তাই চোতালৰ মাজলৈ আহি অস্থিৰ হৈ মাটি গৰকিবলৈ ধৰিলে। তাইৰ কাষে কাষে সকলো সময়তে লাগি আছিল মূলা। চেঙৰ যেন জীৱনী শক্তি মূলাহে। এইবাৰ সকলোৰে চকু পৰিল গপগপাই সোমাই অহা গজপুৰীয়া বৰুৱালৈ। লগত এটা পাইক। সকলোৰে মুখত গুণগুণনি উঠিল। কাৰণ গজপুৰীয়া বৰুৱাৰ লগত অহা পাইকটো সকলোৱে চিনি পোৱা। তাৰ নাম দানব পাইক। দানব পাইক দানব পাইকেই। দানবৰ দৰে চেহেৰা তাৰ। মূৰৰ চুলিবোৰ চুটিকৈ কটা। মানুহটো কিচ্‌কিচ্‌কৈ ক'লা। মাত্ৰ গাঠলু মানুহটো। হাত ভৰিবোৰ বেচ আটিল। বহল পাহুৱাল বুকু। সি ভাল

মালো। স্বৰ্গদেৱে মালযুঁজ চাবলৈ ইচ্ছা কৰিলে দানবক মাতি অনা হয়। অন্য ৰাজ্যৰ মাল আহিলে তাক যুঁজিবলৈ পঠোৱা হয়। যুঁজত সদায় সি আগৰণুৱা। মাত্ৰ মানুহটো বৰ খঙাল। দানৱক দেখি এইবাৰ কুঁৱৰী আৰু লিগিৰা লিগিৰীৰ মাজত গুণগুণনি বেছি হ'ল। চেঙৰ ফালে থকাবোৰৰ কলিজা শুকাল। চেং সাধাৰণ এজনী লিগিৰী, তাই বাৰু এই দানব পাইকৰ লগত কেনেকৈ হেংদাঙেৰে যুঁজ কৰিব। প্ৰকৃততে স্বৰ্গদেৱে গজপুৰীয়াক কোনোবা এটা হেংদাঙত পাকৈত পাইকক দিবলৈ কৈছিল। কিন্তু গজপুৰীয়া বৰ কুটিল স্বভাবৰ মানুহ। ভালটোতকৈ বেয়াটো কৰাত তাৰ আনন্দ। গতিকে দানব পাইকক লৈ আনিলে। দানব পাইকৰ লগত এলাপেচা যুঁজাৰুৱে যুঁজ কৰিবলৈ সাহসেই নকৰে। স্বৰ্গদেৱৰ ইচ্ছা তেনে নাছিল। কথাষাৰ ক'ৰবাৰ পৰা কোনোবাখন পালেগৈ। ইফালে সকলো সাজু হৈ আছে। তামুলীলিগিৰাৰ্লৈ চালে স্বৰ্গদেৱে।

ঃ এইহেন তিৰীৰ লগত যুঁজিবলৈ মালটো কিয় অনা হৈছে?

তামুল্মী লিগিৰায়ো বেচ অস্বস্তি। স্বৰ্গদেৱৰ আদেশত গজপুৰীয়া বৰুৱাক তেওঁয়েই কৈছিল পাইক এটা যুঁজৰ বাবে আনিবলৈ। এজনী লিগিৰীৰ লগত যে যুঁজিব লাগিব সেই কথা কোৱা নহ'ল। এফালে হাতী এফালে মাখি। একমাত্ৰ নগায়েহে যদি দানবৰ লগত যুঁজিব পাৰে। স্বৰ্গদেৱৰ অনুমতি লৈ তামুলীলিগিৰা খৰধৰকৈ চাঙৰ পৰা নামিল। ইফালে যুঁজৰ আনন্দ লবলৈ বৈ থকাবোৰ তেনেই জঁয় পৰিল। এই তিৰীটো দানব পাইকৰ লগত খন্তেকো টিকিব নোৱাৰে। মূলাই ভেবা লাগি চাই আছে দানব পাইকৰ মুখলৈ। কি হ'ব তাই ইতিমধ্যে গম পাইছেই। এখন্তেকো টিকিব নোৱাৰে এই দুৰ্দান্ত দানবটোৰ লগত। পেটে পেটে তাইৰ খং উঠিল স্বৰ্গদেৱৰ ওপৰত। সিহঁতৰ সাধাৰণ ধেমালিটোক স্বৰ্গদেৱে ইয়াতে ইতি কৰিবৰ বাবে এইয়া কৰিছে। সকলোৰে মনবোৰ মৰি গ'ল। নগাই পাইকে স্বৰ্গদেৱৰ মুখলৈ আশাৰে চাই আছে। দানব পাইক তাৰ হাতত শিকা পাইক নহয়। দানবে সুবিধা পালে তাতকৈ যে যুঁজত চোকা তাকে দেখুৱাবলৈ চেষ্টা কৰিব। তথাপি সি জীয়েকক তাৰ লগত যুঁজিবলৈ এৰি দিব নোৱাৰে। হাতীৰে মাখিৰে যুঁজ---যুঁজেই নহয়। তামুলী লিগিৰা চোতাল পালেহি। গজপুৰীয়া বৰুৱা আৰু দানব পাইকে স্বৰ্গদেৱৰ ওচৰত আঠু ল'লে। তামুলী লিগিৰাই যুঁজৰ কথা বেকত কৰিলে। আচৰিত হ'ল দানব পাইক। তাৰ খং উঠিল। কোনোবা বৰযুঁজাৰুৰ লগত যুঁজিবলৈ স্বৰ্গদেৱে তাক মাতিছে বুলি ভাবিছিল সি। কিন্তু নগাই শইকীয়াৰ বান্দী জীয়েকৰ লগত যুঁজিবলৈ তাক অনা হৈছে বুলি সি ভবা নাছিল। গজপুৰীয়াৰো স্বৰ্গদেউৰ ভয়তে মুখ শুকাই গৈছে। দানব পাইকে খঙেৰে গজপুৰীয়াক ক'লে।

ঃ তিৰীৰ লগত এই পাইকে যুঁজ নিদিয়ে দেৱ। লাগিলে তাইৰ বাপেকৰ সহিত এখুণ্ডা যুঁজিব পাৰি।

গজপুৰীয়াইয়ো কথাটো বেয়া নেদেখিলে। যুঁজখন তথাপি সমানে সমানে হ'ব। কিন্তু তামুলী লিগিৰাই স্বৰ্গদেৱৰ আদেশ শুনালে। যুঁজ স্বৰ্গদেৱৰ যুঁজাৰুৰ লগত কুঁৱৰীৰ

লিগিৰীৰে ই হ'ব। মাত্ৰ এটা কথাতহে দুয়ো সাবধান। কোনেও কাকো ঘৈয়াব নোৱাৰিব। এটোপাল তেজো টোলৰ চোতালত পৰিব নোৱাৰে। তথাপি খণ্ডতে গাহৰিৰ দৰে নোকনোকাবলৈ ধৰিলে দানবে। গজপুৰীয়াই তাক বুজালে।

ঃ হেৰৌ স্বৰ্গদেউ চাওৰ ওপৰত। অমুৰি নকৰিবি। কটা যাবি একা।

খণ্ডতে একো নাই হৈ যুঁজলৈ সাজু হ'ল দানব। তামুলী লিগিৰাৰ নিৰ্দেশত চাউদাং বৰুৱাই দুই পক্ষকে চোতালৰ মাজলৈ মাতিলে। ৰজাটোলৰ চোতালত এনে যুঁজ আগতে হোৱা নাই। ইয়াত কুকুৰা যুঁজ হয়। কেতিয়াবা স্বৰ্গদেৱৰ ইচ্ছাত কেতিয়াবা কুঁৱৰীসকলৰ। ৰজাটোলৰ সকলোৱে এই যুঁজ চায়। এটা কুকুৰা নমৰালৈকে যুঁজ চলে। যিটো জিকে তাৰ গৰাকীক স্বৰ্গদেৱে বঁটা বাহন দিয়ে। আজি যুঁজখনলৈ সকলোৱে আগ্ৰহেৰে চাই আছিল যদিও একপক্ষীয় হোৱাৰ আশংকাত যুঁজৰ আনন্দ ম্লান পৰিছিল।

চাউদাং বৰুৱাই আকৌ এবাৰ স্বৰ্গদেৱৰ আদেশ শুনালে। এইয়া যুঁজ মানে যুঁজ নহয়। মাত্ৰ যুঁজৰ আখৰাহে হ'ব। কোনেও কাকো ঘৈয়াবনোৱাৰে। তাকো যুঁজ বেছি দেৰি নচলে। কোনো এটা পক্ষ দুৰ্বল যেন দেখিলেই যুদ্ধ বন্ধ। চাউদাং বৰুৱাই যুঁজৰ পেঁপা বজালে। দুয়ো যুঁজৰ বাবে সাজু। দুখন হেংদাঙ বৰুৱাই দুয়োকে তুলি দিলে। যুঁজ আৰম্ভ হোৱাৰ পেঁপা বাজি উঠিল। সকলোৱে জয়ধ্বনি দিলে। আকৌ এজোলোকা উৰুলি দিলে কুঁৱৰীসকলে। কেউফালে এক জঁয়াৰ পৰিৱেশ হ'ল। দুয়ো যুঁজাৰুৱে সন্মুখা-সন্মুখিকৈ ঘূৰিবলৈ ধৰিলে। চেঙৰ চকু দানবৰ চকুত। হাতত খামুচি আছে হেংদাং। দানবৰ খণ্ডত ৰঙা পৰা চকু। সামান্য লিগিৰীয়ে তাৰ লগত যুঁজ কৰে। একে কোবতে যুঁজ শেষ কৰাৰ ইচ্ছাৰে সি এটা হুংকাৰ দি শূন্যলৈ জঁপিয়াই দিলে তাৰ পাছত গোটেই মানুহটো চেঙৰ ওপৰত জঁপিয়াই পৰি চেঙৰ হেংদাঙখনৰ ওপৰত নিজৰ হেংদাঙেৰে এক ঘাপ মাৰিলে। চাৰিওফালে কাঁহ পৰি জীণ যোৱা এটা অৱস্থা। তাৰ হুংকাৰত অকল যে চেঙ বা মূলাৰেই বুকু কঁপিছে তেনে নহয়, বহুতৰে বুকু কঁপি উঠিল। তাৰ বাহিৰেও তাৰ বাঘৰ দৰে যি তীব্ৰ গতি, বহুতে তলকিবই নোৱাৰিলে কি হ'ল। কিন্তু তাৰ হেংদাঙ তাইৰ হেংদাঙৰ ওপৰত পৰাৰ আগতেই তাই ক্ষীপ্ৰ গতিত আঁতৰি দিলে। দানবৰ হেংদাঙ তাইৰ হেংদাঙত পৰিবলৈ নেপাই মাটিত সোমাল। হেংদাঙৰ আধা মাটিৰ ভিতৰত পোত গ'ল। কিন্তু দানবৰ হাতৰ মুঠি অকণো ঢিলা নহ'ল। চেং কিন্তু বৈ নাথাকিল। নিজৰ দেহাটো চেৰেকীৰ দৰে পাক লবলৈ দি তাই হেংদাঙৰ আগটো নি দানবৰ পাহুৱাল বুকুৰ ঠিক কলিজাৰ ওপৰত ৰাখিলে। দানৱে বাধা দিয়াৰ কোনো উপায় নাছিল কাৰণ তাৰ হেংদাঙ আধা মাটিত সোমাই আছে। সকলোৱে এক প্ৰচণ্ড জয়ধ্বনি কৰি উঠিল। দানবৰ লগতে সকলোৱে বুজিলে যে সঁচা যুঁজ হোৱা হ'লেচেঙৰ হেংদাঙে দানবৰ কলিজা ভেদ কৰি গ'লহেঁতেন। দানবৰ বুকুৰ পৰা হেংদাঙ আঁতৰাই তিনি খোজ পাছলৈ গ'ল চেং। দানবো কম যুঁজাৰু নহয়। একে টানে মাটিৰ পৰা উলিয়াই পেলালে হেংদাঙ। তাৰ পাছত তাৰ গাত যেন দেওহে লম্ভিলে। সি খণ্ডত একো নাই হ'ল। সি যেন পাহৰি গ'ল সি ক'ত আছে, পাহৰি

গ'ল কাৰ লগত যুঁজ কৰিছে। পাহৰি গ'ল স্বৰ্গদেৱৰ আদেশ। এটা ভৰিৰ ওপৰত দেহাটো চেৰেকীৰ দৰে ঘূৰাই পেলালে দানৱে। তাৰ আঠুৰ ওপৰত থকা চুৰিয়া, কঁকালত ক'লা টঙালি আৰু মূৰত সৰু এটুকুৰা ৰঙা কাপোৰৰ কপালবন্ধা। হেংদাঙখন ৰতাহত চো-চোকৈ ঘূৰাবলৈ ধৰিলে সি। আকৌ এবাৰ হুংকাৰ দি সি জঁপিয়াই জঁপিয়াই চেঙক ঘৈয়াবলৈ ধৰিলে। চেঙ আছিল সম্পূৰ্ণ সাজু হৈ। তাৰ প্ৰতিটো ঘা চেঙে বাগি দি দি আঁতৰি গ'ল। সিও সৰ্বশক্তিৰে তাইক মৰা ঘাপবোৰ মাটিত বা শূন্যতে পৰিল। এইবাৰ চেঙে সুবিধা বুজি তাৰ পাছফালে গৈ তাৰ পিঠিত হেংদাং থলে। সকলোৱে জয়ধ্বনি কৰিলে। দুবাৰ পৰাজয়ে আৰু হিংস্ৰ কৰি তুলিলে দানৱক। এইবাৰ সি সৰ্বশক্তি প্ৰয়োগ কৰি তাইৰ ওপৰত জঁপিয়াই পৰিবৰ বাবে সাজু হ'ল। সি শূন্যলৈ জাপ মাৰিলে তাৰ হেংদাঙ মাটিলৈ মুখকৰা, শূন্যতে সি প্ৰকাণ্ড দেহাটো ঘূৰাই তলত থকা চেঙৰ ওপৰত নিৰ্দিষ্ট কৰিলে। সকলোৱে বুজিলে এইবাৰ চেঙৰ আৰু ৰক্ষা নাই। হেংদাঙৰ আগটো এইবাৰ মাটিত নহয়, চেঙৰ কলিজাত সোমাব। কিন্তু চেঙৰো শক্তি কম নহয়। তাই চকুৰ পচাৰতে মাটিত শুই দিলে, তাইৰোঁ হেঙদাঙৰ আগটো আকাশৰ ফালে। হাতৰ মুঠি টানকৈ ধৰি আছে। কাৰো মুখত এটা শব্দ নাই। সকলোৰে বুকুৰ ঢপঢপনিও বন্ধ হৈ গৈছে। এতিয়া আৰু কাৰো সাধ্য নাই যে এই কাৰ্য্যত বাধা দিয়ে। দুটা মানুহ একেলগে মৃত্যুমুখত পৰিব। এক চেঙ আৰু অন্য দানৱ। স্বৰ্গদেৱে ঘৈয়াবলৈ হাক দিলেও দুয়োৰে হেংদাঙ দুয়োৰে কলিজাত সোমাব। সকলো নিজৰ ঠাইত ৰৈ আছে। কাৰো শব্দ নাই মুখত। স্বৰ্গদেৱো নিজ আসনৰ পৰা উঠি ওচৰত থকা চাঙৰ ভলুকা বাঁহৰ খুঁটাটোত খামোচ মাৰি ধৰি আছে। সকলোৰে চকু মাত্ৰ সিহঁত দুটাৰ ওপৰত।

কিন্তু চোমদেওৰ ইচ্ছা আছিল অন্যহে। হঠাৎ চেঙ মাটিত শুই থাকোতেও চকৰিৰ দৰে এটা পাক মাৰি মূৰটোৰ ঠাই সলাই ভৰিৰ ফালে আৰু ভৰিদুটা মূৰৰ ফালে কৰিলে। লগে লগে তাইৰ দেহাৰ ওপৰত পৰিল দানৱৰ দেহা, তাই ভৰি দুটা মেলি দিলে। তাইৰ কলিজালৈ পোনাই অহা হেংদাঙৰ মূৰ সম্পূৰ্ণ তাইৰ দুইটা ভৰিৰ মাজেৰে মাটিত সোমাল। দানৱৰ আঠুদুটা তাইৰ গাৰ ওপৰত পৰাৰ আগতেই তাই বহি দিলে আৰু ক্ষীপ্ৰ গতিৰে তাই হাতৰ হেংদাঙেৰে পাছ ফালৰ পৰা দানৱৰ ডিঙিৰ পাছফালে হেঁচি ধৰিলে। দানৱৰ হেংদাঙ মাটিত সোমাই আছে। সি আঠু কাঢ়ি মূৰ তললৈ কৰি ৰৈ আছে চেঙৰ দুইটা ভৰিৰ ওচৰত। তাৰ ডিঙিৰ পাছফালে চেঙৰ হেংদাঙৰ হেঁচা। চাৰিওফালে আকাশ পাতাল কঁপাই মানুহে জয়ধ্বনি কৰিলে। স্বৰ্গদেৱৰ ইংগিতত যুদ্ধ বন্ধ হ'ল। চাউদাং বৰুৱাৰ আদেশত দুটা চাউদাঙে দানৱক দাঙিলে। দানৱ তললৈ মূৰকৈ ৰৈ থাকিল। হেংদাঙ তললৈ মূৰ কৰা। গজপুৰীয়া বৰুৱাৰো মুখৰ বৰণ সলনি হৈ পৰিছে। স্বৰ্গদেৱৰ ওচৰত আঠু ল'লে চেঙে। আনন্দত জঁপিয়াইছে মূলাই। স্বৰ্গদেৱে চাই আছে আচৰিত হৈ।

ঃ তাই সাক্ষাৎ কেঁচাইখাই টি। তাই বিচৰা খিনি দিয়া হওঁক। ❑

# একৈশ

কাৰংমা আজি অহা নাই। কাৰংমা নাহিলেই ৰূপহীৰ মনটো ইচাত-বিচাত কৰে। টোপনি নাহে ভালকৈ। কাজু খাই সি হয়তো ক'ৰবাত পৰি আছে। সিঁহতে আজি দেওপূজা কৰিছিল গতিকে গোটেই মখা কাজু, গাহৰি আৰু ভাত খাই গেৰেলা হৈ পৰি আছে। তিৰুতামখায়ো খাইছে কাজু। তাই কিন্তু এইবোৰ নাখায়। আগতেও কোনোদিন তাই হাসপানী মুখত দিয়া নাই। ইয়াতো দিয়া নাই কাজু। কিয় জানো তাইৰ ভাল নালাগে এইবোৰ উত্তেজনা। একমাত্ৰ কাৰংমাৰ মদেই যেন তাইৰ জীৱনটোৰ নিচা। অপংও নাই। সি ডেকা চাঙত আছে লগৰবোৰৰ লগত। ডেকাচাঙতেই থকা নিয়ম সিহঁতৰ, গতিকে সিহঁতৰ নিয়ম ভাঙি সি নিজৰ চাঙত থাকিব নোৱাৰে। চাঙৰ আগফালে ওলাই আহিল তাই। অকণ অকণ গৰম পৰিছে। কোঠাবোৰ কাঠেৰে কৰা। ভিতৰখন ঘোপমৰা অন্ধকাৰ। পোহৰ অহাৰ বাট নাই। নহ'লে বাহিৰৰ জোনাক সোমালেহেঁতেন। তাই দূৰলৈ চাই পঠিয়ালে। চাৰিওফালে ফৰিং ফুটা জোনাক। নগা গাঁওখন শুই নিঃপালি দিছে। দূৰত ভৈয়াম। মাজৰ পাহাৰবোৰো জোনাকত জিলিকিছে। হঠাৎ তাই কথা এটা দেখি আচৰিত হ'ল। দূৰৰ গড়ৰ বাহিৰত যেন ছাঁৰ দৰে কিবা ঘূৰি ফুৰিছে। জোনাক থকা বাবেহে তাই এইবোৰ মনিব পাৰিছে নহ'লে ধৰিবই নোৱাৰিলেহেঁতেন। গড়ৰ মুখত গছৰ মাজৰ চাংঘৰত থকা কেইটাৰ চকুত পৰা নাইনে? দেওপূজাৰ কাজু খাই চাগে সিহঁতো ক'ব নোৱৰা হৈ পৰি আছে। গড়ৰ দুৱাৰ বা বন্ধ আছেনে নাই? এনেবোৰ উৎসৱৰ দিনত গড়ৰ দুৱাৰ এনেয়েতো বন্ধ থাকে। কিন্তু তাই অহাৰ পৰাই কোনেও এনেদৰে আক্ৰমণ কৰা দেখা নাই। গতিকে আজিকালি বৰকৈ গড়ৰ দুৱাৰো বন্ধ নকৰে। তাই অকণমান দেৰি চাই থকাৰ পাছত নিশ্চিত হ'ল যে কোনোবা শত্ৰুৱে আক্ৰমণ কৰিবৰ বাবে গাঁৱত সোমাইছেহি। কিন্তু তাই কৰে কি? কাক মাতিব, কাক চিঞৰিব। কাৰংমা বা ক'ত? ডেকা চাঙত যদি ডেকাবোৰক খবৰ দিব পাৰে তেন্তে হয়তো কিবা এটা হ'ব। তাই খৰধৰকৈ চাঙেৰে নামি আহিল। মাটিত ভৰি দিয়েই তাই উচপখাই উঠিল। কাৰণ ইতিমধ্যে শত্ৰু গাঁৱৰ ভিতৰত সোমাইছেহি। চাৰিওফালে পিনাপিন দিছে। তাই তাৰ মাজতে দৌৰিবলৈ লাগিল। লক্ষ্য ডেকা চাঙ। হঠাৎ গাঁৱখন পোহৰ হৈ উঠিল। তাই গম পালে যে সিহঁতৰ ঘৰবোৰত শতৰুৱে জুই লগাই দিছে। জুইৰ পোহৰত গাঁৱখন পোহৰ হৈ উঠিছে। চাৰিওফালে চিঞৰ বাখৰ।

মাইকী মানুহ আৰু ল'ৰা-ছোৱালীবোৰে লুকাবলৈ চাঙৰ পৰা ওলাই দৌৰিছে। তথাপি তাই ডেকাচাঙলৈ লক্ষ্য কৰি আগবাঢ়ি গ'ল। ডেকাচাং পাবলৈ আৰু অকণমান বাকী থাকোতে তাই দেখিলে ডেকাচাঙৰ মুখত শতৰুৰ দল। মানুহবোৰ যে ইহঁতৰ দৰে নগা নহয় তাই জুইৰ পোহৰতে চিনি পালে। কান্ধৰ পৰা আঠুৰ ওপৰলৈকে ওলোমা চোলা পিন্ধিছে সিহঁতে। হাতত তৰোৱাল আৰু ঢাল। কাৰোবাৰ হাতত কাঠৰ গদা। তাই বুজিলে এইবোৰ পৰ্বতীয়া মিজি। তাইৰ বুকু চিৰিং কৰি গ'ল। কাৰণ এই মিজিবোৰ বোলে বৰ নিষ্ঠুৰ। এনেদৰে চেগ বুজি সিহঁতে সৰু গাঁওবোৰ আক্ৰমণ কৰে আৰু তাৰ পৰা মানুহ ধৰি লৈ গৈ অন্য ৰাজ্যত বিক্ৰী কৰে। এইবোৰক দাস হিচাবে বাকীবোৰে কিনে। লুটপাটো নকৰে ইহঁতে। মাত্ৰ কথা হ'ল ইহঁত বৰ শক্তিশালী আৰু যুদ্ধত বৰ পাৰ্গত। ইহঁতক সাধাৰণতে হৰুৱাব পৰা নাযায়। ইতিমধ্যে নগা গাঁওখনে বুজি উঠিছিল যে সিহঁত কাৰ কবলত পৰিছে। কাজুৰ নিচাত সিঁহত ক'ব নোৱাৰা হৈ আছে। হঠাৎ আক্ৰমণত ভয় খাইছে। তিৰুতাবোৰে নিজক আৰু ল'ৰা-ছোৱালীবোৰক লুকুৱাইছে, য'তে যেনেকৈ পাৰে আন্ধাৰত। ৰূপহীৰ চিন্তা নিজলৈ নাই। অপঙক যদি কোনোবাই ধৰি লৈ যায় তাইৰ কি হ'ব। বেচ পাহুৱাল হৈ পৰিছে সি, বয়সো বেছি নহয় দুই এডাল গোফ থুৰিয়াইছেহে। এনেকুৱা ডেকাবোৰক ধৰি নিলে ভাল দামত বেছিব পাৰে সিহঁতে। কাৰণ বহুত দিনলৈ সিহঁতক কাম কৰাব পাৰিব। গতিকে তাইৰ চিন্তা অপংলৈহে। তাই আগপাছ নাভাবি ডেকা চাঙলৈ দৌৰ দিলে।

কিন্তু হঠাৎ তাইক দুটা সবল বাহুৱে সাবট মাৰি ধৰিলে। এক মুহূৰ্ততে তাই গম পালে এইয়া শত্ৰু পক্ষৰ মানুহ। কাৰণ নগা মানুহৰ গাৰ গোন্ধৰ লগত তাই পৰিচিত। কিন্তু এই গোন্ধটো সম্পূৰ্ণ বেলেগ। এই গোন্ধ নগাৰ নহয়। সাধাৰণতে মিচিমিবোৰৰ গাৰ গোন্ধবোৰ অলপ এনেকুৱা। কাৰণ আগতে গাঁৱত বেপাৰ কৰিবলৈ অহা মিচিমিবোৰৰ পৰা সিহঁতে মিচিমি তিতা, ৰঙচঙীয়া মণি আৰু গন্ধক কিনি লয়। তেতিয়া তাই মিচিমিবোৰৰ গাৰ গোন্ধ পাইছিল। তাইৰ তেনে যেন লাগিল গোন্ধটো। অদ্ভুত তীব্ৰ এটা গোন্ধ , নাকত ধৰি যায়। তাই প্ৰথম চকখোৱা ভাবৰ পৰা নিজকে মুক্ত কৰিয়েই এইবাৰ এই মানুহটোৰ পৰা মুক্ত হোৱাৰ চেষ্টা কৰিলে। মানুহটোৱে তাইক পাছফালৰ পৰা ধৰি এক প্ৰকাৰ দাঙি অনাৰ দৰে আনিছিল। তাই প্ৰথম ভাবিলে যে মানুহটোক হাতত কামুৰি তাৰ পৰা মুক্ত হ'ব। কিন্তু মানুহটোৱে যেন তাইৰ অভিপ্ৰায় বুজি পালে। তাই কিবা কৰাৰ আগতেই তাইক মাটিত আচোঁৰ মাৰি পেলাই দিলে সি। তাই মূৰত দুখ পাই অজ্ঞান হোৱাৰ দৰে হ'ল। হঠাৎ তাই অনুভৱ কৰিলে যে তাইৰ মূৰত যেন এক তীব্ৰ যন্ত্ৰণা হৈছে তাই লাহে লাহে জ্ঞান হেৰুৱাই পেলালে।

তাই যেতিয়া জ্ঞান ঘূৰাই পালে দেখিলে হাত-ভৰি বান্ধি তাইক এটা ঘোঁৰাৰ ওপৰত থৈ দিয়া আছে। ৰ'দৰ সম্পূৰ্ণ পোহৰত তাই প্ৰথমতে চকু মেলিব পৰা নাছিল। তাইক তললৈ মূৰ কৰি ঘোঁৰাটোৰ ওপৰত পথালিকৈ বান্ধি থোৱা হৈছিল। ঘোঁৰাৰ গাৰ কেচেম কেচেম গোন্ধটো তাইৰ নাকত লাগিছিল। পিছফালে যন্ত্ৰণা তেতিয়াও আঁতৰা নাছিল।

তাই মাটিলৈ চাই গম পাইছিল যে হাবিৰ মাজৰ কোনোবা বাটেৰে তাইক লৈ অহা হৈছে। দাঁতিৰ লতা আৰু গছবোৰে তাইৰ গাত আঁচুৰিছিল। তাই বুজি পাইছিল যে তাই অকলশৰীয়া নহয়। মৃদু কান্দোনৰ শব্দ এটাও তাইৰ কাণত পৰিছিল। এইয়াযে কোনোবা নগা গাভৰুৰ কান্দোন তাই বুজিব পাৰিছিল। কিন্তু কাক আনিছে তাই ঠিক ধৰিব পৰা নাছিল। তাই নেদেখিলেও বুজি পাইছিল যে সিহঁতৰ গাঁওখন আক্ৰমণ কৰি তাইকে আদি কৰি বেচ এসোপা মানুহ এই মানুহবোৰে ধৰি আনিছে আৰু অগাধ হাবিৰ মাজে মাজে সিহঁতক লৈ আহি আছে। তাই ঘোঁৰাৰ পিঠিৰ পৰা মাত্ৰ মাটিহে দেখিছিল। ইফালে সিফালে চালেও মাত্ৰ ঘোঁৰাৰ খুড়া। কাণত পৰিছিল তাই বুজি নোপোৱা দোৱান। তাইৰ ডিঙি শুকাই গৈছে। পানী অকণমান খাবলৈ পোৱা হ'লে। তাইৰ পেটত যন্ত্ৰণা, মূৰত যন্ত্ৰণা গোটেই শৰীৰতে যন্ত্ৰণা। কিন্তু মনে মনে এই সকলো সহ্য কৰাৰ বাহিৰে তাইৰ কোনো উপায় নাই।

হঠাৎ তাই মন কৰিলে যে হাবিৰ মাজত যেন অকণমান মুকলি লাগিছে। সিহঁতৰ মানুহবোৰে দোৱানতে কিবা কিবি ক'লে। তাৰ পাছত ৰৈ গ'ল ঘোঁৰা। মানুহৰ খোজৰ শব্দ তাই শুনিলে। হঠাৎ তাইৰ তপিনা চেৰ চেৰাই গ'ল। যিটো মানুহে মাৰিছিল সি যে মনত বেয়া চিন্তা লৈ মাৰিছিল তাই গম পালে। কাৰণ কিছু সময় সি হাতখন তাতে থৈ হেঁচা দিলে। তাৰ পাছত সিহঁতৰ দোৱানতে কিবা কৈ হাঁহিলে। এইবাৰ তাইক দাঙিলৈ ঘোঁৰাটোৰ পৰা নমালে। তাই চকু মেলিলে। ঘোঁৰাটোৱেও গাটো জোকাৰিলে। যেন ডাঙৰ বোজাটোৰ পৰা মুক্ত হৈ সি আনন্দ প্ৰকাশ কৰিলে। তাই মানুহটোলৈ চালে। বগা চেপেটা এখন মুখেৰে মানুহটো । মিচিমি নহয়, হ'লে পাহাৰীয়া মিজি হ'ব। মানুহটোৰ দাঁতবোৰ হালধীয়া ৰং ধৰা। চকু দুটা সৰু। চকু দুটা দেখি তাইৰ ভয় লাগি গ'ল। সি যে এটা নিষ্ঠুৰ মানুহ সেইটো তাই গম পালে। চকুকেইটাত কিন্তু অকল নিষ্ঠুৰতাই নাছিল লগতে আছিল তাৰ দেহৰ জুই। তাইৰ বুকু কঁপি উঠিল। তাইৰ ভৰিৰ বান্ধবোৰ সি সৰু দা এখনেৰে কাটি দিলে। তাৰ পাছত তাইৰ বাহু এটাত ধৰি মুকলি ঠাইটুকুৰালৈ লৈ আহিল। ইতিমধ্যে বৃহৎ এজোপা জৰি গছৰ তলত মানুহবোৰ গোট খাইছিল। ভোক পিয়াহ ভাগৰত জৰ্জ্জৰিত তাই মাটিত বহি পৰিল। টানকৈ বন্ধা হাতৰ বান্ধটোত তাই দুখ পালে। বেতেৰে বন্ধা বান্ধটোত তাইৰ কোমল হাতখন কাটিছিল। তেতিয়াহে তাইৰ চাৰিওফালে চাবলৈ সুচ আহিল। তাই দেখিলে যে সিঁহতৰ বাৰটামান ঘোঁৰা। ঘোঁৰাবোৰ বেচ তজবজীয়া কিন্তু চাপৰ। আচলতে পৰ্বতত থকা ঘোঁৰাবোৰ চাপৰেই হয়। সিহঁতৰ মানুহ সেই বাৰটা মানেই হ'ব। কিন্তু মানুহবোৰ বেচ পাহুৱাল। পিন্ধন সেই একে ধৰণৰ ক'লা পোচাক। কান্ধৰ পৰা আঠুৰ ওপৰলৈ পৰা। কাপোৰটো ডাঠ। অলপ গৰমো হ'ব। কঁকালত তৰোৱাল আৰু চুটি দা। দুটামানৰ হাতত কাঠৰ গদা। তাই বুজিছিল তাইক নিশ্চয় মূৰত কাঠৰ গদাৰেই মাৰিছিল। মূৰটো চাগে উখহি টেমুনা হৈ আছে। এতিয়াও চনচনাই আছে। বন্ধা হাত চুই চাবৰো উপায় নাই। কিন্তু তাই গম পাইছে গদাবোৰ বৰ টান কাঠৰ

গুৰিব। একোটা ভাল কোব পৰিলে মূৰ গুৰিহৈ যাব। মানুহবোৰৰ বগা মুখবোৰৰ থুঁতৰিৰ ফালে ক'লা ক'লা ৰঙেৰে কিবা অঁকা আছে। হাতবোৰতো কিবা কিবি অঁকা। সাপৰ ছবিও আঁকি থৈছে। চুলিবোৰ ওপৰলৈ কৰি খোপা বন্ধা। তাৰ মাজত শলখাও সুমুৱাই থৈছে। আবৰ নহৈ ইহঁত আইতনীয়া নগাও হ'ব পাৰে। তাই লগৰবোৰৰ ফালে চালে। চাৰিটা মানুহ ধৰি আনিছে সিহঁতে। দুটা ডেকা ল'ৰা, বিয়াই কৰোৱা নাই গুলং আৰু মেকমা, বাকী দুটা বিয়া কৰোৱা ল'ৰা-ছোৱালী থকা। টিজু আৰু লাখা সিহঁতৰ নাম। সিহঁতৰ লগত থকা ল'ৰাটোক দেখিহে তাইৰ মনটো বেয়া লাগি গ'ল। সেইটো কনপাৰ ল'ৰা নুংই। চেঃ, বেচেৰাটো। দা ধৰিব জনা হোৱাই নাই সি। তাতকৈ বেয়া লাগিল তাইৰ সিহঁতক বান্ধি থোৱা দেখি। এখন এখন হাতৰ তলুৱা ফুটাই তাৰ মাজেৰে ৰছী সুমুৱাই সিহঁতক বান্ধি থৈছে। নগা মানুহ বুলিহে সহ্য কৰিব পাৰিছে সিহঁতে। এনেকৈ বান্ধি থলে খুলি পলোৱা টান। টানিলেই হাতত দুখ পাই তেজ ওলাব। যন্ত্ৰণা বেছি হয় তেতিয়া। সিহঁতৰ ওচৰতে পৰি আছে তিনিজনী গাভৰু। নামবোৰ পাহৰিছে তাই। গাভৰু কেইজনীৰ পিন্ধনত কঁকালৰ তললৈ পৰা নগা মেখেলা। কিন্তু ওপৰৰ অংশ উদং। উদং বুকুৰে সিহঁতে নিশা শুই আছিল। তেনেদৰেই সিহঁতক ধৰি লৈ আনিলে। তাই নিজলৈ চালে।

তাইৰ মেখেলাখন ঠিকেই আছে কিন্তু বুকুত মৰা বন্ধাখনৰ এডোখৰ এৰাই গৈ বুকুৰ এটা অংশ ওলাই আছে। নাগিনীবোৰৰ দৰে উদং বুকুৰে তাই নেথাকে। তাইৰ অভ্যাস নাই, লাজ লাগে তাইৰ। হঠাৎ তাই চালে মানুহকেইটালৈ। মানুহ কেইটাৰ এটাই ডাঙৰ গছজোপাৰ ওপৰলৈ উঠি গৈ গছৰ খোৰোঙৰ পৰা টোপোলা এটা নমাই আনিছে তাৰ পাছত ঘূৰণীয়াকৈ বহি চুঙা কেইটামান উলিয়াই তাৰ পৰা কিবা খাইছে। বোধকৰো মদ হ'ব। মাজত ইয়াতে লুকুৱাই থৈ গৈছিল। আৰু পিঠাৰ দৰে কিহবাৰ সৈতে খাইছে। শুকান গৰুৰ মঙহো হ'ব পাৰে। গৰুৰ মঙহবোৰ ধোঁৱাচাঙত থৈ শুকুৱাই খায় এই পাহাৰীয়া মানুহবোৰে। তাই তেতিয়াহে গম পালে যে তাইৰ ভোক লাগিছে। কব নোৱাৰাকৈয়ে তাইৰ খং এটা উঠি আহিল। মানুহকেইটাই হাঁহি হাঁহি খাই কথা পাতি আছিল। সিঁহতৰ এইবাৰ ভালেই লাভ হ'ব। এইকেইটা মানুহক ভৈয়ামত বেচিলে ভাল ধন পাব। তাইৰ জানো কি হ'ল চিঞৰি চিঞৰি মানুহকেইটাক গালি পাৰিবলৈ ধৰিলে। মানুহকেইটাই তাইলৈ আচৰিত হৈ চালে। মুখত অসমীয়া ভাষা আৰু এনেকৈ চিঞৰি চিঞৰি গালি পৰা শুনি চাগে সিহঁত আচৰিত হৈছিল। এজনী বন্দী তিৰোতাই এনেকৈ কেতিয়াও নামাতে। প্ৰাণৰ মায়াত অত্যাচাৰৰ ভয়ত। তাতে এই নগাৰ পৰ্বতত অসমীয়া মাত শুনি সিহঁত আচৰিত হৈছিল। সিহঁতে আচৰিত হৈ চাই থকাৰ পাছত সিহঁতে কিবা কিবি কথা পাতিলে। দুটামানে খঙেৰেই কিবা ক'লে। তাৰ পাছত তাৰে এটাই খাবলৈ এৰি হাতত দা এখন লৈ তাইৰ ফালে আগবাঢ়ি আহিল। ❑

# বাইশ

বকতাত নগৰ কৰি স্বৰ্গদেৱে কিছুদিন থাকি আকৌ চৰগুৱাতে থিতাপি ল'লে। স্বৰ্গদেৱৰ ৰাজ্য শান্তিতে থকা বাবে প্ৰজাৰ দিনো সুখেৰে গৈছিল। স্বৰ্গদেৱে টোলত থাকোতেই সন্ধিয়া পৰত তামুলী লিগিৰাই বাৰ্তা দিলেহি যে ৰাজমন্ত্ৰী বুঢ়াগোঁহাই আৰু বৰগোঁহায়ে তেওঁক দেখা কৰিব খোজে। দুয়োজন মন্ত্ৰী এনে সময়ত এনেদৰে অহাটো শুভ লক্ষণ নহয়। বৰঘৰতে তেওঁলোকক আসন দিবলৈ আদেশ কৰি স্বৰ্গদেৱে চিন্তিত মনেৰে ওলাই আহিল। ইতিমধ্যে তেৰাসবে আসন লৈছিল। স্বৰ্গদেৱো আহি বৰপীৰাত বহিলহি। দুয়োৰে মুখ গম্ভীৰ। দুয়ো স্বৰ্গদেৱক জনালে যে স্বৰ্গদেউ চুকাফাৰ দিনতে তলতীয়া হোৱা আইতনীয়া নগা আৰু পানীনৰাইঁতে মিলি বিদ্ৰোহ কৰিছে। সিহঁতে প্ৰজাৰ ওপৰত অত্যাচাৰ কৰি বয়বস্তু লুট কৰাৰ লগতে তাত থকা আহোমৰ দাঁতিতলীয়া গোঁহাইক বধ কৰিছে। তাৰ বাহিৰেও স্বৰ্গদেৱৰ ওচৰত শোধাব লগা কৰো সোধোৱা নাই আৰু পালসেৱা কৰিবলৈয়ো অহা নাই। স্বৰ্গদেৱে কিছু সময় তভক মাৰি ৰ'ল। তাৰ পাছত লাহে লাহে ক'লে।

ঃ আমাৰ পুত্ৰ চাৰিংৰজা চুৰেঙ্গ সহিত বৰগোঁহাই আৰু বুঢ়াগোঁহাই ডাঙৰীয়া যোৱা হওঁক। ডাঙৰীয়াসবৰ অধীনৰ পাইক আৰু আমাৰ মেলডঙীয়া ৰজাৰ পাইক যুঁজলৈ যাব।

ঃ স্বৰ্গদেৱে সজ কৈছে। তিনিজনৰ পাইকেই বুজন হ'ব। খাৰঘৰীয়া ফুকনৰ কিছু পাইকো যুঁজলৈ নিব লাগে।

ঃ আজ্ঞা কৰা হৈছে।

সাধাৰণতে এনেধৰণৰ বিদ্ৰোহ বৰ চিন্তাৰ কাৰণ নহয়। শাসন দুৰ্বল হ'লেহে বিপদ হয়। তাতে এই তলতীয়া জাতিবোৰে বেছিকৈ উৎপাত কৰি ৰাজধানী আক্ৰমণ কৰিবলৈ সাহস নকৰে। তথাপি বিদ্ৰোহ সদায় বিদ্ৰোহেই। কঠোৰ হাতেৰে দমন নকৰিলে বিপদ হ'ব পাৰে। গতিকে শত্ৰুক সৰু বুলি ভাবিব নোৱাৰি। তাৰ পাছতো স্বৰ্গদেৱ আৰু দুই মন্ত্ৰীৰ মন্ত্ৰণা বহুত সময়লৈকে চলিল।

এটা সময়ত স্বৰ্গদেৱে দুই ডাঙৰীয়াক বিদায় দিলে। এই সময়ত স্বৰ্গদেৱে অকণমান সময় হাসপানীৰ সোৱাদ লব। বেলেগ বেলেগ দিনা বেলেগ বেলেগ কুঁৱৰীয়ে এইয়া

যতনাই দিয়ে। হাঁহৰ মঙহ নহ'লে হাঁহকণী ভাজিৰে হাসপানী খাই স্বৰ্গদেৱে মন পাতলায়। চমুৱা কুঁৱৰী এগৰাকীয়ে স্বৰ্গদেৱক যতন কৰি আছিল। স্বৰ্গদেৱৰ মনত এটাই চিন্তা কেনেকৈ বিদ্ৰোহ দমন কৰিব পৰা যায়। স্বৰ্গদেৱৰ চিন্তাত কুঁৱৰীসকলে নতুনকৈ একো যোগ কৰিব নোৱাৰে। স্বৰ্গদেৱৰ কথাতে মাত্ৰ হয়ভৰ দিয়ে। কিন্তু স্বৰ্গদেৱে বিচাৰে ৰাজ্যৰ বিষয়ে নিবন্ধ কৰিবলৈ।

ঃ প'--।

গভীৰ চিন্তাৰ পৰা মূৰ তুলি চালে স্বৰ্গদেৱে। স্বৰ্গদেউৰ কন্যা মূলা গাভৰু থিয় হৈ আছে।

ঃ গাভৰু?

মূলা লাহেকৈ স্বৰ্গদেৱৰ চৰণৰ কাষতে মজিয়াত বহি পৰিল। স্বৰ্গদেৱৰ চৰণ দুখনি কোলাত তুলি ল'লে। তাৰ পাছত লাহে লাহে টিপি দিলে। স্বৰ্গদেৱৰ মনটো কন্যাৰ প্ৰতি কোমল হৈ পৰিল। মূলাই পিতাকৰ চিন্তিত মুখ দেখি কাৰণ সুধিলে। স্বৰ্গদেৱে ক'লে যে সীমান্তত বিদ্ৰোহ কৰিছে আইতনীয়া নগা আৰু নৰাবোৰে। কিছু সময় মূলাই একো নামাতিলে। তাৰ পাছত এটা হাঁহি দেখা গ'ল তাইৰ মুখত। কিবা এটা শুনাৰ আশাত তাইলৈ চালে। চাওঁতে চাওঁতে মূলা গাভৰু হ'ল। সিদিনাহে তাইৰ জন্ম হৈছিল। প্ৰকৃত আহোমৰ জীয়াৰীয়েই হৈছে তাই। ওখ, নিয়মীয়া শকত মূলা দহজনী গাভৰুৰ মাজতে জিলিকি থকা। তাৰ বাহিৰেও তাইক কোনোফালে বলে নোৱাৰে কোনোৱে। বোৱা-কটা আৰু ৰোৱা তোলা কৰাৰ পৰা ডেকা ল'ৰাৰ দৰে ঘোঁৰাৰ পিঠিত উঠালৈকে। চেঙৰ লগত থাকি তাই তৰোৱাল হেংদাং চলোৱাতো হৈ পৰিছে পাৰ্গত। ৰজাৰ জীয়েক হৈ মূলাই ঘোঁৰা চলোৱা আৰু যুদ্ধ কৰাত পাৰ্গত হৈ উঠা বাবে নগৰৰ অন্য কিছু গাভৰুও তেওঁলোকৰ লগতে আগবাঢ়ি আহিছে। মূলাই এই গাভৰুবোৰক লৈ এটা গোট কৰিয়েই পেলাইছে। সিহঁতে যুঁজৰ আখৰাও কৰে।

কোনোদিনে নোহোৱা এটা কাৰ্য হোৱা বাবে প্ৰথমতে বুঢ়াগোঁহাই আৰু বৰগোঁহাই দুয়োৱে ৰজাক আপত্তি দিছিলহি।

ঃ স্বৰ্গদেউ, তিৰী জাতি সদায় পাতৰ তল।

এনেদৰে যুদ্ধ বিগ্ৰহ শিকিলে আমাৰ মুনিহবোৰৰ মান ক'ত ৰ'ব?

অকল সেইয়াই নহয়। ৰজাৰ পুতেক দিহিঙীয়া ৰজা, চাৰিঙিয়া ৰজা মিলি স্বৰ্গদেৱক আপত্তি কৰিলেহি যে এনেদৰে গাভৰুহঁতক মুকলিকৈ মুনিহৰ দৰে অস্ত্ৰ শিক্ষা দিয়া সজ কাম নহয়। বহুত চিন্তা কৰি স্বৰ্গদেৱে নাকটো মোহাৰি ক'লে যে সময় সদায় একেদৰে নাথাকে। মানুহে বাহিৰলৈ চকু দিব লাগে।

স্বৰ্গদেৱসকলে সময়ে সময়ে বিভিন্ন দেশৰ বা-বতৰা আনিবলৈ আৰু আচাৰনীতি চাই আহিবৰ বাবে বৈৰাগী পঠিয়ায়। বৈৰাগীবোৰ এক প্ৰকাৰৰ চোৰাংচোৱাই। তেওঁলোকে,

অন্যদেশৰ মানুহে ব্যৱহাৰ কৰা সাজ-পোচাক, আ-অলংকাৰ আনকি যুদ্ধ কৰাৰ সঁজুলি পৰ্যন্ত মনে মনে চাই আহি স্বৰ্গদেৱক কবহি লাগে। স্বৰ্গদেৱে বহুত সময়ত বিদেশৰ পৰা মানুহ আনি দেশত বহুৱাই এনেবোৰ কামত ব্যৱহাৰ কৰে। এনেদৰে অনা বহুকেইঘৰ মানুহ এতিয়া স্বৰ্গদেউৰ ৰজাঘৰীয়া প্ৰজা। এনেদৰে বৈৰাগীয়ে স্বৰ্গদেউক আহি ক'লেহি যে পূবৰ দেশৰ ছোৱালীবোৰো পুৰুষৰ সমানেই যুদ্ধবিদ্যাত পাৰ্গত। তাৰ পাছৰ পৰাই মূলা আৰু অন্য গাভৰুবোৰক অস্ত্ৰ শিক্ষা বা ঘোঁৰা চলোৱাত বাধা কৰা নাই। স্বৰ্গদেৱৰ যুক্তিপূৰ্ণ কথাত বাকীসকলেও আৰু কথা ক'বলৈ সাহস কৰা নাই।

ঃ প, ৰাজ্য হ'লে প্ৰজা থাকিবই। সকলো প্ৰজাই ৰজাৰ আদেশ নামানে। বিদ্ৰোহ হ'বই। কিন্তু দাঁতি কাষৰীয়া বা তলতীয়া ৰাজ্যৰ প্ৰজাক ৰজাই মাজে মাজে শক্তিৰ উমান দিব লাগে। একোটা কোঠ মাৰি স্থায়ী বৰাবুৰুক ৰাখিব লাগে।

স্বৰ্গদেৱে তাইৰ বুদ্ধিদীপ্ত মুখখনলৈ চালে। ঠিকেই কৈছে তাই। লাহে লাহে স্বৰ্গদেৱে নুবুজাৰ দৰে মূলাৰ মুখলৈ চাই ক'লে।

ঃ গাভৰুৰ কথা বুজা হোৱা নাই। খোলোচা কৰা হওঁক। এটা হাঁহি মাৰিলে মূলাই। তাই বুজিছে যে প'য়ে সকলো বুজিছে। মাত্ৰ তাইক পৰীক্ষা কৰিছে।

ঃ যুঁজত জিকি শক্তি দেখুৱাই তাত বৰাবুৰুক ৰাখিলে তলতীয়া প্ৰজাই স্বৰ্গদেৱৰ শক্তিৰ উমান পাই থাকিব।

ঃ এমুঠি বৰাবুৰুক দেখিলে যদি হেঁচা মাৰি ধৰি মাৰে? ৰাজ্য মৰাহেন নহ'বনে?

ঃ কেঁচুৱায়ো বুজে প' যে অগ্নিত হাত দিলে পুৰিব।

স্বৰ্গদেৱে তাইৰ মুখলৈ চালে। ভাবিলে এইজনী যদি জী নহৈ পো হ'লহেঁতেন, এদিন শিঙৰীমূৰত উঠিলহেঁতেন। ❑

# তেইশ

ৰূপহীয়ে নিজৰ জীৱনৰ কথাকে ভাবি ভাবি বহি আছে। তাইৰ অসমীয়া কথা আৰু চিএগ্ৰ-বাখৰ শুনি সিহঁতৰ এটাই তাইৰ হাতৰ বান্ধবোৰ খুলি দি আকৌ খোৱাত লাগিল। তাই অকণমান পাছত ওচৰৰ জুৰিটোলৈ নামি গ'ল হেপাহ পলুৱাই পানী খালে। মুৰে গায়ে পানী ল'লে গাটো অকণমান জুৰ পৰিল। মানুহকেইটাই কিন্তু তাইক লক্ষ্য কৰি আছিল। এইবাৰ তাই ওচৰৰ হাবিখনলৈ চালে। অলপ দূৰত বৰকচু কেইজোপামান আছিল। তাই তাৰে পাত এটা চিঙি আনিলে। জুৰিৰ পানী কেইবাৰমান নি প্ৰথমতে ছোৱালী কেইজনীক আৰু তাৰ পাছত মতাকেইটাক খুৱালে। সিহঁতৰ গালৈ যেন জীৱ ঘূৰি আহিল। তাইৰ এইবোৰ কাম সিহঁতে লক্ষ্য কৰি আছিল। তাৰ পাছত তাই বহি বহি নিজৰ ভাগ্যৰ কথাকে চিন্তা কৰি আছে।

স্বৰ্গদেৱৰ প্ৰজা হৈ থাকিলে বিপদ কমকৈ আহে। স্বৰ্গদেৱৰ ৰাজ্যৰ পৰা মানুহ ধৰি নিবলৈ বা অত্যাচাৰ কৰিবলৈ অন্য মানুহে সাহস নকৰে। সৰু সৰু দুৰ্বল জাতি বিচাৰি ফুৰে ইহঁতে। যিবোৰৰ বলশক্তি কম সিহঁতৰ মানুহ ধৰি অনা সহজ।

মানুহ কেইটাই ভালকৈ খাই-বৈ উঠিল। এতিয়া হয়তো সিহঁতে বন্দীবোৰ লৈ পাহাৰ বগাব। বন্দীবোৰৰ কষ্ট হ'ব বেছি। ভোকে পিয়াহে সিহঁতৰ লগত যাব লাগিব। কেইদিন কেইৰাতি যাব লাগে ঠিক নাই। কিমান দূৰ তাকো নাজানে ৰূপহীহঁতে। তাইক ঘোঁৰাৰ পৰা নমোৱা মানুহটোৱে তাইৰ ফালে চালে। বোধকৰো বাকী কেইজনীৰ লগতে তাইৰো হাত বান্ধিব। আগতে কব নোৱাৰা হৈ আছিল বাবে যেনিবা ঘোঁৰাৰ ওপৰতে আহিল, এতিয়াতো ৰক্ষা নহ'ব। খোজ কাঢ়িয়েই যাব লাগিব। লগৰ কেইটাক মানুহটোৱে কিবা ক'লে। লগৰ কেইটায়ো তাইৰ ফালে চালে। তাইৰ গাটো শিঁয়ৰি উঠিল। ইহঁতৰ মনৰ ভাবটো তাই ধৰিব নোৱাৰিলে। তাৰ পাছত সিহঁতে বাকী কেইজনী ছোৱালীলৈ চালে। আগৰ মানুহটোৱে এইবাৰ তাইৰ ফালে চালে। তাইৰ ফালে আগবাঢ়ি আহি তাইৰ সন্মুখত থিয় হ'লহি। তাই তাৰ চকুমুখলৈ চাই জিকাৰ খাই উঠিল। মতা মানুহৰ মুখৰ ভাব পঢ়ি অন্ততঃ মাইকী মানুহে কিছু কথা সহজেই বুজি পায়। তায়ো বুজি পালে মানুহটোৱে তাইৰ পৰা কি বিচাৰিছে। প্ৰকৃততে তাই এনে এটা কৰ্মৰ বাবে মুঠেই সাজু নাছিল। তাই জানে পুৰুষবোৰে এটা বস্তুৱেই সিহঁতৰ ওচৰত বিচাৰি আহে। কিন্তু তাৰো সময় থাকে। কাৰংমা তাইৰ কাষলৈ আহে। তায়ো বিচাৰে কাৰংমা আহক। তাত এক আনন্দ আছে। কিন্তু এই সম্পূৰ্ণ অচিনাকি মানুহটো? তাই জানে তাৰ হাতত বন্দী যেতিয়া সি বিচৰাখিনি তাই দিবই লাগিব। নাইবা সি যাকেই যি দিবলৈ কয় তাই তাকেই দিব লাগিব সেইখিনি।

দাসীৰ জীৱন তাইৰ আৰম্ভ হ'ল, তাই বুজিলে। সি তাইৰ বাহুটোত ধৰি ওচৰৰ হাবিডৰালৈ লৈ গ'ল। তাই যোৱাৰ সময়ত দেখিলে যে বাকী মানুহকেইটায়ো গাভৰু কেইজনীৰ উদং বুকুকেইখনলৈ চাই নিজৰ ভিতৰতে কিবা কিবি কৈ আগবাঢ়ি গৈছে। তাইৰ বুজিবলৈ বাকী নাথাকিল যে এতিয়া কি ঘটিব।

হাবিডৰাৰ মাজৰ অকণমান ঠাই গছপাতবোৰ কাটি সি মুকলি কৰিলে। তাৰ পাছত তাইৰ গাৰ কাপোৰবোৰ আজুৰিবলৈ ধৰিলে। তাই দেখিলে যে আত্মসমৰ্পণৰ বাহিৰে অন্য কোনো উপায় নাই। কাৰণ সি যি বিচাৰিছে যেনেতেনে সি আদায় কৰিব। কাৰণ পুৰুষৰ এটা অৱস্থা তাই জানে যে দেহে বিচৰা খিনি পুৰুষে লবই, জোৰকৈ হ'লেও। তাইৰ যদি কাপোৰবোৰ সি টানি চিঙি পেলায় তেনেহ'লে তাই সিহঁতৰ লগত উলংগ হৈয়েই গোটেই বাটচোৱা যাব লাগিব । গতিকে তাই নিজেই গাৰ কাপোৰবোৰ খুলি ওচৰৰ গছত থৈ দিলে। তাইৰ উলংগ দেহাটো দেখি সি বলিয়াৰ দৰে হ'ল। সি গাৰ পৰা তাৰ হলৌ চোলাটো খুলি পেলালে। ভিতৰৰ লেংটিখন খুলি সিও সম্পূৰ্ণ উলংগ হ'ল। তাৰ পাছত তাইক সাবটি ধৰি গছ-বনবোৰৰ ওপৰতে তাইক বগৰাই দিলে। তাই চকু দুটা মুদি দি সকলো সহ্য কৰাৰ চেষ্টা কৰিলে। তাৰ কিছুপৰৰ পাছতে তাই অদ্ভুত এটা শব্দ শুনিলে আৰু তাইৰ গাৰ ওপৰৰ পৰা যেন এক মুহূৰ্ততে সি আঁতৰি গ'ল।. তাই মুখত এক লুণীয়া সোৱাদ পালে। চকু মেলি তাই প্ৰথমতে একো বুজিব নোৱাৰিলে। তাই গাৰ ওপৰৰ অংশ দাঙি বহিল। আচৰিত হ'ল দেখি যে সেই মানুহটোৰ মূৰটো এফালে পৰি আছে আৰু অন্যফালে মূৰ নাইকিয়া দেহাটো। দেহাটো তাইৰ ভৰিৰ ওপৰতে এডোখৰ আছে। দেহাটো তেতিয়াও কাটি পেলাই দিয়া কুকুৰা চৰাইটোৰ দৰে জঁপিয়াই আছিল। মূৰটোৰ পৰা ঘোলাকা-ঘোলাকে তেজ ওলাইছিল। তাইৰো গায়ে মুখে তেজৰ চিটিকনি পৰিছিল। তাৰ পাছত তাই চকুটো ডাঙৰকৈ মেলি চালে দেখিলে অপং থিয়হৈ আছে হাতত খোলা হেংদাং এখন লৈ। সি আচৰিত হৈ তাইৰ দেহাটোলৈ চালে, তাইৰ তেতিয়াহে লাজ লাগিল। লৰালৰিকৈ তাই কাপোৰবোৰ বিচাৰিলে। সি তাইৰ ফালে পিঠি দি তাইৰ ওচৰৰ পৰা আঁতৰিল। তাই খৰধৰকৈ কাপোৰ পিন্ধি মুকলি ঠাইটুকুৰালৈ আহিল। তাত তাই অপঙৰ লগৰ আৰু চাৰিটা নগা ডেকাক দেখিলে। সিহঁতৰ হাততো নগা দা আৰু যাঁঠি। সেইবোৰো তেজেৰে ৰাঙলী।

নগা ছোৱালী কেইজনী ইফালে সিফালে ঠিয় হৈ কান্দি আছে। তেতিয়াহে ৰূপহীৰ কিবা শোক এটাই খুণ্ডা মাৰি ধৰিলে। তায়ো হাও-হাওকৈ কান্দিবলৈ ধৰিলে। নগা ডেকা ল'ৰা কেইটাই হাতৰ বান্ধোন খুলিপেলাইছে। অপঙে সিহঁতৰ হাতত কিবা বনদৰৱ বান্ধি দিছে। তেতিয়া তাই বুজিলে যে অপঙে অন্য ডেকা কেইটাক লৈ সিহঁতৰ পাছে পাছে আহি আছিল। হয়তো ঘোঁৰা লৈ আহিছে। এই দস্যু কেইটাক আক্ৰমণ কৰিবলৈ চল চাই আছিল। খাই বৈ লৈ সিহঁতে ৰূপহী আৰু বাকী ছোৱালীকেইজনীৰ লগত ক্ৰিয়া কৰিব খোজোতেই সিহঁতক আক্ৰমণ কৰি মাৰি পেলালে। অপঙৰ বুদ্ধি কম নহয় দেই। সি চল চাইহে সিহঁতক ধৰিছে।

সিহঁত ঘূৰি আহি যেতিয়া গাঁও পালেহি তেতিয়া বেলি ওলাইছিল। ❑

# চৌবিশ

ডাঁৰৰ বাতৰি ডাঁৰে পাই আছে স্বৰ্গদেৱে। যুদ্ধৰ সময়ত স্বৰ্গদেৱক বাৰ্তা দিবৰ বাবে এটা পাইকৰ দল নিৰ্দিষ্ট কৰা থাকে। তাৰ বাহিৰেও থাকে চোৰাংচোৱাৰ দল। পাইকৰ পৰা যুদ্ধৰ বাতৰি পোৱাৰ বাহিৰেও স্বৰ্গদেৱে চোৰাংচোৱাৰ পৰা পাই আছে গুপুত বতৰা। যুদ্ধৰ সময়ত এটা পাইকৰ খেলে এই যুদ্ধৰ খবৰবোৰ স্বৰ্গদেৱক দিব লাগে। এটা পাইকেৰে এপোৱা হয় চাৰি পোৱাৰে এক গোট। যুদ্ধৰ সময়ত খবৰ অনা নিয়া কৰা পাইকবোৰ সাধাৰণ পাইকতকৈ অলপ বেলেগ। সিহঁত যেনেদৰে ঘোঁৰা চলোৱাত পাকৈত তেনেদৰে যুদ্ধতো পাকৈত। এলাঁপেচা মানুহে সিহঁতক হৰুওৱা টান হয়। সিহঁতৰ খেলে মাত্ৰ যুদ্ধৰ সময়তেই কামত লাগিব লাগে। যুদ্ধৰ খবৰ স্বৰ্গদেৱে সিহঁতৰ মুখেৰেই পায়।

চোৰাংচোৱাৰ খবৰবোৰ অলপ বেলেগ। চোৰাংচোৱাই যুদ্ধৰ বতৰা দিয়াতকৈ স্বৰ্গদেৱক ভিতৰুৱা খবৰবোৰ দিয়ে। কোন সেনাপতিয়ে কামত অবহেলা কৰিছে, কোনে কাৰ পৰা মনে মনে উপঢৌকন লৈছে, কোন ৰাজখোৱা ফুকনে শত্ৰুৰ লগত হাত মিলাইছে। কোনে স্বৰ্গদেউৰ বিপক্ষে ৰটনা কৰিছে, এই সকলোবোৰ গুপুতে স্বৰ্গদেৱক কাণত পেলোৱাই হৈছে গুপ্তচৰৰ কাম। কিন্তু যুদ্ধৰ বতৰা ডাঁৰে ডাঁৰে দিয়ে পাইকে। ঘোঁৰাৰ পিঠিত দ্ৰুত গতিত আহি স্বৰ্গদেৱক বতৰা দিব লাগে। সকলো পাইকে যুদ্ধৰ সময়ত যুঁজলৈ যাব লাগে। বাকী সময়ত ৰজাৰ বা ডা-ডাঙৰীয়াৰ ঘৰত বছৰত তিনিমাহ খাটি দিব লাগে। ইয়াৰ বাবদ তেওঁলোকে খেতিৰ মাটি পায়। এক গোটৰ পাইকে ৰজাৰ ঘৰত খাটি থকাৰ সময়ত অন্য তিনিজনে তাৰ ঘৰত খেতিবাতি কৰি দিয়া নিয়ম। কিন্তু খাৰঘৰীয়া ফুকনৰ তলত থকা পাইকে যুদ্ধলৈ যায়ো, নাযায়ো। তেওঁলোকে কাঁড়, ধনু হিলৈ, খাৰ প্ৰস্তুত কৰে। যুদ্ধৰ সময়ত তাৰ যোগান ধৰে। দৰকাৰ অনুযায়ী সেনাৰ লগত যায়।

এই বিদ্ৰোহ দমন কৰিবলৈ যোৱাৰ আগতে স্বৰ্গদেৱে নিজে মন্ত্ৰীসকলক লগত লৈ খাৰঘৰীয়া ফুকনৰ ভঁড়াল চালেগৈ। তাত বিধে বিধে বৰছা, তৰোৱাল, বাৰুদ, কাঁড়, ধনু, যাঁঠি, দা, হেংদাঙ, হিলৈ আৰু খাৰ দেখি তেওঁলোকৰ মন ভৰি পৰিছিল। শত্ৰুৰ লগত যুদ্ধ কৰিবৰ জোখৰ আহিলা আছে। আছে বৰাবুৰুক । গতিকে শত্ৰুক দমন কৰাহে কথা।

স্বৰ্গদেৱে বিদ্ৰোহ দমনৰ বাবে সেনাপতি দুজনৰ সৈতে নিজ পুত্ৰকো সেনাপতি পাতি পঠিয়ায়ো শান্তিৰে থাকিব পৰা নাই। সৈন্যদল গৈ চৰাইদেউৰ সীমাত বৈ চাউনী

পাতিলে। তাৰ পাছত সম্পূৰ্ণ এটা দিন শত্ৰুৰ আলেখলেখ চালে। শত্ৰু পাহাৰৰ ওপৰত। পাহাৰ পাৰ হৈ অকণমান সমতলো আছে। তথাপি পাহাৰৰ ওপৰত থকা শত্ৰুক অনায়াসে আক্ৰমণ কৰা সহজ নহয়। তিনিজন সেনাপতিয়ে আলোচনা কৰি বিদ্ৰোহীক তিনিফালৰ পৰা বেৰি ধৰি আক্ৰমণ কৰাৰ ইচ্ছা কৰিলে। স্বৰ্গদেৱে এই বাতৰি শুনি একো আদেশ নকৰিলে। কাৰণ যুঁজৰ ঠাইত সেনাপতিয়েই বৰ। বাহিৰৰ পৰা মাত মতা অনুচিত। বৰচ'ৰাতো এই বিষয়ে আলোচনা হৈয়েই আছে। দুইজন মন্ত্ৰী নায়েই, গতিকে স্বৰ্গদেৱৰ কথাতে বাকী ৰাজখোৱা ফুকন সকলোৱে হয়ভৰ দিছে।

বৰচ'ৰাত আলোচনা হ'লেও আচল চিন্তাটো হয় স্বৰ্গদেৱৰ বৰঘৰৰ মজিয়াত। তামুলী লিগিৰা আৰু মূলাগাভৰুৱে স্বৰ্গদেৱে আলোচনা কৰে। তামুলী লিগিৰা বয়সত বৃদ্ধ। অভিজ্ঞতা বহুত। মূলা গাভৰু অন্য গাভৰুৰ দৰে নহয়। ৰাজ্যৰ কথা জানে, চিন্তা কৰিব পাৰে। স্বৰ্গদেৱক সত্যটো আঙুলি টোৱাই দিব পাৰে। খাৰঘৰীয়া ফুকনৰ কাৰ্য্যত স্বৰ্গদেৱে আনন্দ পোৱা কথাটোও মূলাই সহজভাৱে লব পৰা নাছিল। কাৰণ তাই স্বৰ্গদেৱৰ মুখতে শুনিছিল যে গ'লজনা স্বৰ্গদেৱৰ মৃত্যুত খাৰঘৰীয়া ফুকনৰো কিবাকৈ অকণমান হাত আছিল। তথাপিও পিতাকে ফুকনক একো নকৰি কিয় এনে এটা বাব খাবলৈ দিছে সেইয়া তাইৰ বাবে সাঁথৰ। ৰাজনীতিৰ জ্ঞান দিয়া পিতাকে তাইক আচল কথাটো বুজালে। গ'লজনা স্বৰ্গদেৱৰ মৃত্যু স্বাভাৱিক নহয়। তাৰ কাৰণ আছিল তেওঁৰ পিতাকক হত্যা কৰাৰ বাবে যাকে তাকে দিয়া শাস্তি। ডা-ডাঙৰীয়াৰ পৰা সাধাৰণ প্ৰজালৈকে সকলোৰে ৰজাৰ এই কাৰ্য্যত খং উঠিছিল। তাৰে সুযোগত হত্যা কৰিছিল ৰজাদেৱক। কিন্তু তেওঁ এইবোৰ দেখিও যদি একেটা ভুলেই কৰে ৰাজ্য ৰ'ব জানো? তাতে খাৰঘৰীয়া ফুকনৰ পদটো এটা গুৰুত্বপূৰ্ণ পদবী। পিতাকৰ মৃত্যুৰ বাবে দায়ী কৰি খাৰঘৰীয়া ফুকনক বধ কৰা সহজ। কিন্তু অন্য এজনক উপযুক্ত খাৰঘৰীয়া ফুকন কৰিবলৈ বহুত সময়ৰ দৰকাৰ হ'ব। তাতকৈ হেঁচাৰ মাজত থাকিলে তেওঁ সদায় নিজৰ ৰক্ষাৰ বাবে সাৱধান হৈ থাকিব। তেওঁ জানে যে স্বৰ্গদেৱে কামত অকণমান অৱহেলা কৰাৰ সুৰুঙা পালেই তেওঁক বধিব। গতিকে তেওঁ কামত অকণো অৱহেলা নকৰে। বৰঞ্চ কৰ্মৰ দ্বাৰাহে জিলিকিবলৈ চেষ্টা কৰিব। তেতিয়া স্বৰ্গদেৱে দেশৰ স্বাৰ্থতে তেওঁক জীয়াই ৰাখিব লাগিব। তাতকৈও ডাঙৰ কথা মৃত্যুভয়। স্বৰ্গদেৱৰ কোপদৃষ্টিত পৰি কোনদিনা তেওঁৰ মৃত্যু হয় ঠিক নাই, গতিকে এটা অশান্তি বা ভয়ে খাৰঘৰীয়া ফুকনক সদায় ব্যতিব্যস্ত কৰি ৰাখিছে। এইটো জানো কম শাস্তি। মূলায়ো স্বৰ্গদেৱৰ কাষত থাকি লাহে লাহে ৰাজনীতি শিকি পেলাইছে। তাৰ প্ৰমাণো স্বৰ্গদেৱে নোপোৱা নহয়।

আইতনীয়া নগা আৰু পানী নৰাহঁতৰ বিদ্ৰোহ দমন কৰিবলৈ যোৱা বৰাবুৰুকে সিহঁতৰ গাঁওবোৰ তিনিফালৰ পৰা বেৰি আগবাঢ়ি গ'ল। এই পৰ্বতত থকা জাতিবোৰ ধনুকাঁড়ত বৰ পাৰ্গত নহয়। দা আৰু যাঁঠিৰেই সাধাৰণতে যুদ্ধ কৰে। কিন্তু অসমীয়া সৈন্যৰ ধনুকাঁড়ৰ কোবত সিহঁত আগলৈ আহিবলৈ সাহস নকৰিলে। চাৰিঙীয়া ৰজা আৰু

বৰগোঁহাই, বুঢ়াগোঁহাইৰ নেতৃত্বত যোৱা সৈন্যই গৈ পাহাৰৰ ওপৰত উঠিল। ৰজাদেৱৰ সৈন্যই কাঁড়েৰে কিছুমানক ঘাইল কৰিলে যদিও সৰহভাগ পলাল। পাহাৰৰ ওপৰতে সিহঁতৰ ৰজাই এশ মেঠোন লৈ চাৰিঙীয়া ৰজাৰ ওচৰত বশ্যতা স্বীকাৰ কৰিলে। দুই মন্ত্ৰীৰ সৈতে আলচ কৰি যুদ্ধ বন্ধ কৰি অসমীয়া সৈন্য তাতে থিতাপি দি ৰ'ল। ইফালে স্বৰ্গদেৱলৈ বাতৰি পঠিয়ালে আদেশ বিচাৰি। ইফালে চোৰাংচোৱায়ো গোপন বাতৰি দিলে যে বিদ্ৰোহী ৰজাবোৰ আহোমৰ শক্তি দেখি লেউসেউ হৈ পৰিছে। স্বৰ্গদেৱে লগে লগে হুংকাৰ দি উঠিল।

ঃ পানী নৰা আৰু আইতনীয়া নগাৰ ৰজাক লোৱা লগাই বন্দী কৰি ৰাজধানীলৈ লৈ অহা হওঁক।

কিন্তু ৰাজ আদেশ হ'লেও তাক কাৰ্য্যকৰী কৰিবলৈ বৰচ'ৰাত আলোচনা হ'ব লাগিব। পিছৰদিনা বৰচ'ৰালৈকে আদেশ দিবলৈ স্বৰ্গদেৱে বিলম্ব কৰিলে। এই সুবাদতে মূলাই স্বৰ্গদেৱক ক'লে।

ঃ প', সিদ্ধান্ত সলনি কৰিব নোৱাৰিনে?

ঃ কিয়বা এনেকৈ ক'লে গাভৰুৱে ?

ঃ প' আজি শত্ৰুক ধৰি আনি বন্দী কৰি ৰখা সহজ। তাৰ পৰা আগলৈ শত্ৰুৱে ভয় খাব ঠিক। কিন্তু বন্দী ৰজাক মোকোলাবলৈ অনেক প্ৰবন্ধ কৰিব। অশান্তি বাঢ়িবহে, নকমে। সিবোৰে আমাৰ শক্তি দেখিলে। গতিকে আকৌ সাহস নকৰে। তলতীয়া কৰি ৰখাই মঙ্গল।

স্বৰ্গদেৱে কথাটো গমি পিটি চাই পাছৰদিনা বৰচ'ৰাত আলোচনা কৰি আদেশ পঠিয়ালে। নগা আৰু পানী নৰাহঁতক তলতীয়া কৰি ৰখা হ'ল। বছৰি পালসেৱা কৰি আহোম ৰজাক কৰ দিয়াৰ ব্যৱস্থা কৰি সৈন্য আৰু সেনাপতিক ঘূৰি আহিবলৈ আদেশ কৰা হ'ল।

সৈন্য আৰু ডাঙৰীয়াসকল ৰাজধানী পোৱাৰ পাছত স্বৰ্গদেৱে চৰাইদেউলৈ গৈ ৰিকখান উৎসৱ কৰিলে। পাটত উঠাৰ পাছত স্বৰ্গদেৱৰ এইয়া প্ৰথম যুদ্ধ জয়। পানীনৰাহঁতে স্বৰ্গদেৱলৈ বৰকাঁহ, জাংফাই আৰু নৰাদা প্ৰভৃতিৰে কৰ শোধাই বশ্যতা স্বীকাৰ কৰিলে। লাহে লাহে মূলা স্বৰ্গদেৱৰ অতি বিশ্বাসী মন্ত্ৰণা দিব পৰা লোকৰ ভিতৰত পৰিল। ❑

# পঁচিশ

অপঙক বীৰৰ দৰে সকলোৱে মান কৰিবলৈ লৈছে সেই ঘটনাটোৰ পাছৰ পৰা। আগতেও এনেকৈ মিজিবোৰে মানুহ ধৰি নিয়ে। ধৰি নিয়া মানে নিয়াই আৰু। কোনো দিনে সিহঁত উভতি নাহে। দুই এদিন দুখ কৰিব আৰু পাহৰি যায় এই নগাবোৰে। কিন্তু এনেদৰে দস্যুৰ মুখৰ পৰা কাঢ়ি অনা এয়াই প্ৰথম। সিহঁতে আগতে ভাবিবই পৰা নাছিল যে এনেকৈ দস্যুবোৰক মাৰি নিজৰ মানুহবোৰক কাঢ়ি আনিব পাৰি। অপঙৰ বাবে এইয়া সম্ভৱ হ'ল। এনে কাণ্ডৰ পাছত সিহঁতৰ ফৈদটোৰ মান বাঢ়িল। এনেদৰে আৰু কোনেও সিহঁতক ঘপকৈ আক্ৰমণ কৰিবলৈ সাহস নকৰিব।

গাঁৱৰ নগা গাভৰুবোৰ এতিয়া তাৰ কাৰণে পাগল। তাৰ বুকুত এবাৰ সোমাব পাৰিলে যেন সিহঁতে সুখ পাব। সকলোৱে বুজিছে যে এদিন অপঙেই খুনবাও হ'ব। তাৰ বুদ্ধি আছে,সাহস আছে আৰু আছে শক্তি। ৰজাৰ তেজ থকা সি এটা শক্তিশালী মানুহ। তাতে পাহাৰৰ শিলৰ মাজত ডাঙৰ হৈ সি যেন কঠিন হৈ পৰিছে। সকলোৱে তাক মানে, সমীহ কৰে।

ইফালে কাৰংমাই এইবছৰৰ পালসেৱা কৰিবলৈ যাবলৈ ওলাইছে স্বৰ্গদেউৰ ওচৰলৈ। এইবাৰ বোলে অপঙেও যাব এই নগা দলটোৰ লগত। সেই কথা শুনিয়েই তাইৰ বুকুখন চিৰিংকৈ মাৰিছে। এই পাল সেৱা বুলিলে তাইৰ ভয় লাগে। চমুৱা কুঁৱৰী আজলী এই পালসেৱাতে নগাৰ লগত থাকিবহি লগা হৈছিল। এইবাৰ আকৌ কি অঘটন ঘটে। তাইৰ জীৱনৰ দুটাই নক্ষত্ৰ। এটা কাৰংমা অন্যটো অপং। অপঙৰ যদি কিবা এটা হয় ? তাই অপঙক মতাই আনিলে।

ঃ তই স্বৰ্গদেৱৰ ওচৰলৈ যাব নালাগে।

ঃ কিয় ?

ঃ মোৰ ভয় লাগে। এই ৰজাবোৰ বৰ বেয়া। বিপদ হ'ব তোৰ।

ঃ মোৰ কি বিপদ কৰিব স্বৰ্গদেৱে। মই নগ'লে স্বৰ্গদেৱক কোনে ৰণচালি দেখুৱাব ?

ঃ আগতে নগাবোৰেই দেখুৱাইছিল। এতিয়া তই নগ'লেও হ'ব।

ঃ মই কিবা তিৰোতা নেকি ?

তথাপি তাই বাধা দিলে। তাই বাৰে বাৰে ক'লে যে তাইৰ ভয় লাগে। তাই তাক

বলাব নোৱাৰি মাকৰ সকলো কাহিনী ভাঙি-পাতি ক'লে তাক। সি ইমানখিনি কথা জনা নাছিল। ৰূপহীকেই মাক বুলি ভাবিছিল। মাত্র জানিছিল ৰাজ বংশৰ তেজ আছে তেওঁৰ গাত। সকলো কথা শুনি তেওঁ কিছু সময় নিবোকাটো হৈ বহি থাকিল। তাৰ পাছত ঘপকৈ উঠি দা খন হাতত লৈ পাহাৰৰ ওপৰলৈ উঠি গ'ল। সকলো কথা শুনি তাৰ মনটো যেন বেয়া লাগিল তাই বুজিলে। এই ডেকা বয়সলৈকে সি সকলো জনাও নাছিল বা জানিবৰ ইচ্ছাও কৰা নাছিল। মাত্র জানিছিল সি আহোম ৰজাৰ সন্তান। ঘটনা চক্রত সি নগা চাঙত ডাঙৰ হৈছে। কিন্তু আজি সকলো কথা জানি তাৰ মনত আঘাট লাগিছে।

বহুত নিশাহে সি ৰূপহী থকা চাঙঘৰলৈ ঘূৰি আহিল।

ঃ মোৰ আই কেনেকুৱা আছিল অ'?

চকু পানী ওলাই আহিল ৰূপহীৰ। ডেকা অপঙক তাইৰ সৰু ল'ৰা এটা যেন লাগিল। অপঙৰ মূৰটো বুকুত সুমুৱাই লৈ এসোতা কান্দিলেও। অপঙৰ চকু পানী ওলাই আহিল। বহুত কথাই ক'লে তাক ৰূপহীয়ে। মাকৰ কথা, ককাকৰ ঘৰৰ কথা, ৰজাঘৰৰ কথা। এটা সময়ত সকলোবোৰ শুনাৰ পাছত তাইৰ বুকুৰ পৰা ওলাই সি দুইবাহু ওপৰলৈ তুলি হুংকাৰ দিলে।

ঃ মই আহোম ৰাজ্য আক্রমণ কৰিম। আহোম ৰজাক বধ কৰিম।

প্রতিহিংসাৰ জুইত তাৰ দুটা চকু তেতিয়া জুইৰ দৰে জ্বলিছিল। ভয় খাইছিল ৰূপহীয়ে। আহোম ৰজাৰ শক্তি অসীম। আহোমৰ লগত সাধাৰণ এটা নগা ফৈদে যুঁজ কৰি জিকিবটো নোৱাৰেই বৰঞ্চ নিজেই শেষ হৈ যাব।

অপঙৰ আহোম ৰাজ্য আক্রমণ কৰাৰ ইচ্ছাৰ কথা কাৰংমাক ক'লে। কাৰংমাই কথাষাৰৰ গুৰুত্বসহকাৰে লৈ গাঁৱৰ অন্যবোৰৰ লগত আলোচনা কৰিলে। গাঁৱৰ অন্য ডেকাবোৰৰ উৎসাহটো কিন্তু বৰ বেছি। সিহঁতৰ অপঙে ইচ্ছা কৰিলে সকলো কৰিব পাৰে। সি বৰ ডাঙৰ বীৰ। আহোমকো সি ঘটুৱাব পাৰে। সেই বাবে সিহঁতে যেন কালিলৈকে আক্রমণ কৰিব আহোমৰ ৰাজ্য। গাঁৱৰ বুঢ়াবোৰে কিন্তু এই প্রস্তাৱত হয়ভৰ নিদিলে। সিহঁত এটা সৰু ফৈদ। সিহঁতৰ মানুহ কিমান? তাতে যুদ্ধ কৰা মানুহেই বা কিমান? ওচৰৰ অন্য ফৈদৰ মানুহ লৈ যুদ্ধ কৰিবলৈ সিহঁত বা ৰাজী হ'বনে নহয়? নিজৰ শক্তিৰ বিষয়ে জানিলৈহে যুদ্ধ কৰা উচিত। তাতে আহোমসকল অন্য ঠাইৰ পৰা আহি অসমত থিতাপি লৈছে। অন্য জাতিবোৰক বশ কৰি ৰাজ্য পাতিছে। গতিকে সিহঁত বুধিয়ক আৰু শক্তিশালী। ইমান সহজে সিহঁতক বশ কৰা নাযায়। বহুত বুজনিৰ পাছত অপঙে বুজিলে যে বুঢ়াবোৰে কোৱা কথাবোৰত সত্যতা আছে। প্রথমতে আহোমৰ শক্তিৰ উমান লব লাগিব। হঠাৎ অপঙৰ মনত এটা কূটবুদ্ধিয়ে বাহ ল'লে। যদি সিহঁতক এনেদৰে ঘটুৱাব পৰা নাযায় তেন্তে সিহঁতৰ লগত মিলিব লাগিব। সিহঁতৰ বুকুত সোমাই কলিজাত কামুৰিব লাগিব। তাৰ মুখত এক ৰহস্যময় হাঁহি বিৰিঙি উঠিল। সি সিহঁতৰ লগত পাল সেৱালৈ যাবলৈ ঠিক কৰিলে।

বাকী নগাবোৰেও মেঠোন, নগাদা, লোণ আৰু পাহাৰৰ আলুকচু লৈ ৰজাক কৰ দিবলৈ যাবলৈ সাজু হ'ল। ❑

# চাব্বিশ

বহাগ বিহুৰ এইকেইটা দিন যুদ্ধ বিগ্ৰহ নাথাকিলে ৰজা প্ৰজা পাইক সকলোৱে আনন্দ কৰাৰ দিন। চ'তৰ প্ৰথম দিনটোৰ পৰাই ৰং-ৰহইচ কৰে ৰাইজে। দেশত চাৰিওফালে শান্তি যেতিয়া ৰাইজে ৰং-ৰহইচ কৰাত আপত্তি নাই।

বহাগৰ চাৰিদিন যোৱাত স্বৰ্গদেউ, ডাঙৰীয়া আৰু প্ৰজাৰ বাবে জন্তু যুঁজৰ আয়োজন কৰিলে। হাতীযুঁজ, ম'হযুঁজ সকলো হৈ গ'ল--- সেইদিনা আছিল জন্তুৰ যুঁজ। স্বৰ্গদেৱৰ আদেশত ৰজা প্ৰজা সকলোৱে যুঁজ চাবলৈ আহিছিল। ডাঙৰ পথাৰখন এইবোৰ ৰং-ৰহইচৰ বাবে মাটি কাটি সমান কৰা হৈছিল। তাৰ মাজত বিভিন্ন যুঁজৰ কাৰণে বেলেগ বেলেগকৈ ভেটি বন্ধা হৈছিল। হাতীযুঁজৰ বাবে মুকলি ঠাই। হাতীযুঁজত ৰজা, ডাঙৰীয়া আৰু প্ৰজা বহা ঠাই যথেষ্ট দূৰত কৰা হয়। কাৰণ দুয়োটা হাতীৰ এটা ফাগুণ-চ'ত মহীযা কুম ফুটি বলিয়া হোৱা হাতী, যুঁজলৈ বুলি বাঁহৰ খোকত সুমুৱাই ৰখা হয়। বাকীটো হাতীৰ গাটো মৰাপাটৰ ৰছীৰে চান্দি তাৰ ওপৰত মাউট বহে। দুয়োটাকে যুঁজ লগোৱা হয়। দুয়োটাই দুই-চাৰি দণ্ডমান যুঁজ কৰে। তাৰ পাছত বাহিৰৰটো হাৰিলে পলাই যায়। ভিতৰৰটো হাৰিলে নঙলা লগাই বাহিৰৰটোক আহিব নোৱাৰা কৰা হয়। পলাই যোৱাটোৰ পিঠিত মাউট থাকিলে কেইবাদিনলৈ তাক লৈ ফুৰে। গছৰ ওপৰৰ পৰা মাউটক খাবলৈ দিয়া হয়। নহ'লে মাউট গছৰ ডালত ধৰি ৰয়। কেতিয়াবা মৰেও। হাতীৰ ডিঙিত গজঘণ্টা বান্ধি দিয়া হয়, যাতে মানুহে গম পাই পলাব পাৰে।

হাতীযুঁজ হৈ গ'ল। সেইদিনা আছিল বনৰীয়া জন্তুৰ যুঁজ। বনৰীয়া ভালুক এটা আৰু বাঘ এটা ইয়াৰ বাবে যোগাৰ কৰি ৰখা হৈছিল। ওখ ভেটিৰ চাৰিওফালে গড় মৰি তাৰ ওপৰত কেটেলা মাৰি শিয়াল-টাটী দি নঙলা জপনা দি তাৰ ওপৰত জাল বেৰা দিয়া হৈছিল। জপনাখনেৰে মানুহ আৰু জন্তু সোমাব পাৰে। ভেটিৰ চাৰিওফালে ওখকৈ মাটিৰ ভেটি কৰি ডা-ডাঙৰীয়াসকল বহিব পৰা চাঙ আৰু সুচল ঠাইত স্বৰ্গদেৱ সকলোৰে সৈতে বহিব পৰা চাঙ সাজি দিয়া হৈছে। সাধাৰণ প্ৰজাই মাটিৰ ওখ ভেটিৰ পৰাই চাব পৰাকৈ ৰখা হৈছে। এই জন্তুৰ যুঁজ চাবলৈ ৰজাদেৱকে আদি কৰি কুঁৱৰীসকলো আহিছে। মেলডণ্ডীয়া ৰজা আৰু তেওঁলোকৰ পা-পৰিয়ালো বহিছে। গাভৰুসকলেও স্বৰ্গদেৱৰ লগতে চাঙত। লগুৱা-লিগিৰীবোৰো চাঙৰ ওপৰতে। লোকে লোকাৰণ্য হৈ আছে কেউফালে। ইতিমধ্যে মজলীয়া আকৃতিৰ বাঘ এটা হুমুৰিয়াই হুমুৰিয়াই ঘুৰি ফুৰিছে গড়টোৰ ভিতৰত। বাহিৰৰ

মানুহৰ কোলাহল শুনি সি ওলাই যোৱাৰ বাবে চেষ্টা কৰি আছে। জপনাৰ ওচৰত যাঁঠি লৈ কেবাটাও মানুহ । বাকী অন্যফালে বাঘ ওলাই যোৱাৰ বাট নাই। এনেতে গড়াঁলত সুমুৱাই এটা ভালুক আনি গড়টোৰ ভিতৰত মেলি দিলে। চাৰিওফালে মানুহে জয়ধ্বনি দিলে। সকলোৰে চকু গড়টোৰ ভিতৰত। ভালুকটোৱে মূৰ-হাত জোকাৰি বাঘটোলৈ চালে; কিন্তু একো নকৰি বহি থাকিল। বাঘটোৱে গোজৰণি দুটামান মাৰিলে যদিও তাতকৈ ডাঙৰ আকৃতিৰ ভালুকটোক জোকাবলৈ সাহস নকৰিলে। তেতিয়াই ৰজাৰ মানুহে গড়টো বগাই গৈ যাঁঠিৰে বাঘটোক পাছফালৰ পৰা খুচি দিলে। বাঘে গুজৰিবলৈ ধৰিলে। ইফালে জপনাৰ ওপৰেৰে ভালুকটোকো খুচি দিলে। সিও খঙত জ্বলি-পকি উঠিল। এইবাৰ দুয়োটায়ে দুয়োটাৰ মুখামুখি হ'ল। দুই একে খঙ উঠাবলৈ ফৰ্মুঠি দুই এটাও মাৰিলে। বাঘ আৰু ভালুক যুঁজৰ বাবে সাজু হ'ল। বাঘটো হঠাৎ জাপ মাৰি ভালুকৰ ওপৰত পৰিল। কিন্তু ভালুকৰ নোমাল গাটোত দাঁত বহুৱাব নোৱাৰিলে। ভালুকেও তাৰ নখ্ থকা হাতোৰা দুখনেৰে বাঘক ঘাইল কৰিবলৈ চেষ্টা কৰিলে। দুইটা মাটিত বাগৰি পৰিল। ভালুকটোৱে মাজতে বাঘৰ গাঁত কামোৰ গোটাচেৰেক মাৰিলেই। বাঘেও ভালুকক আগ হাতোৰাৰে ঘাইল কৰি মঙহ এৰুৱালে। প্ৰজাৰ কিৰিলি আৰু উত্তেজনা। কোনোবাই বাঘৰ, কোনোবাই ভালুকৰ পক্ষ লৈ চিঞৰিবলৈ ধৰিলে। স্বৰ্গদেউ ডাঙৰীয়া সকলোৰে চকু যুঁজৰ ওপৰত। হঠাৎ বাঘটোৱে ভালুকৰ মুখত কামুৰি এবখলা এৰুৱাই আনিলে। ভালুকটোৱে বাঘৰ এটা চকুত হানিলে। মুঠতে দুইটাৰ হানি হ'লেও যুঁজ লাগি থাকিল। হঠাৎ একোবত বাঘটো ভালুকৰ বাহুৰ মাজৰ পৰা ওলাই আহি বাগৰ এটা মাৰি থিয় হ'ল। এবাৰ ভালুকলৈ আৰু এবাৰ চাৰিওফালে চালে। মানুহবোৰে উল্লাসতে চিঞৰি চিঞৰি যুঁজ চাবলৈ ধৰিলে। বাঘটো ভালুকৰ পৰা আঁতৰি ঠাইতে দুপাকমান ঘূৰিল। ভালুকটোৱেও যন্ত্ৰণাত থিয় হৈ বাঘটোলৈ চালে। বাঘটোৱে আৰু এটা পাক মাৰি হঠাৎ ভালুকটোৰ ফালে চোঁচা ল'লে। ভালুকটো সাজু হৈয়েই আছিল। কিন্তু বাঘটোৱে ভালুকটোৰ কাষেৰে জাঁপ মাৰি জপনা আৰু নঙলাৰ ওপৰেৰে গড়ৰ বাহিৰতহে পৰিলহি। জপনা থকা সেই অংশহে চাপৰ আছিল। গতিকে বাঘটো জপনাৰ ওপৰেৰে পাৰ হোৱা সহজ হৈ আছিল। জপনাৰ ওপৰেৰে যুঁজ চাই থকা পৰীয়াকেইটায়ে একো তলকিবই নোৱাৰিলে। বাঘটো জপনাৰ বাহিৰৰ মুকলি ঠাই টুকুৰাত পৰিলহি। সি ইফালে সিফালে চালে। তাৰ চকু এটা ঘাইল হৈ তেজ ওলাই আছিল। গাৰ দুই এঠাই ভালুকৰ কামোৰত বখলা-বখলে এৰাই গৈছিল। সি এইবাৰ চাৰিওফালে থকা মানুহৰ ফালে চোঁচা ল'লে। মানুহবোৰৰ মাজত হুৱাদুৱা লাগিল। যেনিয়ে তেনিয়ে মানুহবোৰ পলাবলৈ লাগিল। যাঁঠি লৈ থকা পৰীয়াবোৰেও বাঘটোক বাধা দিবলৈ তৎ নাপালে। এনেয়ে বাঘ তাতে আকৌ আঘাট পাই খঙত ক'ব নোৱাৰা হৈ আছে। গতিকে কোনেও তাৰ মুখামুখি হ'বলৈ সাহস গোটাব নোৱাৰিলে। মানুহবোৰৰ হুলস্থুল আৰু পলোৱাৰ শব্দত বাঘটো থমকি ৰ'ল আৰু ওচৰতে ডাল-পাত নথকা লঠঙা গছ এজোপাৰ গাত বগাবলৈ সেই ফালে চোঁচা ল'লে। ইফালে এটা আঠ-দহ বছৰীয়া ল'ৰা বাঘৰ ভয়তে সেই লঠঙা গছজোপাৰ ফালে দৌৰি গৈছিল। সি বাঘটো সেইফালে অহা

দেখি গছজোপাৰ গুৰি বগাই ওপৰলৈ উঠিল। তাৰ পাছে পাছে বাঘটোৱে গছজোপাৰ গুৰি পাই গছজোপাত বগাবলৈ ধৰিলে। লঠঙা গছজোপা বেছি ওখ নাছিল। গছৰ ওপৰৰ ডাল-পাতবোৰ কাটি থোৱা আছিল। এই ৰং ধেমালিৰ বাবে পাহাৰখন চিকুনাওতে তাৰো ডাল-পাত কটা হৈছিল। ল'ৰাটো গছৰ ফেৰেঙণিত ভয়তে কঁপিছিল। কটা ডাল এটাত সি গবা মাৰি ধৰি আছিল। ইফালে বাঘটোৱে গছজোপাত বগাই ল'ৰাটোক হাতেৰে হাকুটিয়াইছিল। ইমান োনকালে ঘটনাটো ঘটিছিল যে কাৰো বাধা দিবলৈ জ্ঞানেই হোৱা নাছিল। কাৰো মুখত মাত নাছিল। সকলোৰে চকু মাত্ৰ বাঘটো আৰু ল'ৰাটোৰ ওপৰত আহত হৈ খঙত থকা বাঘটোক জোকাবলৈ কোনেও সাহস কৰা নাছিল কিজানি সি উভতি ধৰে। বাঘটোৱে ল'ৰাটো ধৰো ধৰো হ'ল। মানুহে ইচ্ ইচ্-আস্-আস্ কৰিবলৈ ধৰিলে। কিন্তু হঠাৎ এজন বেছ পাগুৱাল ডেকাই জঁাপ মাৰি আহি বাঘটোক পাছফালৰ পৰা গবা মাৰি ধৰি গছৰ পৰা নমাই আনি মাটিত আচাৰ মাৰি দিলেহি। ডেকাজনৰ পিন্ধনত চুৰিয়া আৰু মিহি কাপোৰৰ চোলা । তেওঁ কোন তলকত ক'ৰ পৰা উঠি আহিল কোনেও তলকিবই নোৱাৰিলে। কিন্তু সাজপাৰত সাতঘৰীয়া আহোমৰ ঘৰৰে যেন ডেকা হ'ব সেইটো ধৰিব পাৰিলে সকলোৱে।

বাঘটোৱে এবাৰ খঙত গুজৰি উঠিল। জঁাপ মাৰি ডেকাক আক্ৰমণ কৰিলে। ডেকাই দুই হাতেৰে বাঘৰ ডিঙিত ধৰি তাক বাধা দিবলৈ চেষ্টা কৰিলে। বাঘৰ খুণ্ডাত ডেকাজন বাঘটো লৈয়েই মাটিত বাগৰি পৰিল। তাৰ পাছত শক্তিৰ যুদ্ধ। বাঘে ডেকাক কামুৰিবলৈ চেষ্টা কৰিছে। ডেকাই বাধা দিছে। ঠিক সেই সময়তে হাতত যাঁঠি এপাত লৈ সেই ঠাইত ওলালহি ৰজাৰ জীয়েক মূলা। তাই হাতৰ যাঁঠিপাতেৰে গাৰ জোৰেৰে বাঘটোক হানি পেলালে। ডেকাৰ গাৰ ওপৰত উঠি থকা বাঘটোৱে এনেদৰে আক্ৰমণ হ'ব পাৰে বুলি জনা নাছিল। সি হান খাই এইবাৰ মূলাৰ ফালে চোঁচা লৈ তাইক আক্ৰমণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু মূলা সাৱধান হৈ আছিল। তাই দুখোজ পিচুৱাই আহিল। ইফালে ডেকাটো জঁাপ মাৰি উঠিল। ডেকাৰ গা ক্ষত বিক্ষত তেজেৰে ৰাঙলী। তথাপি সি সাউতকৈ ওচৰত থকা পৰীয়া এটাৰ পৰা যাঁঠি এপাত লৈ বাঘটোকখোচ মাৰিলে। বাঘটোৱে সেই সময়তে মূলাৰ মূৰটো লক্ষ্য কৰি থাপ মাৰিছিল যদিও ঢুকি নাপালে। তেতিয়াহে বাকীবোৰৰ গালৈ হুচ আহিল। পৰীয়াবোৰে যাঁঠিৰে খুচি খুচি বাঘটোক তাতে মাৰি পেলালে। মূলাৰ গাতো বাঘটোৰ পৰা চিটিকি অহা তেজৰ চেকা । ডেকাই মূলালৈ আৰু মূলাই ডেকালৈ চালে। চাৰি চকুৰ মিলন হ'ল। সেই ডেকাজনেই আছিল তন্খাম বৰগোঁহাই পুত্ৰ ফ্ৰাচেঙ্গমুং বৰগোঁহাই।❑

# সাতাইছ

কাৰংমা খুনবাওটোৱে নগাৰ দলটো লৈ আজি দুদিনৰ পৰা বাহৰ পাতি আছেহি। গ'লজনা স্বৰ্গদেৱ থকা হ'লে হয়তো সি চাংমাইশালতে খাবলৈ পালেহেঁতেন, ৰজাৰ লগত বহি। কিন্তু এইজনা স্বৰ্গদেৱৰ লগত তাৰ সেইটো ভাব নাই। তথাপি তলতীয়া ৰজা হিচাবে বছৰত এবাৰ কৰ দি পালসেৱা কৰাৰ নিয়ম। যুদ্ধ বিগ্ৰহ হ'লে স্বৰ্গদেৱক সৈন্য দি সহায়ো কৰিব লাগে। তাৰ বাবেই স্বৰ্গদেৱক ৰণচালি দেখুৱাব লাগে। সাধ্যানুসাৰে স্বৰ্গদেৱক কৰ দিব লাগে। আলু, কচু, মেথোন, গৰু, হাতী, নগাদা আদি পাহাৰত থকা বস্তুৰেই কৰ দি অহাৰ নিয়ম। মাজে মাজে অৱশ্যে স্বৰ্গদেৱৰ লগত যুদ্ধ নলগাও নহয়। ওচৰত থাকিলে যুদ্ধ বিগ্ৰহ হ'বই।

স্বৰ্গদেৱে থকা-খোৱাৰ ব্যৱস্থা কৰি দিছে। মাংস, চাউল, হাসপানী, শুকান মাছ ইত্যাদি দিছে সিহঁতক। আগৰ দিনা কৰ আৰু উপঢৌকন সহ স্বৰ্গদেৱক ৰাজচ'ৰাত সেৱা কৰি আহিছে কাৰংমা আৰু অপং গৈ। স্বৰ্গদেৱে কুশল মংগল সুধিছে। চ'ৰাৰ বৰগোঁহাই, বুঢ়াগোঁহাই, ফুকন ৰাজখোৱাসকলৰ লগতো মত বিনিময় হ'ল। তাৰ পাছত স্বৰ্গদেৱক কৰ, উপঢৌকনৰ হিচাব দিয়া হ'ল। স্বৰ্গদেৱে সেইয়া গ্ৰহণ কৰি প্ৰীতিৰে থাকিবলৈ মত বুলিলে।

পুৱা বেলাতেই স্বৰ্গদেৱৰ টোলৰ বৰচোতালত কাৰংমা, অপং আৰু বাকী নগাবোৰে ৰণচালি দেখুৱাবলৈ লাগিল। স্বৰ্গদেৱৰ লগতে দুইজনা ডাঙৰীয়াও উপস্থিত আছিল। নগাৰ ৰণচালি দেখুৱাৰ পাছতেই অঘটন ঘটিছিল আজি কেইবা বছৰৰো আগতে। গতিকে কুঁৱৰীসকল সাবধান হৈয়েই আছে। নগাৰ ৰণচালি চাবলৈ বৰ সুন্দৰ। সুঠাম দেহৰ নগাবোৰে হাতত নগা দা লৈ যুদ্ধৰ আখৰা কৰে। সিহঁতৰ যুদ্ধ কৰাৰ পদ্ধতি বেলেগ। জঁপিয়াই জঁপিয়াই সৰু ঢাল আৰু নগাদা লৈ যুদ্ধ কৰে। গাত ৰঙীন লেংটি, মূৰত চৰাইপাখি লগোৱা মূৰবন্ধা, গাত বেটৰ টঙালিৰে পাহাৰৰ মাজত ডাঙৰ হোৱা নগাবোৰৰ পাহুৱাল দেহাবোৰ দেখিবলৈ সুন্দৰ। হঠাৎ স্বৰ্গদেৱৰ চকুত পৰিল নগাবোৰৰ মাজৰ পাহুৱাল ডেকা এটালৈ। নগাবোৰৰ দৰে চাপৰো নহয় ডেকাটো। আহোমৰ দৰে গা-গাৰি ডাঙৰ ওখ--- ৰ'দে পোৰা চেহেৰা, যদিও সিহঁতৰ দৰে লেংটি মাৰি আহিছে তথাপি যেন চাল-চলনত সিহঁতৰ দৰে নহয়। যিদৰে ডেকাটোৱে ৰণচালি ধৰিছে, সি যুদ্ধত পাৰ্গত হ'ব

যেনেই লাগিছে। কি স্বৰূপত এই ডেকাটো নগাৰ লগত আহিছে, তেওঁ বুজিব নোৱাৰিলে। অকণমানকৈ সন্দেহ এটায়ো তেওঁৰ মনত ভূমুকি নমৰা নহয়। তৎক্ষণাত ইংগিতেৰে তামলী লিগিৰাক ওচৰলৈ মাতি আনি কিবা এষাৰ ক'লে। লিগিৰাই মূৰ দুপিয়াই আঁতৰি গ'ল।

এটা সময়ত নগাৰ খুনবাও কাৰংমাই স্বৰ্গদেৱৰ ওচৰত আঠু ল'লে। ৰজাই দিয়া সিধাৰে ভাত পানী খাই সিহঁত যাবগৈ। এইয়া শেষ বাৰৰ বাবে সেৱা জনালে স্বৰ্গদেৱক। গুৰুগম্ভীৰ মাতেৰে স্বৰ্গদেৱে সুধিলে।

ঃ খুনবাও এই পাহুৱাল ডেকাটো তহঁতৰ সঁচ নে?

উচপখাই উঠিল খুনবাওটো। কি বা জগৰ লাগিল। কেনেবাকৈ স্বৰ্গদেৱে গম পালে নেকি যে অপঙে স্বৰ্গদেৱৰ ৰাজ্য আক্ৰমণ কৰাৰ কথা পাণ্ডিছিল। ক'বতো নোৱাৰি। চৰ-পৰীয়াৰে ভৰি আছে ৰাজ্য।

ঃ স্বৰ্গদেৱ, কাটিবি মাৰিবি কি কৰিবি কৰিবি আৰু। আমি ৰজাৰ চুৱাপাত খোৱা মানুহ। মানুহটো দেও সঁচ। স্বৰ্গদেৱৰ আদেশত ৰাখিছো দে।

আচৰিত নহ'ল স্বৰ্গদেৱ স্বৰ্গনাৰায়ণ। তেওঁ শংকা কৰা মতেই হয়। এইয়া তেওঁৰ বঙহৰ মঙহ। গ'লজনা স্বৰ্গদেৱৰ বীৰ্য্যত জন্ম পোৱা সন্তান। চমুৱা কুঁৱৰীৰ গৰ্ভৰ সন্তান। স্বৰ্গদেৱৰ আদেশত অপং আগবাঢ়ি,আহি স্বৰ্গদেৱক সেৱা জনালেহি। স্বৰ্গদেৱে ৰাজ চ'ৰাত দেখা দিবলৈ আদেশ দিলে।

ৰাজচ'ৰালৈ যোৱাৰ আগতে স্বৰ্গদেৱে মনতে চিন্তা কৰিলে, তেজ ধুলে উটে, মঙহ ধুলে নুটে। এই নগাকোঁৱৰটো তেওঁৰে বঙহৰ মঙহ। তেওঁৰ পিতৃদেৱতাৰে সন্তান। তাক উপযুক্ত স্থানত থব লাগে। তেওঁ ৰজাৰ বৰকুঁৱৰীৰ পুত্ৰ গতিকে ৰজা হৈছে। বাকী কুঁৱৰীৰ পুত্ৰ সন্তানো নিজ মৰ্যাদাৰে বিষয় খাই আছে। সিয়ো নিজৰ প্ৰাপ্য পোৱা উচিত। ইমানখন ৰাজ্য, কোনে কাৰ খাই ঢুকুৱাব। যদি পিতৃয়ে ভুল কৰিছিল, তেওঁ সেই ভুল শুদ্ধ কৰা উচিত। তাৰ বাহিৰেও এটা ডাঙৰ কথা সি ৰাজধানীত নহয়, জন্ম হ'ল নগা চাঙত। তাৰ মনতো নিশ্চয় খং আছে, অনীহা আছে ৰজাঘৰলৈ। সি শক্তি সামৰ্থ্য থকা ডেকা, তাৰ বুদ্ধিও আছে যেন লাগে। যদি নগা পৰ্বততে থাকে, কোনোবা দিনা মানুহ গোটাই ৰণ কৰিবলৈ যে নাহিব, তাৰ কোনো ঠিক নাই। কোনোবা দিনা ডাঙৰীয়াসকলে তাক ৰজাৰ সঁচ বুলি আনি কিবা আগ্ৰহত যে সিংহাসনত নবহুৱাব কি ঠিক? গতিকে এই বীজ চকুৰ আঁতৰত নহয় চকুৰ আগতেই গজালি ওলাবলৈ দিয়া উচিত। এনেবোৰ শক্তি দেশৰ কামত লাগিব। শতৰুক শক্তিশালী কৰিবলৈ দিয়াতকৈ, নিজৰ শক্তি বঢ়োৱা উচিত। গতিকে যেনেতেনে তাক নিজৰ ভিতৰতে ৰখা উচিত।

ইফালে কাৰংমা আৰু অপঙৰ লগতে সকলোৰে চিন্তা। স্বৰ্গদেৱে বৰচ'ৰালৈ মাতিছে যেতিয়া নিশ্চয় কিবা এটা ঘটিব। কি উদ্দেশ্যৰে মাতিছে কোনেও নাজানে। সকলোৰে

শংকা, ভয়। স্বৰ্গদেৱে যদি তাক লোৱা লগাই পোতাশালতো থয় তথাপি কোনেও একো কৰিব নোৱাৰে। দেখাত একো দোষ কৰা নাই সি তথাপি ক'ব নোৱাৰি। সি আগৰজনা ৰজাৰ সন্তান। এফালে বঙহৰ লোক সি। অন্যফালে তাৰ পৰা যে কোনোদিনে বিপদ নহ'ব সেই কথাও কব নোৱাৰি।

স্বৰ্গদেৱ আহি বৰচ'ৰাৰ টুপতে সিংহাসনত বহিলহি। সাতখলপীয়া সিংহাসন। হেঙুল হাইতালেৰে ৰং কৰি লা-ৰে বন কৰা। সোণৰ পাত মাৰি বাখৰ খটোৱা। ৰজা বহা সপ্তম খলপাত মখমলৰ তলচা। তাৰ ওপৰত গোপচেং কাপোৰৰ তুলা ভৰোৱা চাৰিচুকীয়া তুলি। তাৰ ওপৰতে বহিল স্বৰ্গদেৱ। সিংহাসনৰ থাকে-থাকে সমান ঠাইত সোণৰ নাল লগোৱা হেংদাঙ আৰু তৰোৱাল। তাৰ কাষে কাষে সোণৰ পানী চৰোৱা সৰু হিলৈ সজাই ৰাখিছে। স্বৰ্গদেৱে সিংহাসনত বহি বিভিন্ন কথা আলোচনা কৰিবলৈ ধৰিলে। ইপিনে স্বৰ্গদেৱৰ আলহী হৈ টোলৰ ভিতৰতে পানীচোৱাত উৎকণ্ঠাৰে বৈ আছিল কাৰংমা আৰু অপং। এনেতে স্বৰ্গদেৱৰ বাৰ্তা লৈ মেলডঙীয়া বৰুৱা তিনিজন আহি অপঙৰ ওচৰত আঠুলৈ জনালেহি বোলে স্বৰ্গদেৱে নগা চাঙৰ পৰা অহা ডেকাজনক বৰচ'ৰাত উপস্থিত হ'বলৈ তলব কৰিছে, কিন্তু এইদৰে নগা পোচাকত বৰ চ'ৰালৈ যোৱা নাযায় বাবে তেওঁলোকে অন্য সাজ পোচাক লৈ আহছে। তেওঁলোকৰ সহায়ত চুৰিয়া আৰু চোলাৰে সুন্দৰকৈ সাজি বৰচ'ৰাত উপস্থিত হ'ল অপং। অপঙক বহিবলৈ দলিচা আগবঢ়াই দিয়াত সকলো আচৰিত হ'ল।

স্বৰ্গদেৱ সিংহাসনত বহি আছিল। দক্ষিণফালে তলচাৰ ওপৰত বুঢ়াগোঁহাই আৰু বৰগোঁহাই ডাঙৰীয়া। তেওঁলোকৰ আগত পিক চোবা পেলোৱা চুপ কৰ পাত। পূবফালে অন্য ৰজাসকল বহিছে। দক্ষিণফালে চ'ৰাৰ ফুকনসকল আৰু ৰাজখোৱাসকল বহিছে। সকলো কাঠৰ ওপৰত বহিছে। ৰাজখোৱাসকলৰ পাছতে দেওধাই, বাইলুং, চেতীয়াপাত্ৰ বৰুৱা, ঘৰফলীয়া বৰুৱা, এইসকল বহিছে। স্বৰ্গদেৱৰ দক্ষিণলৈ পাঁচনি বৰা বহিছে। তাৰ পাছতে পাঁচনিৰ পালি বহিছে। পূবফালে চমুৱা পাঁচনিৰ বৰা বহিছে। হাতত তৰোৱাল লৈ লিগিৰাহঁতৰ পালি বহিছে। মুঠ কথা চমুৱা বিষয়াৰ পৰা আদি কৰি সকলো বহিছে বৰচ'ৰাত।

এনে সময়তে মজিন্দাৰ বৰুৱাই তুলাপাতত লিখা স্বৰ্গদেৱৰ আদেশ সভাত পাঢ়িবলৈ ওলাল। কোনোবা এজনে ইংগিতেৰে অপঙক স্বৰ্গদেৱৰ ওচৰত আঠু লবলৈ দিলে। অপঙে স্বৰ্গদেৱৰ সিংহাসনৰ তলত সেৱা কৰি আঠুকাঢ়ি মূৰ দোৱাই ৰ'ল।

ঃ তই পিতৃৰ বীৰ্য্যৰ। বঙহৰ মঙহ। তোৰ নাম কনচেঙ্গ ৰাখিলো। আহোমৰ সঁচ। তোক বৰপাত্ৰ গোঁহাই বিষয় দি মন্ত্ৰী পাতিলো।

মজিন্দাৰ বৰুৱাই স্বৰ্গদেৱৰ আদেশ পঢ়ি শুনালে। বুঢ়াগোঁহাই আৰু বৰগোঁহায়ে ইজনে সিজনৰ মুখলৈ চালে। সকলোৰে চকু তেতিয়া অপঙৰ ওপৰত। স্বৰ্গদেৱৰ আদেশত নগা চাঙৰ অপং কনচেঙ্গ হ'ল। নিজক ভাগ্যকে বিশ্বাস কৰিবলৈ মন নগ'ল কনচেঙ্গৰ। কাৰণ পুৱালৈকে সি আছিল নগাচাঙৰ নগাৰ মাজত ডাঙৰ হোৱা এটা সাধাৰণ ডেকা।

অৱশ্যে তাৰ দেহত আছিল আগৰজনা স্বৰ্গদেৱৰ তেজ। কিন্তু এতিয়া অসম ৰাজ্যৰ মন্ত্ৰী।

কনচেঙ্গ নাম লৈ অপং মন্ত্ৰী হোৱা শুনি কাৰংমা আৰু নগাবোৰৰ আনন্দই নধৰা হ'ল। সিহঁতে দোলাত তুলি কনচেঙ্গক লৈ নগা পৰ্বতলৈ বাট বুলিলে। মন্ত্ৰী হ'লেও নগাৰ লগত পাল সেৱা কৰিবলৈ অহা অপং দুদিনৰ বাবে নগা ৰাজ্যলৈ গ'ল। অন্ততঃ যিখন গাঁওত তাৰ জন্ম হৈছিল যিজনী মানুহৰ পিয়াহ খাই সি ডাঙৰ হৈছিল তেওঁলোককতো শেষ বিদায় জনাব লাগিব।

ইফালে স্বৰ্গদেৱে বুঢ়াগোঁহাই আৰু বৰগোঁহাইক নিৰলে লগ পাই ক'লে।

ঃ তোমালোক এই গোঁহাইৰ ৰূপ দুটি বৰ উধান, আমি ৰজাদেও সোণৰ থালি। এতেকে আমাক আৰু এক উধান লাগে। দুই গোঁহায়ে ক'লে।

ঃ আৰু এক উধান পূৰ্বতে যে নহ'ল এতিয়া কি ৰূপে হ'ব?

ঃ মোৰ বঙহৰ কনচেঙ্গক তোমালোকৰ লগৰ মানুহ এভাগ দি লোৱা। তিনি উধান হওক।

ঃ আমি মানুহ দিব নোৱাৰো। আমাক আৰু নালাগে।

স্বৰ্গদেৱৰ খং উঠিল। আৰু ক'লে।

ঃ তোমালোকৰ মানুহ নালাগে। মই কি কৰিব পাৰো চাও।

তাৰ পাছত স্বৰ্গদেৱে বৰাহী, চুটিয়া আৰু নতুনকৈ পোৱা মানুহক, দুই গোঁহাইতকৈ বঢ়াই দি বৰপাত্ৰ গোঁহাইক থাপিলে।

কনচেঙ্গ বৰপাত্ৰ গোঁহাই হৈ স্বৰ্গদেৱে দিয়া লগুৱা লিকচৌ লৈ ৰূপহীক ঘৰৰ দায়িত্ব দি গজগজীয়া হৈ বহিল। ❑

# আঠাইছ

এনেকুৱা অনুভূতি মূলাৰ মনলৈ আগতে অহা নাছিল। প্ৰথমতে তাই বুজি পোৱা নাছিল এইয়া কি ? কিন্তু লাহে লাহে তাইৰ গাভৰু মনটোৱে যেন উপলব্ধি কৰিবলৈ ধৰিলে এইয়া কি পৰিৱৰ্তন তাইৰ মনলৈ আহিছে।

সৰুৰে পৰাই তাই ৰাজটোলৰ চোতালত খেলিছে। সমনীয়া ল'ৰা-ছোৱালীৰ সৈতে খেলিছে, লাহে লাহে গাভৰু হোৱাৰ পাছত সখী কেইজনীৰ বাহিৰে অন্য সমনীয়াবোৰ আঁতৰি গৈছে। গাভৰু কালৰে পৰাই তাইৰ কাষত আছে চেং। চেং তাইতকৈ বয়সত ডাঙৰ। তাই ৰজাৰ কন্যা, গতিকে য'লৈ-ত'লৈ যোৱা বা যাৰে তাৰে লগত খেলাধূলা কৰাতো বাধা আছে। সকলোৱে তাইক সম্ভ্ৰমৰ দৃষ্টিৰেই চাই। লাহে লাহে তাইৰ গাভৰু দেহাটোলৈ চাই নিজৰে লাজ লাগি যোৱা এটা সময়তো তাইলৈ কোনো ডেকাই মূৰ তুলি নাচালে। তাৰ কাৰণো নথকা নহয়। মূলাৰ দৰে ৰূপৱতী এজনীলৈ কোন পুৰুষৰনো চকু নাযাব। পাটগাভৰুৰ তেজে ফুটি যাও ফুটি যাও চেহেৰা এটা থকা মূলালৈ লুকাই চুৰকৈ সকলোৱে চায়। দুই একে হুমুনিয়াহ চাৰে, কিন্তু ৰাজকন্যা তাই। শান্ত যদিও যথেষ্ট ব্যক্তিত্বসম্পন্ন মূলা। তাতে অনবৰতে চেং নামৰ সেই লিগিৰীজনী তাইৰ লগত। গতিকে কোনেও তাইক কথা ক'বলৈকে সাহস নকৰিলে। প্ৰেম নিবেদন কৰা দূৰৰ কথা।

গাভৰু হোৱাৰ পাছৰ পৰাই নাৰী পুৰুষৰ সম্পৰ্কবোৰ জনা বুজা হৈছিল মূলাই। তাইৰ গাভৰু মনেও মাজে মাজে উৰু উৰু কৰে, নকৰা নহয়। কিন্তু উপযুক্ত পাত্ৰ ক'ত ? তাইৰো কাকো ভাল নালাগে। তাৰ বাহিৰে আছে চেং। চেং ছোৱালীজনী যেনে কঠিন, মনটোও কঠিন। কিমান লগুৱা তাইৰ মনৰ খবৰ লবলৈ ওচৰলৈ আহে, তাই কিন্তু কাকো ওচৰ চাপিবলৈ নিদিয়ে। চুক্ৰেঙ কুঁৱৰীয়েও তাইক দুই এবাৰ জোকাই চাইছে কিন্তু তাইৰ উত্তৰ একেটাই।

ঃ আইচুদেউতা, আপোনালোকৰ চৰণত সেৱা কৰি মৰিবলৈ পালেই সুখ। অন্য পুৰুষক সেৱা নকৰো।

মাজু কুঁৱৰীয়েও বেয়া নাপায়। তাই কাষত থকা মানে বহুত কথাত নিশ্চিন্ত। কিন্তু কোনোবা যদি বৰা, শইকীয়াই নিয়েও তাত মাজু কুঁৱৰী চুক্ৰেঙৰ আপত্তি কৰাৰ কাৰণ

নাই। হাড়ডাল শুচি হ'ব। কিন্তু তাইৰে মন নাই। তাই কিবা বেলেগ ধাতুৰে গঢ়া। মাত্র যুদ্ধ বিগ্ৰহ, এইবোৰৰ বাবেহে তাইৰ মন। ক'ত তৰোৱাল চলোৱা, ঘোঁৰাত উঠা এইবোৰৰ প্রতি আগ্রহ বেছি। মূলাকো তেনেদৰে হোৱাতো বিচাৰে চেঙে। কিন্তু মূলাৰ ওপৰত তাই সম্পূর্ণ নিজৰ প্রভাৱ খটুৱাব নোৱাৰিলে । মূলা যেনেদৰে চেঙৰ লগত অন্তৰংগ তেনেদৰে অন্তৰংগ পিতাক স্বৰ্গদেৱৰ লগতো। স্বৰ্গদেৱৰ লগত ৰাজনীতি আলোচনা কৰাৰ সময়ত তাই যেন এগৰাকী মন্ত্রীহে। তাই সকলো কথাকে ফঁহিয়াই চাবলৈ ভাল পায়। ৰাজনীতিৰ কথাবোৰ ফঁহিয়াই চাই তাই পিতাকক বুজাই দিয়ে কোনে কি স্বার্থ সিদ্ধিৰ বাবে কি কৰিছে। পিতাক দিহিঙিয়া ৰজাও বেচ বুদ্ধিমান আৰু দূৰদর্শী। মূলাৰ লগত ৰজাদেৱে আলোচনা কৰিবলৈ বেয়া নাপায়। কাৰণ মূলাৰ চিন্তাবোৰ পৰিপক্ক নহ'লেও অন্ততঃ স্বার্থ জড়িত নহয়। পুত্ৰৰ দৰেই গঢ় দিছে তেওঁ মূলাক। পুতেক কেইটা ইমান অন্তৰংগ নহয় তেওঁৰ। বিশেষ সমস্যা থাকিলে ৰাজমন্ত্রীৰ লগত আহি আলোচনা কৰেহি বা ভাগ লয়হি কিন্তু এনেদৰে অন্তৰংগ নহয়। মূলাৰ কিন্তু তেনে নহয়। লাহে লাহে গাভৰু হৈ অহাৰ লগে লগে পিতাকৰ লগত সম্পৰ্কটো বেছিহে হৈ আহিছে তাইৰ। ৰাজনীতি সম্পৰ্কে ৰজাদেৱৰ লগতে তায়ো সকলো বুজা হৈছে।

কিন্তু বিহুৰ পাছৰে পৰা তাইৰ মনটোৱে যেন হঠাৎ এটা কেঁকুৰি পাৰ হৈ গ'ল। তাইৰ মনত থকা গাভৰু মূলাজনী যেন সাৰ পাই উঠিল। ইতিমধ্যে মূলাৰ বিয়াৰ বাবে সাতঘৰীয়া আহোমৰ বংশৰ ল'ৰাৰ সন্ধান নকৰাও নহয় মাক চুক্লেঙে। কিন্তু সকলোফালে ভাল ল'ৰা এটা পোৱাও জানো কম কথা। দুই এক ওলালেও সকলো বংশৰ লগতে সম্বন্ধ কৰিব নোৱাৰে। নিজৰ ঠালটোৰ লগত বিয়া বাৰুতো নহয়েই। তথাপি মূলাৰ বৰ ইচ্ছা নথকা বাবে সকলোৱে তাইৰ বিয়াৰ ওপৰত গুৰুত্ব দিয়া নাছিল। তাতে আহোম নিয়ম মতে ল'ৰাইহে ছোৱালী ধৰিবহি লাগে। ৰজাৰ জীয়েকক নিজৰ ল'ৰালৈ ধৰিবলৈ হ'লে কিছু সাহসো লাগিব। তাতে সম্ভ্রান্ত আহোমৰ ঘৰৰ মানুহে সন্মানৰ ভয়তে ঘপকৈ প্রস্তাৱ নিদিয়েহি, যদিওবা ৰজাদেৱে নাকচ কৰে।

মূলাৰ ভিতৰতে এক আচৰিত পৰিৱৰ্তন লক্ষ্য কৰিছে চেঙে। অৱশ্যে মূলায়ো গম পাইছে তাইৰ মনৰ এক পৰিৱৰ্তন হৈছে। সিদিনা ৰংমেলাৰ পৰা অহাৰ পাছত তাই সকলোৰে চৰ্চাৰ বিষয় হৈ পৰিছে। তাইৰ সাহসক সকলোৱে প্রশংসা কৰিছে যদিও মাকে তাইক কিবাকিবি কৈছেও। ছোৱালী মানুহ হৈ এনেদৰে বাঘৰ লগত যুঁজিবলৈ যোৱটো তাইৰ বাবে ভাল হোৱা নাই। চেঙৰো মনটো বেয়া। কাৰণ মূলা বাঘৰ লগত যুঁজ কৰিবলৈ যাওঁতে তাই মাত্র এচুকত বহি চাইহে আছিল। আচলতে তাই যে মূলাক সহায় কৰিবলৈ যাব লাগে সেই কথা মনলৈ অহাই নাছিল। মূলাই কিন্তু সেই কথালৈ একো ভবা নাই। মূলাৰ মনটো বেলেগ এটা বিষয় লৈহে ব্যস্ত আছে।

বাঘটো মাৰি সকলোৰে প্রশংসা লৈ ঘৰলৈ ঘূৰি আহি নিশা শুব পৰা নাছিল মূলা। এখন মুখে ঘনে ঘনে তাইক আমনি কৰি আছিল। সেইখন মুখ সেই পাহুৱাল ডেকাটোৰ মুখ। পিছদিনা পুৱালৈকে তাই গম পোৱা নাছিল ডেকাটো কোন? সুধেনো কাক। ৰাইজে

বাঘটো মৰাৰ পাছত ডেকাটোক যেনেদৰে জয়ধ্বনিৰে আদৰিছিল তাইকো সকলোৱে আদৰিছিল। সেই সময়ত মাত্ৰ ৰাইজৰ মৰম লোৱাৰ উত্তেজনাত দুয়ো ব্যস্ত আছিল। স্বৰ্গদেৱেও মূলাক বুকুত সমুৱাই লৈ মূৰত হাত বুলাইছিল। তাৰ পাছত সেই ডেকাটো আহি স্বৰ্গদেৱৰ ওচৰত আঠু লৈছিল। স্বৰ্গদেৱে নিজৰ হাতৰ আঙঠিটো খুলি ডেকাটোৰ ফালে দলিয়াই দি কৈছিল।

ঃ তই অকল বাঘকে জিনা নাই। মোকো জিনিলি।

মূলাই এবাৰ আকৌ দৃষ্টি দি ডেকাটো আঁতৰি গৈছিল। কুঁৱৰীসকলে নিজৰ ভিতৰতে বুবু-বাবা কৈ কথা পাতিছিল। মূলাই কিন্তু সুধিব পৰা নাছিল তেওঁ কোন। দুয়োটাৰে দেহা দুটা বাঘৰ তেজেৰে ৰাঙলী হৈ আছিল। মানুহৰ মৰম আৰু সন্মানৰ আনন্দ উত্তেজনা কমাৰ পাছত তাই লাহে লাহে অনুভৱ কৰিলে তাইৰ মনৰ মাজত অন্য এক উত্তেজনা। তাইৰ উগুল-থুগুল মনটোৰ কাৰণে নিশাৰ ভাত সাজো চাংমাইশালত খাব নোৱাৰিলে। চুক্রেঙে তাইক এবাৰ সুধিছিলো গা বেয়া নেকি? তাই নহয় বুলি ক'লে।

গোটেই নিশাটো তাই এক প্ৰকাৰ উজাগৰেই কটালে। মাজে মাজে চিলমিলকৈ টোপনি ধৰে। তাই মাত্ৰ ডেকাটোৰ মুখখনকেই দেখে। তাই যেন এক আবেগত উটি গ'ল। তাই বাৰে বাৰে নিজকে সংযত কৰাৰ চেষ্টা কৰিও বিফল হৈছে। তাই ৰজাৰ জীয়েক। তাই যি কোনো পুৰুষক পতি হিচাপে গ্ৰহণ কৰিব নোৱাৰে। ডেকাটোৰ সাজ-পোচাক আৰু চুলিয়েই অৱশ্যে কয় যে সি সাতঘৰীয়া আহোমৰ কোনোবা এটা ফৈদৰ। কিন্তু জনা উচিত কোন ফৈদৰ। আহোমৰ সমাজতো বিয়া-বাৰুত বহুত বাধা আছে। তাতে তাই ৰজাৰ জীয়েক। মাজে মাজে তাই ভাবে তাই যে ডেকাটোৰ বাবে মৰমতে মৰিছে সি বা কি ভাবিছে। সি বা কাক মৰম কৰে? সি বাৰু বিবাহিত নেকি? তাৰ চকুজুৰিত দেখা বিস্ময় তাই পাহৰিব পৰা নাই। পাহৰিব পৰা নাই তাৰ পাহুৱাল বহল বুকুখনো।

পুৱা ফেহুজালিতে উঠিল মূলা। মনটো স্থিৰ কৰিলে। তাই স্বৰ্গদেৱৰ কন্যা। সকলো ফালে উপযুক্ত কন্যা। বয়সৰ আবেগত মনটো চঞ্চল হোৱা স্বাভাৱিক। সেই বুলি তাই সম্ভ্ৰান্ত আহোমৰ ঘৰৰ জীয়াৰী হিচাবে সকলোৰে মান ৰক্ষা কৰি কাম কৰা উচিত। তাই পুৱাৰ আকাশখনলৈ চালে। শান্ত আকাশ। এজাক বতাহে তাইৰ দেহা-মন জুৰ কৰি পেলাই দিলে। চাৰিওফালে চৰাইৰ কাকলি। ওচৰতে কৰবাত ফুলা বকুলৰ গোন্ধে তাইক উন্মনা কৰি তুলিলে। এনেতে তাই অনুভৱ কৰিলে যেন কোনোবা তাইৰ কাষত থিয় হৈছেহি। তাই ঘূৰি চালে দেখিলে চেং। চঙে তাইলৈ তীক্ষ্ণ দৃষ্টিৰে চালে। মূলাৰ জীৱনৰ এটা বৃহৎ অংশ চেঙে যেন আৱৰি আছে। চেঙক তাই একো লুকুৱাব নোৱাৰে। ক'বও নোৱাৰে। চেঙে তাইৰ সন্মুখত থিয় হ'ল। এটা মিচিকিয়া হাঁহি চেঙৰ মুখত বিৰিঙিল।

ঃ আইদেউ, কি বিচাৰিছা, এই বান্দীক কোৱা। স্বৰ্গদেৱৰ জিয়াৰীয়ে বিচৰাতো আনিব নোৱাৰিলে কিহৰ বান্দী?

মূলাই চেঙৰ মুখলৈ চালে। গভীৰ প্ৰত্যয়ৰে চালে। চেঙে কি বুজিলে জানো। ৰজাৰ নগৰৰ চাৰিসীমাৰ কোটোঁহা বাঁহৰ বেৰাৰ সিপাৰে ওখ গছবোৰলৈ চালে। তাৰ পাছত হুমনিয়াই এটা কাঢ়ি ক'লে।

ঃ আইদেউ বৰ ভাগ্যৱতী। কাৰোবাক মৰম দিব পৰাটো ভাগ্য।

উচপ খাই উঠিল মূলা। চেঙলৈ চালে। চেঙে আকৌ ক'লে।

ঃ বেলি লেহিয়ালে আজাৰ তলৰ পুখুৰীৰ পাৰলৈ বান্দীয়ে লৈ যাব আইদেউ।

ঃ তই তাৰমানে জান কোন তেওঁ ?

ঃ চাওফ্ৰাচেংমুঙ। তন্‌খাম বুঢ়াগোঁহাই ডাঙৰীয়াৰ ল'ৰা। কালি আইচুদেউতাৰ মুখেৰে শুনা।

বেলি লহিয়াবলৈ ধৰোতেই মূলা ওলাই গ'ল চেঙৰ লগত। ৰাজটোলত কোনেও যেন গমকে নাপালে। চেঙৰ লগত মূলা এনেকৈ স্বৰ্গদেৱৰ নগৰৰ বাহিৰলৈ যোৱাটো একো ডাঙৰ কথা নহয়।

মূলা আৰু চেঙ গৈ যেতিয়া আজাৰ জোপাৰ পাৰৰ পুখুৰীটোৰ পাৰ পালেগৈ তেতিয়া তাত কোনো নাছিল। মূলাই চেঙলৈ চালে। চেঙে চাৰিওফালে চালে। এনেতে দেখা গ'ল দূৰত এটা শুকুলা ঘোঁৰাত উঠি ধীৰ কদমত সেইফালে আহি আছে ধুনীয়া ডেকা এটি।

ডেকাটোক দেখি মূলাৰ সৰ্বশৰীৰৰ মাজেৰে কিবা এটা যেন চাৎকৈ বৈ গ'ল। তাই তললৈ মূৰ কৰি ৰ'ল। তেতিয়া ডেকাৰ ঘোঁৰাটো তাইৰ কাষতে ৰৈ গৈছিলহি।❑

# উনত্ৰিশ

ৰজাৰ ঘৰ উদুলি-মুদুলি। চাৰিওফালে ৰং ৰহইচ কৰিছে ৰজাঘৰীয়া প্ৰজাঘৰীয়া সকলোৱে। স্বৰ্গদেৱৰ আদৰৰ জী মূলা, তাইক উলিয়াই দিবলৈ মনত দুখ যদিও আনন্দ সকলোৰে।

চাওফ্ৰাচেঙ্গমুং বুঢ়াগোঁহায়ো সাতঘৰীয়া আহোমৰে বুঢ়াগোঁহাইৰ ল'ৰা। তেওঁলোকৰ পৰিয়ালটোৱে পূৰ্বপুৰুষ চাও চুকাফা স্বৰ্গদেৱৰ লগতে অহা। ফ্ৰাচেঙ্গমুঙৰ পু থাওঁ, স্বৰ্গদেৱৰ মন্ত্ৰী আছিল। গতিকে সিদিনাৰ ঘটনাটোৰ পাছত ৰজাঘৰীয়া সকলোৱে চকুত মূলা গাভৰুৰ উপযুক্ত দৰা হিচাবে তেওঁ বিবেচিত হ'ল। কিন্তু কথা হ'ল আহোমৰ মতে দৰাবোৰেহে ছোৱালী বিচাৰিব লাগে।

ইফালে তন্‌খাম বুঢ়াগোঁহায়ে বৈ থকা নাছিল। মূলা গাভৰু যে বোৱাই-কটাই, ৰোৱা তোলাই বেচ ভাল তাক তেওঁ জানিছিল। তেওঁৰ পুত্ৰও সকলোফালে উপযুক্ত। তাতে বংশাৱলী মতে স্বৰ্গদেৱ তেওঁলোকৰ একে ফৈদৰো নহয়। কিন্তু কথা হ'ল ৰজাঘৰৰ কথা কাণ্ড বেলেগ। হঠাৎ যদি ৰজাই ছোৱালী নিদিও বুলি কয় এইটো এটা ডাঙৰ অপমানৰ কথা হ'ব। গতিকে তেওঁ বিশ্বাসী মানুহৰ হতুৱাই আলেঙে আলেঙে খবৰ লোৱালে। ৰজাঘৰতো বোলে ফ্ৰাচেঙ্গমুঙৰ কথা উপযুক্ত দৰা হিচাবে বিবেচিত হৈছে। মাত্ৰ আগতে আগবাঢ়িব নোৱাৰা বাবেহে বৈ আছে। স্বৰ্গদেৱ আৰু কুঁৱৰীসকলে বোলে আলোচনা কৰাৰ লগতে গাভৰুৰ মনো জুখিছে। ভিতৰুৱা কথা জানিব পাৰি বৰ আনন্দ পালে ফ্ৰাচেঙ্গমুঙৰ ঘৰে।

ফাগুনৰ কেইদিনমান যোৱাত তন্‌খাম বুঢ়াগোঁহায়ে সাধনীভাৰ এখন লৈ লগত কেইবাজনো বংশৰ মানুহৰ সৈতে ৰজাঘৰ ওলালগৈ। স্বৰ্গদেৱে আথেবেথে চাঙত তুলিলেগৈ। সাধনী ভাৰত চাউলপাত, জা-জলপান, হাঁহ-পাৰ, তামোল পাণৰ শৰাই ইত্যাদি লৈ যোৱা হৈছিল। স্বৰ্গদেৱে ভাৰখন গ্ৰহণ কৰি অহাৰ উদ্দেশ্য জানিব বিচাৰিলে। তন্‌খামে স্বৰ্গদেৱক তেওঁৰ বৰপুত্ৰ ফ্ৰাচেঙ্গমুঙৰ বাবে স্বৰ্গদেৱৰ জিয়াৰী মূলা গাভৰুক খোজাবঢ়া কৰিবলৈ অহাৰ উদ্দেশ্য জনালে। স্বৰ্গদেৱে কুঁৱৰীসকলৰ সৈতে আলোচনা কৰি সন্মতি প্ৰদান কৰিলে। তাৰ পাছত সকলোৱে আনন্দ মনেৰে জা-জলপান খাই সেইদিনালৈ বিদায় ল'লে। তাৰ কেইদিন মানৰ পাছত স্বৰ্গদেৱৰ আদেশতে মূলাৰ ককায়েক চুৰেঙ্গ ডেকাৰজা আৰু জনদিয়েক বুঢ়ামেথাকলৈ দৰাঘৰত ঘৰ চাৱনি খাবলৈ গ'ল। দৰাঘৰ চাই তেওঁলোকে

তাত ভোজভাত খালে আৰু আনন্দমনেৰে ঘূৰি আহি স্বৰ্গদেৱক জনালেহি। এইদৰেই ঘৰচাৱনি খোৱা পৰ্বও শেষ হ'ল। স্বৰ্গদেৱে দেওধাইৰ হতুৱাই চোৱাচিতা কৰি দিন ঠিক কৰিলে।

বিয়ালৈ চাৰিদিন থাকোতে স্বৰ্গদেৱে নপুৰুষৰ চাউল খুউওৱা ব্যৱস্থা কৰিলে। তেনেদৰে দৰাঘৰতো এই নিয়ম পালন কৰা হ'ল। দুয়ো ঘৰতে জ্ঞাতি কুতুম্বই ভৰি পৰিল। দুয়োঘৰৰ নপুৰুষৰ চাউল খুউওৱা ভোজত নপুৰুষক স্মৰণ কৰি মাছ-মাংস আৰু লুকলাও আদিৰে সকলোকে ভোজ দিয়া হ'ল। বিয়ালৈ দুদিন থাকোতে ৰিকখান পালন কৰা হ'ল। আচলতে জলধিপতি খাও খাম দেৱতাক পূজা দি মন্ত্ৰ পাঠ কৰি খন বা আয়ুস তোলে। দৰা কইনা দুয়ো ঘৰতে তিনিজনকৈ দেওধায়ে এই উৎসৱত ভাগ ল'লে। তিনিজন পুৰোহিতে তিনিখনকৈ জাকে লৈ পুখুৰী আৰু বিলত লগত মানুহলৈ গৈ তামোল-পাণ, হাঁহকণী, নিমখ, আদা আৰু মিঠাতেল সনা আৰৈ চাউলৰ প্ৰসাদ আৰু তুলসী ফুলেৰে সৈতে খাওখাম দেৱতালৈ পূজা আগবঢ়ালে। পুৰোহিতে মন্ত্ৰ পঢ়িলে।

ঃ হে উপৰিপুৰুষ জলপিতৃ, জলমাতা, উপৰিপিতৃ খাওখাম দেৱতা, তোমাৰ সেৱাভাগি ধৰা হৈছে আৰু দৰা-কন্যাৰ বাবে পৰমায়ুস বিচাৰি অহা হৈছে। তুমি আশীৰ্বাদ দি দৰা কন্যাক দীৰ্ঘায়ু কৰিবা।

এইদৰে মন্ত্ৰ কৈ পুৰোহিতে জাকে মাৰিলে। পুৰোহিতৰ জাকৈত মাছ পুঠি উঠিল। দৰা ঘৰৰ ফালেও আৰু কন্যাঘৰৰ ফালেও পুৰোহিতে পাছদিনা দোকমোকালিতে এই মাছেৰে আঞ্জা ৰান্ধি দৰাঘৰৰ পুৰোহিতে দৰাক আৰু কন্যাঘৰৰ পুৰোহিতে কন্যাক নামমাত্ৰ মুখত দিয়ালে। তাৰ পাছত চাৰিখন মেহেঙা স্থাপন কৰি দুয়োঘৰে বেলেগে বেলেগে লেঙডন লাঙ্‌কুৰি জাছিঙ্‌ফা আৰু লাৰেঙক দেৱতাৰ উদ্দেশ্যে উচৰ্গা কৰা হ'ল। দুয়োঘৰৰ পুৰোহিতে মন্ত্ৰ মাতি দৰা কন্যাৰ লগতে সেই গাঁওখন, ৰজাৰ নগৰ, ৰাজ্য আৰু ৰজাৰ আয়ুস তুলিলে। সকলো শেষ হোৱাৰ পাছত লেঙ্‌ডনৰ বাবে এটা বগা পাখিৰ কুকুৰা, লাঙ্‌কুৰিৰ বাবে এটা ৰঙা পাখিৰ কুকুৰা আৰু পূৰ্ব পুৰুষৰ বাবে এটা পখৰা কুকুৰা উচৰ্গা কৰি তাক মাৰি মেহেঙাত উচৰ্গা কৰা বস্তুৰ সৈতে ৰান্ধি দৰাঘৰত দৰাৰ সৈতে আৰু কন্যাঘৰত কন্যাৰ সৈতে সকলোৱে ভোজন কৰিলে।

বিয়াৰ আগদিনা দৰা আৰু কন্যা দুয়োঘৰতে দেওবান কৰা হ'ল। আহোমৰ ইষ্টগুৰু লাঙ্‌কুৰি জানছাইহুম, লোৰেঙ্ আৰু জাছিঙ্‌ফা, এইসকলক তামোল পাণৰ শৰাই দি আৰাধনা কৰিলে। পুৰোহিতে ঘৰৰ মৃতকসকলক এখন, গোপিনীসকলক এখন আৰু ভকতসকলক এখনকৈ তামোল পাণৰ লগত চিংকৰা ফুলেৰে শৰাই আগবঢ়ালে। এইদৰে দৰা কইনাৰ জীৱন সুখৰ হ'বলৈ আশীৰ্বাদ বিচৰা হ'ল।

টেকেলিৰ দিনা পুৱাৰ ভাগতেই দৰাঘৰৰ পৰা টেকেলি দিবলৈ আহিল। দৰাৰ মাকে লগত অন্য মানুহ লৈ আহিল। দৰাৰ দেউতাক আৰু অন্য অতিথিসকলো আহিল। কন্যা ঘৰৰ চোতালত ৰভা দি মৰল সাজি থোৱা হৈছিল। বাৰটা কলপুলিৰে সৈতে সজা

মৰলৰ মুখত দৰাঘৰৰ মানুহে জোৰোণ থলে। স্বৰ্গদেৱে নিজে বাকীসকলক লৈ দৰাপক্ষৰ আদৰিলে। সেইদিনা যেন স্বৰ্গদেৱ দেশৰ ৰজা নহয়, মূলাৰ পিতৃহে মাথো। জোৰোণৰ বাবে সাতযোৰ কাপোৰ সহিত সোণৰ খাৰু এযোৰ, কৰ্ণবালা এযোৰ, বাখৰ পতা বিৰি দুধাৰ ডিঙিৰ চেও দুধাৰ, হাতৰ চেও দুধাৰ, বাখৰাই আঙুঠি পাঁচটা, উজণ্টি ছয়টা, ভৰিৰ ছেও দুধাৰ, লগত তেল সেন্দূৰ দি ডাঙৰ ডাঙৰ খৰাহীত লৈ ৰাখিলেহি।

এটা সময়ত মূলাক মাকে উলিয়াই আনিলে। পাতৰ সাজেৰে অপূৰ্ব দেখা গৈছিল মূলাক। সোণৰ অলংকাৰ আৰু কাপোৰ পিন্ধাই শিৰত ফ্ৰাচেঙ্গমুণ্ডৰ মাকে সেন্দূৰ দিলে। কন্যাৰ মাক কুঁৱৰীক দৰাৰ মাকে এসাজ কাপোৰ দিলে। এটা সময়ত জোৰোণ দি খাই বৈ দৰা ঘৰৰ মানুহ হাতীয়ে দোলাই উভটিল।

দুয়ো ঘৰতে আনন্দত মানুহে ৰংৰহইচ কৰিছে। ৰজাঘৰীয়া বিয়াত চাৰিওফালে ঢোলে ডগৰে সকলোৱে আনন্দ কৰি আছে। ৰাজ বিষয়াসকলে ভাগে ভাগে ওজা-ঢুলীয়া আনিছে। বিহু গোৱাই বিহু গাইছে। ইফালে বৰগোঁহাইৰ ঘৰতো মানুহে গিজগিজাই আছে।

ঢুলীয়া কালিয়া লৈ দুয়োঘৰৰ পৰা দৰা কন্যাৰ মাকে গৈ দুনৰি লৈ পানী তুলি আনিছে। তুলি অনা পানীৰে দুয়োঘৰতে দৰা কন্যাক গা ধুউৱাৰ পাছত নতুন বস্ত্ৰ পৰিধান কৰি হাতত কাচি একোখন লৈ পাছ হুহকি ঈশ্বৰৰ নাম লৈ মাটিত তিনিটা আঁক মাৰিছে আৰু কৈছে।

ঃ আজিৰ পৰা এই আঁক পাৰহৈ কোনো আপদ-বিপদে মোৰ গালৈ নাহিবা।

দৰা কন্যা দুয়ো ঘৰতে গাভৰুসকলে ৰাতি গাঠিয়ন পাতিছে। গাঠিয়ন গছৰ শিপা আগৰ পৰা খুন্দি গুৰি কৰি ৰখা হৈছিল। তাৰে দৰা আৰু কন্যাক দুয়োঘৰতে ফোট দি গাভৰুবোৰে আঁৰ কাপোৰেৰে বেৰি গাঠিয়ন নাম গাই ৰং কৰাত লাগিল।

বিয়াৰ দিনা পুৱাৰে পৰাই ৰজা ঘৰত মানুহে বিৰ দি সন্ধি পাবলৈ নাইকিয়া হৈ আছিল। বিষয়াৰ পৰা পাইকলৈ সকলোৱে পাৰ্য্যমানে স্বৰ্গদেৱৰ আদেশলৈ বাট নাচায় ৰাইজক খুৱাইছে, বুৱাইছে। কোনোৱে দৰা ঘৰৰ বাবে আছুটীয়াকৈ ৰখা ৰভাঘৰত দৰা ঘৰীয়াৰ বাবে যোগাৰ যতন কৰাত ব্যস্ত হৈ আছে। স্বৰ্গদেৱৰ লগতে কুঁৱৰীসকলো ব্যস্ত বিয়ালৈ। কিন্তু সেইদিনাও বৰচ'ৰা বহিছে কাৰণ বৰচ'ৰা কোনো দিনেই খালি হ'ব নোৱাৰে। বৰচ'ৰাত স্বৰ্গদেৱ নাহিলেও ন্যায়শোধা ফুকনে বাহি লৈ কিবা বিচাৰ থাকিলে সোধে। স্বৰ্গদেৱৰ অবিহনে মন্ত্ৰীসকল বহিয়েই দুই এক পৰামৰ্শ কৰে। স্বৰ্গদেৱ নগৰৰ বাহিৰত থকিলেও বা যুদ্ধলৈ গ'লে ৰাজচ'ৰাত নবহে যদিও বৰচ'ৰা খালি হৈ নাথাকে।

দৰাঘৰৰো কাৰো গাত থৰকাচ্যুটি নাই। হাতী, ঘোঁৰা, দোলা সকলো সাজু হৈ আছে দৰা যাবলৈ। কন্যা ঘৰৰ পৰা দিয়া সাজ পিন্ধি সন্ধিয়াৰ আগতে দৰা সাজু হ'ল। তাৰ আগতেই দৰাক পানী তুলি গা ধুউৱা হৈছিল। দৰাৰ মাক দৰাৰ লগত কইনা আনিবলৈ যোৱা নিয়ম নাই। দেউতাক বা অন্য গুৰুস্থানীয় লোক যাব পাৰে। ফ্ৰাচেঙ্গমুং বুঢ়াগোঁহাইয়ে

জ্ঞাতি কুতুম্বক লৈ হাতীত উঠি কইনাৰ ঘৰ পালেগৈ। ৰজাঘৰত সাতজাঁই হিলৈ মাৰি বৰক আদৰণী জনালে।

হাতত দুনৰি লৈ কইনাৰ মাকে সুৰাগুৰি তুলিলে। এই সুৰাগুৰি তোলাকে সৌভাগ্য বোটলা বুলিও কয়। কলৰ তলতে দৰাক মাকে আদৰিলে। তাৰ পাছত দৰাঘৰীয়া কইনাৰ ঘৰত সোমাল।

চকলং কৰাৰ বাবে ইতিমধ্যে এশ এগছ চাকি সজাই ৰখা হৈছে। চাকি সজোৱা বেদীখন আঠকোণীয়া । আঠটা কলপুলি আঠ কোণত দিয়া হৈছে। এখন শৰাইত কলপাত পাৰি নালত সোণখটোৱা হেংদাং এখন সজাই থোৱা হৈছে। এখন শৰাইত চিংকৰা ফুল, চাউল তিল আখৈ মাটিকলাই আদি সজাই থোৱা হৈছে। দৰাক আদৰি আনি চকলংবেদীৰ মুখত বহুৱাৰ পাছত কইনা মূলাক আনি দৰাৰ বাওফালে বহিবলৈ দিয়া হ'ল। মূল ম'লুঙজনে লগৰ দুজনমানক লৈ চাকিবোৰ জ্বলোৱাৰ লগতে চাৰিওফালে সুগন্ধি কাঠ জ্বলাই সুগন্ধ বিয়পায় দিয়া হ'ল। স্বৰ্গদেৱ আহি কন্যা প্ৰদান কৰিবলৈ দুয়োৰে মাজত বহিল।

চকলং আৰম্ভ কৰাৰ আগতে দৰাঘৰৰ মানুহে কইনাঘৰীয়া ৰাইজ, ভকত, কইনাৰ মাক-দেউতাক আৰু কইনাঘৰৰ নামতীক তামোল-পাণৰ শৰাই আগবঢ়ালে। তাৰ পাছত দৰা-কইনা দুয়ো ঘৰৰ পৰা দুখন মাননী শৰাই ম'লুঙলৈ আগবঢ়ালে। ম'লুঙজনে টাই ভাষাৰে ক'লে।

ঃ হে পৰমেশ্বৰ, আমাৰ বিবাহকাৰ্য্য মঙ্গল কৰক।

ইয়াৰ পাছতে কইনাঘৰৰ আয়তীসকলে নাম গাবলৈ আৰম্ভ কৰিলে। সকলোৰে আগত চেং। স্বৰ্গদেৱে বস্ত্ৰ আৰু অলংকাৰ লৈ দৰাক বৰণ কৰি আঙুঠি পিন্ধালে। ফ্ৰাচেঙ্গমুঙৰ বাওঁহাতৰ বুঢ়া আঙুলি আৰু মূলাৰ সোঁহাতৰ কেঞা আঙুলিত ধৰি টাই ভাষাৰে মন্ত্ৰ মাতিলে।

ঃ মোৰ জীক আজি পৰমেশ্বৰৰ আগত ৰাখি তোমাক দান কৰিলো। তুমি সদায় মৰমেৰে ৰাখিবা।

লগে লগে ফ্ৰাচেঙ্গমুঙে ক'লে।

ঃ মই আপোনাৰ দান সাদৰেৰে গ্ৰহণ কৰিলো। আপোনাৰ জীক সাদৰেৰে ৰাখিম।

ম'লুঙৰ নিৰ্দেশত মূলাই এশ এটা ফুলেৰে গাঁঠি থোৱা ফুলৰ মালাডাল ফ্ৰাচেঙ্গমুঙৰ ডিঙিত পিন্ধালে। তেওঁও এডাল মালা মূলাৰ ডিঙিত পিন্ধালে। চাৰি চকুৰ আকৌ মিলন হ'ল। বাকীসকলে ফুল চটিয়াই উৰুলি দিলে। দৰা-কইনাক ম'লুঙে লগ্ন গাঁঠি পিন্ধালে। দুয়ো ফ্ৰাক সেৱা কৰিলে। ভকতসকলে আশীৰ্বাদ কৰিলে। ম'লুঙৰ লগে লগে দৰা কইনাই মাতি গ'ল।

ঃ হে পৰমেশ্বৰ, হে লেঙ্‌ডন তুমি সকলোতকৈ শ্ৰেষ্ঠ। তুমি বৰ পবিত্ৰ। তোমাক স্মৰণ কৰিলে সকলো পবিত্ৰ হয়। তুমি সকলোৰে গৰাকী আৰু দাতা। তুমি সকলোৰে

প্ৰাণৰো প্ৰাণ। তুমি আনন্দ স্বৰূপ আৰু মঙ্গলময়। আমাক সকলো শোক তাপৰ পৰা আঁতৰাই ৰাখিবা। আমাৰ সকলো অভাৱ পূৰণ কৰিবা। আমি যি কৰ্ম কৰো, সকলো যেন মঙ্গলময় হয়। আমাক এনে ক্ষমতা দিয়া যাতে আমি সত্য পথত মন আৰু বুদ্ধি লৈ থকিব পাৰো। হে মংগলময়, হে জগতপিতা আমাক সুমতি দি থাকিবা যাতে আমাৰ মাজত বিবাদ নঘটে। হে পৰমপুৰুষ আমাৰ দুয়োৰে মিলন যেন মংগলময় হয়। হে মংগলময়, আমাৰ গাৰ্হস্থ্য জীৱন যেন সুখৰ হয়। দৰা-কইনাই সেৱা কৰাত সকলোৱে আশীৰ্বাদ দিলে। এইবাৰ মুলাই ম'লুঙৰ নিৰ্দেশিত হাতেৰে শৰাইৰ পৰা হেংদাং লৈ ফ্ৰাচেঙ্গমুৰ ফালে আগবঢ়াই দি ক'লে।

ঃ এই হেংদাঙেৰে নিজৰ দেশ, জাতি, পুত্ৰ-পৰিবাৰ, ধন, ঐশ্চৰ্য্য ৰক্ষা কৰিবলৈ সমৰ্থ হওঁক।

ফ্ৰাচেঙ্গমুঙে ক'লে।

ঃ এই হেংদাং হাতত লৈ প্ৰজ্বলিত মৰল, ধৰ্ম আৰু আপোনালোক সকলোকে সাক্ষী কৰি মই নিজ দেশ, জাতি, ধৰ্ম, পুত্ৰ, পৰিবাৰ, ঐশ্চৰ্য্য আদি কৰি সকলো ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞা কৰিলো।

তাৰ পাছত মূলাই কবচ কাপোৰ এযোৰা ফ্ৰাচেঙ্গমুৰ হাতত দি ক'লে।

ঃ হে বঙহৰদেউ, এই বস্ত্ৰ অক্ষয় কবচ স্বৰূপে পৰিধান কৰি আপুনি অজেয় হওক।

ঃ এই কবচ কাপোৰ টঙালি বান্ধি শত্ৰুক জিনিবলৈ প্ৰতিজ্ঞা কৰিলো।

তাৰ পাছত দৰা-কইনাক প্ৰাচীন বুৰঞ্জী জনা বুঢ়া এজনে সাতপুৰুষৰ কৃতি কলাপ বখানিলে আৰু সাত আঠটামান কড়ি পাটৰ কানিৰে বান্ধি দৰাৰ কাণৰ কাষত বজাই ক'লে।

ঃ আমাৰ মূলা আইদেউক তোমালৈ স্বৰ্গদেৱে ঘৈণী কৰি দিছে। আইদেউক নেৰিবা, আপোনাৰ প্ৰাণতকৈ আপোন জানিবা। তেওঁৰ কথা নেপেলাবা। আইদেউৰ দুখ মৰম ইয়াকো জানিবা।

তাৰ পাছত মূলালৈ চাই মূলাৰ কাণৰ কাষত কড়িৰ টোপোলা বজাই ক'লে।

ঃ আইদেউ তন্‌খাম বুঢ়াগোঁহাইৰ পুতেক চাও খাম বুঢ়াগোঁহাইৰ নাতিয়েক, চাওফ্ৰাচেঙ্গমুং বুঢ়াগোঁহাইলৈ তোমাক স্বৰ্গদেৱে দিছে। তুমি তেওঁক গিৰিহঁত বুলি মানিবা। আপোন শৰীৰতকৈ তেওঁক অধিক আদৰ কৰিবা। অসূয়া অপ্ৰীতি নকৰিবা।

তাৰ পাছত দুয়ো সেৱা কৰিলে। দেওধায়ে দেও মাতি আশীৰ্বাদ দিলে। তাৰ পাছত দৰা-কইনাই আঙুঠি সলালে, কড়ি খেলিলে আৰু কটাৰি সলালে। লগৰ সমনীয়াই ধেমালি কৰিলে। এটা সময়ত মূলাক লৈ পুৱঁতি নিশা ফ্ৰাচেঙ্গমুং ঘৰলৈ উভটিল। ❑

# ত্ৰিশ

সকলোবোৰ সপোন যেন লাগে কনচেঙ্গ বৰপাত্ৰ গোঁহাইৰ। সৌ সিদিনালৈকে সি আছিল নগা পাহাৰত। নগাৰ মনত দেওসঁচৰ মানুহ। নিজৰ সাহস, বীৰত্ব আৰু বুদ্ধিৰে সি নগাবোৰৰ মাজত বৰ বোলাই আছিল কিন্তু আহোমৰ ৰাজ্যত এটা নগাৰ বাহিৰে অন্য একো পৰিচয় নাছিল। কিন্তু আজি তেওঁ শক্তিশালী অসম ৰাজ্যৰ প্ৰথম বৰপাত্ৰ গোঁহাই। তিনিজনা ক্ষমতাশালী মন্ত্ৰীৰ ভিতৰত এজন। এই তিনিজন ডাঙৰীয়াৰ মত মিলিলে ৰজায়ো ৰাজপাট এৰিব লাগিব। গতিকে তেওঁ সপোন বুলি নাভাবিব কিয়? হয়তো নিয়তিয়ে নকৰা হ'লে মাকৰো মৃত্যু নহ'লহেঁতেনে। বা ৰজাই নগাপাহাৰলৈ নিৰ্বাসন নিদিলেহেঁতেন। তথাপি এটা সান্ত্বনা যে এইজনা স্বৰ্গদেৱে তাক বঙহৰ মঙহ বুলি তুলি ল'লে। এতিয়া সি ৰজাদেৱৰ পাছতে ক্ষমতাশালী ৰাজমন্ত্ৰী। কিন্তু সি সৰুৰে পৰা যি অৱস্থাৰ মাজেৰে কটাইছে, জীৱনটো যেনেদৰে পাৰ কৰিছে এই অৱস্থাতো সেইটো পাহৰা নাই। এতিয়া সি ঘৰৰ পৰা ওলাই ক'ৰবালৈ ওলালে আগত বিলতীয়াই গায়ন গাই যায়, কালিয়াই কালি মাৰি যায়। ৰঙাচুলিৰে বৰছি আৰু ৰঙাচুলি লগা দাৰে লগত পালি যায়। ঘোঁৰাত বা হাতীত গ'লে সিবোৰক বানত সিয়া জৰীৰে সজায় আৰু ঠেঙত নেপূৰ পিন্ধায়। ঘোঁৰাৰ বা হাতীৰ ওপৰত হালধীয়া পাটৰ কাপোৰৰ তলচা পাৰে। তেওঁলোকৰ আগে আগে চৈ দিয়া দোলাও লৈ যোৱা হয়। স্বৰ্গদেৱক বাটত দেখা হ'লে কেপকৰা তলচাৰ নুৰাতে ডাঙৰীয়াসকলে উঠি দেখা দিয়ে। মেলডঙীয়া ৰজা হ'লে দোলাতে থাকি বাট এৰি দিয়ে। কিন্তু বাকী ফুকন ৰাজখোৱাসকলে লগ পালে দোলা বা চাঙীৰ পৰা নামি দেখা দিয়ে আৰু চাঙি লুকুৱাই থয়। কনচেঙৰ এইবোৰ কথাই কিবা সপোনত দেখা যেন ভাব হয়। তাৰ দৰে এটা মানুহক ইমান সন্মান কৰে!

স্বৰ্গদেৱৰ আদেশত তাৰ হাউলি সম্পূৰ্ণ কৰি ধনে ধানে লগুৱা লিকচৌৱেৰে সম্পূৰ্ণ কৰি দিয়া হ'ল। তাক দিয়া সা-সম্পত্তি আৰু মানুহ চলাবলৈ বৰা শইকীয়া সম্পূৰ্ণ কৰি দিয়া হ'ল। ঘৰখন ৰূপহীয়ে অলপ দিনতে যতনাই পেলালে। কিন্তু সেই ৰূপহীও গ'লগৈ। আচৰিত লাগিল তাৰ। বেয়াও লাগিল ৰূপহী যোৱাত। তাৰ লগত ৰূপহীয়ে নগা চাঙৰ পৰা অহাৰ পাছত তাই ঘৰখন থানথিত লগাই পেলাইছিল কিন্তু হঠাৎ তাইৰ উলাহ নাইকিয়া হ'ল। বৰপাত্ৰ গোঁহাই যেতিয়া তাইক বিয়া দিয়াৰ বাবে কোনোবা বৰুৱা বা শইকীয়া এটা

যোগাৰ হ'লহেঁতেন। কিন্তু ৰূপহীয়ে এইবোৰলৈ মনকে নেমেলিলে। তাইৰ মন আছিল নগাচাঙত। কাৰংমাক তাই পাহৰিব পৰা নাছিল। পাহৰিব পৰা নাছিল কাৰংমাৰ লগত কটোৱা দিনবোৰৰ কথা। অৱশেষত এদিন তাই কনচেঙৰ আগত মনৰ কথা ক'লে। তাই নগা পৰ্বতলৈ যাব। কাৰংমাৰ কাষলৈ যাব। কনঙ্গচেঙে বুজালে তাই যদি তালৈ যায় আকৌ কোনদিনা মিজিয়ে ধৰি নিয়ে কি ঠিক। সদায় বা কাৰংমাই তাইক মৰম কৰে নে নকৰে। বুঢ়া বয়সত চাবলৈও ল'ৰা ছোৱালী এটা লাগে। তাৰ বাহিৰে নগাৰ মাজত থাকি তাই জানো সুখ পাব। কিন্তু তাই নামানিলে। তাই তাৰ কাৰণে বহুত কৰিলে। এতিয়া তাইক সুখ দিম বুলি ভাবিছিল, কিন্তু এই সুখ তাইক নালাগে। উপায় নাপাই এদিন পাইক কেইটামান দি তাইক নগা পাহাৰত কাৰংমাৰ কাষত থোৱাই দিলে।

লাহে লাহে ৰাজ সভাৰ নীতিনিয়মবোৰ শিকিছে সি। ৰজাৰ টোলত সোমোৱাৰ আগতে টাঙোন ধৰা, দোলা সকলো থৈ টোলত সোমাব লাগে। বৰচ'ৰালৈ যোৱাৰ আগতে জখলামুখতে ভৰি ধুই সোমাব লাগে। গুপুত মন্ত্ৰণা থাকিলে স্বৰ্গদেউৰ ঘৰৰ ভিতৰলৈ যাব লাগে। তালৈ অন্য কোনো সেই সময়ত যাব নোৱাৰে। তাৰ মাজে মাজে আচৰিত লাগে। এই স্বৰ্গদেৱৰ ওচৰতে সি খং কৰিছিল। আগৰজনা স্বৰ্গদেৱৰ ওচৰত খং কৰিয়েই আহোম ৰাজ্য আক্ৰমণ কৰাৰ কথা ভাবিছিল। সি একেবাৰে ধ্বংস হৈ গ'লহেঁতেন। কি শৃংখলাবদ্ধ এই ৰাজ্য। সকলো নিজৰ নিজৰ কামত ব্যস্ত। স্বৰ্গদেউৰ টোলতে যিমান কাঁড়ী, পাইক, চাউদাং, টাঙোন ধৰা আছে কাৰংমাৰ গোটেই ফৈদটোতে নাই। সি আচৰিত হৈছিল স্বৰ্গদেউৰ ৰাজধানী দেখি। ৰাজধানীৰ উত্তৰ ফালে ৰজাৰ নগৰ। ইয়াৰ চাৰিওফালে গড়। গড়ৰ ওপৰত কোটোহা বাঁহৰ গছ। এই নগৰত প্ৰৱেশ কৰিবলৈ তিনিখন দুৱাৰ। দক্ষিণৰখন বৰদুৱাৰ, পূবৰখন পানী দুৱাৰ। পশ্চিমৰখনক ন দুৱাৰ বোলে। বৰদুৱাৰ পাৰ হ'লে মানুহৰ ঘৰ পায়। পাইক, টেকেলা, বড়া প্ৰভৃতি ইয়াতে থাকে। ৰজাৰ বৰচ'ৰাৰ সন্মুখতে এটা বাটচ'ৰা। বাটচ'ৰা সোমাই বৰচ'ৰা পায়। ইয়াৰ চাৰিওফালে খালি ঠাই। তাক খোলা বোলে। এই খোলাৰ কাষতে ফুকন বৰুৱা ৰাতি নগৰত থকাসকলৰ বহা। বাটচ'ৰালৈ যোৱাৰ আগতে যিসকল বিষয়াই ভৰি ধোৱে সেইসকলৰো বহা ইয়াতে। এইবোৰক পানীচোৱা ঘৰ বোলে।

বৰচ'ৰাৰ ভেটি বৰ ওখ। কিছু দূৰত ৰজাৰ টোল। ইয়াৰো চাৰিওফালে প্ৰাচীৰ। টোললৈ প্ৰৱেশ কৰা তিনিখন দুৱাৰ। প্ৰথমখন দৰিকা দুৱাৰ। ইয়াক পাৰ হৈ দোলা কাষৰীয়া চ'ৰা। ইয়াত দোলা কাষৰীয়া প্ৰহৰীৰূপে থাকে, লগত তেওঁলোকৰ ওজা। বৰদুৱাৰৰ ওজা কুকুৰা চোৱা বৰুৱা। তেওঁৰ কথাত সময়ে সময়ে, ডবা কোবাই সময়ৰ জাননী দিয়ে। গড়ৰ ভিতৰত উজনি আৰু নামনিত দুখন দুৱাৰ। ইয়াক চাউদাঙৰ দুৱাৰ বোলে। ৰজাৰ চাউদাং ইয়াত থাকে। এইখনেৰে গ'লে কুঁৱৰীসকলৰ টোল পায়। এইখন দুৱাৰেৰে বৰুৱা, ফুকনৰ ঘৈণীসকল টোলৰ ভিতৰলৈ যায়। নামনি খনেৰে গ'লে গোঁসাই ঘৰ পায়। ৰজাৰ গুৰুকেইজনা এইফালেৰে যায়। চাউদাঙে এই দুইখন দুৱাৰ ৰক্ষা কৰে। চ'ৰাঘৰৰ পাছতেই বৰ বাটঘৰ। বৰ বাটঘৰৰ পাছতেই জখলামুখ। গোঁসাইঘৰ, কুঁৱৰীসকলৰ ঘৰ

আৰু চাঙমাইশাল চাংঘৰ নহয়। বাকী ৰজাৰ শোৱা, বহা, আমোদ-প্ৰমোদ কৰা, মৰাঙ ঘৰহে চাঙঘৰত। ৰজাৰ ৰাজভঁড়াল আৰু বেজঘৰো চাঙঘৰ। ৰজাৰ লিগিৰা, লিগিৰী, কুঁৱৰীৰ লিগিৰীসকলো টোলৰ ভিতৰতে থাকে। চাঙমাই, বেজ, গোঁসাইঘৰীয়া, জৰাধৰা, মৰং চোৰা সকলো টোলৰ বাহিৰত থাকে। অতি বিশ্বাসী লগুৱা বিনে বাকী পুৰুষ ৰাতি টোলত নাথাকে। ৰজাৰ চাঙত থকা বৰঘৰত গোপন মেল বহে। এদিনহে মাত্ৰ কনচেঙ বৰপাত্ৰই তালৈ গৈছে।

বৰাবুৰুক, ফুকন ৰাজখোৱাৰ পৰা ঘোটকীয়া বৰুৱাকে আদি কৰি কটকী, বৈৰাগী সকলোৰে কামৰ ভাগ কৰি দিয়া থাকে। সেইমতে সকলোৰে কাম সকলোৱে কৰে। নগাবোৰৰ দৰে ইয়াতো সৈন্য দল নাই, কাঁড়ী পাইকে অন্য কাম কৰাৰ লগতে যুদ্ধও কৰে। অৱশ্যে তেওঁলোকক শিকাই বুজাই পাৰ্গত কৰি ৰখাৰ বাবে বিষয়া আছে। যুদ্ধৰ সময়ত বোলে আখৰাও হয়। ৰজাই বঁটা বাহনো দিয়ে। এটা কথা কনচেঙে বুজিছে যে যুদ্ধ হ'লে তেওঁ আগৰণুৱা হ'ব লাগিব।

খাৰঘৰীয়া ফুকন তেওঁৰ ওচৰলৈ আহিছিল। তেওঁ চিনাকি দিছিল "পু-- থাও" বুলি। বহুত সময় পুথাওক চাই বৈ আছিল কনচেঙে। তাৰ বুকুত কিবা এটাই খুন্দা মাৰি ধৰিছিল। তেওঁৰো চকুৰে চকুপানী বৈ আহিছিল। নিজ জীয়াৰীৰ সন্তান কনচেঙ। অভিমানো হৈছিল কনচেঙৰ। এবাৰো যে নগা চাঙত তেওঁৰ বিচাৰ-খোচাৰ কৰা নাছিল ককাকে। মাত্ৰ এতিয়া বৰপাত্ৰ হোৱাৰ সময়ত দৌৰি আহিছে। তাৰ মনৰ ভাৱ বুজিছিল ফুকনে। কঁপা কঁপা মাতেৰে কৈছিল তাক। ৰজাৰ ৰোষত পৰাৰ ভয়ত নাতিনীয়েকক খবৰ লোৱা নাছিল। কিন্তু তেওঁৰ জীয়াৰীক কৰা অন্যায়ৰ বাবে ঠিক প্ৰতিশোধ লৈছিল তেওঁ। আচৰিত হৈছিল কনচেঙ। ঘুনুক-ঘানাককৈ শুনা কথা তেন্তে সত্য। পিতৃক হত্যা কৰাৰ মূলতে তেন্তে তেওঁৰ পুথাও খাৰঘৰীয়া ফুকন? হঠাৎ কনচেঙৰ মনটো কিবা লাগি গ'ল। যিমান হ'লেও তেওঁৰ পিতৃ আছিল গ'লজনা স্বৰ্গদেউ। তেওঁৰ বীৰ্যত জন্ম লোৱাৰ বাবেই আজি তেওঁ বৰপাত্ৰ গোঁসাই। সকলো মনৰ পৰা জোকাৰি সাৱটি ধৰিছিল খাৰঘৰীয়া ফুকনক। খাৰঘৰীয়া ফুকনৰ বহালৈও গৈছিল তেওঁ। লগ পাইছিল ইয়ানাইক। তাক বুকুত সুমুৱাই কান্দিছিল ইয়ানায়ে। ইয়ানাইৰ মুখলৈ চাই সি বাৰে বাৰে মাকৰ মুখখন মনত পেলাবলৈ চেষ্টা কৰিছিল। নিচাওকো লগ পাইছিল সি। সিও ৰজাৰ বিষয় খায়।

পুথাওৱে তাক লাহে লাহে ৰজা-প্ৰজা সকলোৰে সম্বন্ধে কৈছিল। আহোমৰ ৰীতি-নীতি সম্পৰ্কে বুজাইছিল। ৰজাঘৰৰ কথা, ফুকন ৰাজখোৱাৰ কথা, বৰাবুৰুকৰ কথা সকলো কৈছিল। ৰূপহীয়ে তাক যিখিনি ক'ব পৰা নাছিল ৰাজ বিষয়া পৰিপক্ক আৰু ভিতৰ-বাহিৰ জনা খাৰঘৰীয়া ফুকনে তাক সকলো কৈ পৰিপক্ক এক ৰাজমন্ত্ৰীত পৰিণত কৰি তুলিলে। সি লাহে লাহে বুজিছিল যে আহোম ৰাজ্যত মন্ত্ৰী হৈ থাকিবলৈ সাহস, বুদ্ধি, বলেই নহয়, জানিব লাগিব ৰাজনীতিও, কূটিল ৰাজনীতি।

এষাৰ কথা কিন্তু তাৰ মনত ফুকনে সুমুৱাই দিছিল যদিও তাৰ অকণো গ্ৰহণযোগ্য হোৱা নাছিল। সেয়া হৈছে সি ৰজাৰ চমুৱা কুঁৱৰীৰ সন্তান হ'লেও ৰজা হোৱাৰ যোগ্য পুৰুষ। ❑

# একত্রিশ

ৰজাৰ জীয়েক যদিও মূলা গাভৰুৱে ফ্ৰাচেঙ্গমুং বৰগোঁহাইৰ ঘৰখনৰ লগত ভালদৰে মিলি চলি বিবাহিত জীৱন আৰম্ভ কৰিলে। মাটিয়ে-বাৰীয়ে, খাটে-পামে লগুৱা-লিগিৰী আৰু দাস-দাসীৰে ফ্ৰাচেঙ্গমুৰ সংসাৰ বেচ ডাঙৰেই । আগতে শাহুৱেক পদ্মাৱতীয়ে এই সকলো চাইচিত্তি আছিল। কিন্তু মূলা বোৱাৰী হৈ সোমোৱাৰ পাছত সকলো ভাৰ মূলাৰ ওপৰতে দিলে। গিৰিয়েক ফ্ৰাচেঙ্গমুং বৰগোঁহায়েই নিজৰ খাটৰ পাম চোৱাৰ উপৰিও নিতৌ যুদ্ধৰ আখৰালৈ যায়। এইবোৰতেই মানুহজনৰ আগ্ৰহ বেছি। ভাল লাগে মূলাৰ। এই যুদ্ধৰ আখৰা, পাইক, কাঁড়ীৰ যুদ্ধৰ শিক্ষা দিয়া, এইবোৰ দেশৰ বাবে প্ৰয়োজন। মোগলৰ আক্ৰমণৰ ভাবুকি সদায় আছেই। নগাৰ লগত স্বৰ্গদেৱৰ যুঁজ মাজে মাজে চলিয়েই থাকে। তাৰ বাহিৰেও এফালে চুতীয়া ৰাজ্য। ইফালে কছাৰী। ভূঞাবোৰতো আছেই। ইমানবোৰ শত্ৰুৰ মাজত স্বৰ্গদেৱৰ ৰাজ্য অক্ষত অৱস্থাত ৰাখিবলৈ সকলোৱে যুদ্ধত পাকৈত হ'বই লাগিব। তাৰ বাহিৰেও নিজক সবল কৰি ৰখাৰ প্ৰয়োজনত এইবোৰ লাগে। স্বৰ্গদেৱৰ ৰাজ্যত কোন কোন শক্তিশালী ডেকা ল'ৰা আছে, কোন কোন যুঁজৰ বাবে উপযুক্ত বীৰ, এইকথা ওলাই থকা। এই বীৰ যুঁজাৰুবোৰেই প্ৰয়োজনত স্বৰ্গদেৱৰ ৰাজ্য ৰক্ষা কৰিবলৈ ওলাই যাব লাগিব। গতিকে যুদ্ধৰ বাবে নিজক সাজু কৰি ৰখা বৰ প্ৰয়োজন।

সেইদিনা ফ্ৰাচেঙ্গমুং বৰগোঁহায়ে চ'ৰাঘৰতে কাৰোবাৰ লগত কিবা এক মন্ত্ৰণা কৰি থাকোতেই স্বৰ্গদেৱৰ কটকী আহি বাৰ্তা দিলেহি, স্বৰ্গদেৱে তৎকালে মাতি পঠিয়াইছে বৰগোঁহাইক । আচৰিত হ'ল ফ্ৰাচেঙ্গমু, আজি এমাহেই পাৰ হোৱা নাই স্বৰ্গদেৱৰ জোঁৱাই হোৱাৰ। গাৰ পৰা মাহ-হালধিৰ গোন্ধেই যোৱা নাই। অৱশ্যে তেওঁৰ মনে মনে ভালো লাগিল। স্বৰ্গদেৱৰ জোঁৱাই যেতিয়া দণ্ড দিবলৈ নিশ্চয় মতা নাই। কিবা ৰাজ কাৰ্য্য পালনৰ অৰ্থেহে তেওঁক মাতিছে বুলি গম পালে। লিগিৰাক ঘোঁৰা সাজু কৰিবলৈ আদেশ দি তৎকালে তেওঁ মূলাৰ কাষলৈ গৈ বাৰ্তা দিলেগৈ। মূলায়ো চিন্তা কৰি চালে। ভাবিলে যে প'য়ে নিশ্চয় কিবা বিষয়বাব দিবলৈকে বৰচ'ৰালৈ মাতি নিছে। এনেয়েও বৰচ'ৰাত জোঁৱায়েকৰ এখন আসন থাকে। কিন্তু বিশেষ কাৰ্যভাৰ নিদিলে জোঁৱায়েক বুলিয়েই তালৈ গৈ ৰাজকাৰ্যত সহায় কৰা ফ্ৰাচেঙ্গমুং বৰগোঁহাইৰ স্বভাৱ নহয়। আত্মঅভিমানী

বৰগোঁহায়ে জানে যে তেওঁৰ শক্তি আছে যেতিয়া দেশৰ প্ৰয়োজনত নিশ্চয় বিচাৰিব স্বৰ্গদেৱে।

বৰচ'ৰাত গভীৰ আলোচনাৰ মাজতে ওলালগৈ ফ্ৰাচেঙ্গমুং। তাত আগৰে পৰাই খুনলুঙ্গ খাপেঙ্গ বুঢ়াগোঁহাই স্বৰ্গদেৱৰ আদেশৰ বাবে বৈ আছিল। স্বৰ্গদেৱৰ আদেশ মজিন্দাৰ বৰুৱাই সকলোকে শুনালে। চুতীয়াৰ ৰজাই লগত সেনাপতি কাচিতৰা সহিত দিখৌমুখত পছলাৰে গড়বান্ধি আহোম ৰাজ্য আক্ৰমণৰ বাবে ৰণ ধৰিছেহি। গতিকে ফ্ৰাচেঙ্গমুং বৰগোঁহাইক সেনাপতি পাতি খুনলুঙ্গ খাপেঙ্গ বুঢ়াগোঁহাই সহিত সৈন্য লৈ শতৰুক আক্ৰমণ কৰিব লাগে। দুয়ো আহি স্বৰ্গদেৱক সেৱা কৰি স্বৰ্গদেৱৰ আজ্ঞা পালন কৰাৰ শপত খালে। স্বৰ্গদেৱে অন্য অনুসংগিক আদেশ দি বৰচ'ৰা ভংগ কৰিলে। চাৰিওফালে সকলো কামত লাগিবলৈ ধৰিলে।

বৰগোঁহাই তৎকালে আহি ঘৰৰ সকলোকে জনালে স্বৰ্গদেৱৰ আদেশৰ কথা। গোঁহাইদেউ যুদ্ধলৈ যাব, কৰণীয় বহুত থাকে। সকলো ব্যস্ত হৈ পৰিল। মূলা গাভৰুও মাত্ৰ এটা মাহ হৈছে বিয়া হোৱা। যুদ্ধ, যুদ্ধই। জয়-পৰাজয় দুয়োপক্ষৰ হ'ব পাৰে। যুদ্ধত মৃত্যু হ'ব পাৰে; বন্দীও হ'ব পাৰে। কিন্তু দেশৰ বাবে যুদ্ধ কৰাৰ প্ৰয়োজন হ'লে যাবই লাগিব যুদ্ধ কৰিবলৈ। কিন্তু যুদ্ধলৈ যাবলৈ অন্য যতন কৰাৰ লগতে কবচ কাপোৰ বৈ দিব লাগিব। সাধাৰণতে যুদ্ধলৈ গ'লে ক'লা ৰঙৰ কাপোৰ ব্যৱহাৰ কৰে সেনাপতিসকলে। সাধাৰণ সৈনিকেও ক'লা ৰঙৰেই কাপোৰ পিন্ধে। অৱশ্যে সেইটো নিজ ইচ্ছাৰ কথা। কিন্তু কবচ কাপোৰ সদায় নিশাৰ ভিতৰতে বোৱা হয়। মাজ নিশাৰ ভিতৰতে কপাহ নেউঠি পাঁজি কাটি, সূতা কাটিব। কাপোৰো ব'ব। ৰাতি নৌ পুৱাওতেই কাপোৰ ওলাব। তাৰে কবচ তৈয়াৰ কৰিব। আহোম শাস্ত্ৰ মতে এই সকলোবোৰ পবিত্ৰ চিত্তে কৰিব লাগিব। এই কবচ কাপোৰ পিন্ধিলে বোলে যুদ্ধত জয়ী হ'ব পাৰে। কবচ কাপোৰ বোৱাৰ ব্যৱস্থা কৰিলে মূলাই।

ফ্ৰাচেঙ্গমুং বৰগোঁহায়ে সেনাপতি বাব পাই লগে লগে বাকী বিষয়াবোৰৰ সহায়ত সৈন্যদল গঠন কৰি ল'লে। ইফালে খাৰঘৰীয়া ফুকনে সমূহ অস্ত্ৰ-শস্ত্ৰ যোগান ধৰিছে। প্ৰয়োজনীয় সকলো পাইছে বৰগোঁহাই। তেওঁৰ এইয়া দেশৰ হৈ প্ৰথম যুঁজ।

লাহে লাহে গম পালে মূলা গাভৰুৱে যে স্বৰ্গদেৱে দেওধাইক মাতি মঙল চোৱাইছিল। দেওধায়ে মঙল চাই ক'লে যে চুতীয়াৰ লগত যুদ্ধত ফ্ৰাচেঙ্গমুংহে সেনাপতি হ'লে যুদ্ধ জিকিব। কাৰণ গণনাত কৈছে যে ফ্ৰাচেঙ্গমুং বুঢ়াগোঁহাই বাঘ আৰু চুতীয়া ৰজা ছাগ। কিন্তু কনচেং বৰপাত্ৰ হৈছে ঘোঁৰা। গতিকে বাঘেহে ছাগক খাব পাৰিব, ঘোঁৰাই নহয়।

স্বৰ্গদেৱে দিন বাৰ চাই যুদ্ধ যাত্ৰাৰ আদেশ দিলে। দুটা হাতী, এশ ঘোঁৰা আৰু পাঁচহাজাৰ সৈন্য লৈ সেনাপতি ফ্ৰাচেঙ্গমুং চুতীয়াৰ লগত যুদ্ধ দিবলৈ লগত পালি সেনাপতিসকলক লৈ আগবাঢ়ি গ'ল। যোৱাৰ আগ নিশা মূলাই কবচ কাপোৰ বৈ ফ্ৰাচেঙ্গমুঙক পিন্ধাই পঠিয়ালে। ❑

# বত্ৰিশ

যুঁজলৈ গ'ল ফ্ৰাচেঙ্গমুং বৰগোঁহাই । লগত অসংখ্য বৰাবুৰুক। খাৰঘৰীয়া ফুকনৰ মুৰৰ ওপৰেৰে ধুমুহা পাৰ হৈ গৈছে। কাঁড়ী পাইকৰ পৰা আদি কৰি সেনাপতিলৈকে যোগাৰ দিব লগা হৈছে কাঁড় ধনু, হেংদাঙৰ পৰা খাৰলৈকে। অকণমান ক'ৰবাত কম হ'লে দায় তেওঁৰ । গতিকে তেওঁৰ তলৰ পাইকে ইমান দিনে কৰি ৰখা অস্ত্ৰ-শস্ত্ৰ খাৰবাৰুদ তেওঁ যোগান ধৰিছে। অকণমান চিদ্ৰ পালেই কটা যাব লাগিব। ক'ৰবাত স্বৰ্গদেৱৰ মন গ'লে বঁটাবাহনো দিব পাৰে। কিন্তু সেই আশা নকৰাই ভাল। কাৰণ পিতৃৰ মৃত্যুত যে খাৰঘৰীয়া ফুকনৰ হাত আছে সেই কথা এতিয়াও স্বৰ্গদেৱৰ মনৰ পৰা মাৰ যোৱা নাই। সকলো ফালৰ পৰাই পৰিপক্ক এইজনা স্বৰ্গদেৱ। যেতিয়াই দেখিলে কনচেং সকলো ফালৰ পৰাই উপযুক্ত, আগলৈ হয়তো বিদ্ৰোহীও হ'ব পাৰে, নগাৰ লগত তাৰ মিতিৰালি, পৰ্বতীয়া জাতি গোটায়ো বিপদ ঘটাব পাৰে, তাতে আয়েকৰ ওপৰত হোৱা অত্যাচাৰৰ জ্বালা আছেই---- গতিকে তাক আনি বৰপাত্ৰ কৰিলে । তেওঁৰ পৰা বিপদ হ'ব পাৰে বুলি তেওঁক বিষয়তে ৰাখিছে। মাত্ৰ তেওঁৰ শান্তি নাই। গ'লজনা ৰজাক হত্যা কৰাৰ পাপে তেওঁক অশান্তি দিয়ে। ৰাজফৈদৰ নিমখ খাইছে যদিও তেওঁৰ ৰজাঘৰৰ প্ৰতি কোনো মমতা নাই। জীয়েকৰ মৃত্যুক তেওঁ এতিয়াও সহজভাবে লব পৰা নাই।

প্ৰকৃততে এইজনা স্বৰ্গদেৱেও অন্যায় কৰিছে বুলি তেওঁৰ ভাব হয়। এই যুদ্ধত প্ৰকৃততে কনচেঙক প্ৰধান সেনাপতি কৰি পঠিয়াব লাগিছিল। সি সকলো ফালৰ পৰাই উপযুক্ত। কিন্তু নিজৰ জোঁৱায়েককহে সেনাপতি পাতিলে। তাৰ মানে কনচেঙৰ ওপৰত এতিয়াও বিশ্বাস ৰাখিব পৰা নাই স্বৰ্গদেৱে। যেনে তেনে এই ফ্ৰাচেঙ্গমুঙক ৰজাৰ লগত অৰি কৰিবই লাগিব। জোঁৱায়েক হ'ল কি হ'ল? কাৰণ যদি ফ্ৰাচেঙ্গমুং বেছি ক্ষমতাশালী হৈ উঠে তেন্তে কনচেং হয়তো ৰজাৰ ওচৰ চাপিব নোৱাৰিব। সি চমুৱা কুঁৱৰীৰ সন্তান। সাধাৰণতে চমুৱা কুঁৱৰীৰ সন্তান কোনো দিনেই ৰজা নহয়। ৰাজমন্ত্ৰীৰ বাব পাইছে সেইয়াই যথেষ্ট। তথাপিও নিয়মতো মানুহেই পাতে মানুহেই ভাঙে। ক্ষমতা হাতলৈ আহিলে নিয়ম পাতিব পৰা যায়। গতিকে কনচেঙৰ সমকক্ষ এতিয়া মাত্ৰ ফ্ৰাচেঙ্গমুংহে। গতিকে যেনে তেনে তাৰ ক্ষমতা হ্ৰাস কৰিবই লাগিব।

নাতিয়েক কনচেঙে কিন্তু এইবোৰ কথা একেবাৰেই ভবা নাছিল। পু-থাওয়ে তাক বিভিন্ন কথা শিকাইছে। ৰজাঘৰৰ প্ৰজাঘৰৰ আদবকাইদা শিকাইছে। শিকাইছে ৰাজনীতি কিন্তু সি সকলো কথাতে স্বৰ্গদেৱৰ অনুগত হৈ থাকিবলৈ বিচাৰে। বিষয়াৰ বাব ল'লেও খাৰঘৰীয়া ফুকন স্বৰ্গদেৱৰ অনুগত নহয়। সকলো ঘটনাকে ওলোটাপাকে চোৱাতো তেওঁৰ স্বভাৱ। ঘটনা চক্ৰত তাৰ আয়েকক নগালৈ দিলে, সেইয়া ভাগ্যৰ ফল। কিন্তু তাৰ বাবে প্ৰাণ দি প্ৰায়শ্চিত্ত কৰি গ'ল তাৰ পিতৃদেৱে। এতিয়া আৰু সেইবোৰ টানি কি লাভ। স্বৰ্গদেৱে তাক বাটৰ পৰা তুলি আনি স্বৰ্গলৈ থ'লে, সি স্বৰ্গদেৱৰ সৎ চিন্তা কৰা উচিত। তাক প্ৰধান সেনাপতিৰ বাব নিদি ফ্ৰাচেঙ্গমুঙক দিলে। তাৰ আপত্তি কৰিব লগা কি আছে সি বুজা নাই। ফ্ৰাচেঙ্গমুং উপযুক্ত। আগতে আইতনীয়া নগাৰ যুদ্ধতো গৈছিল সি। কোনোবা এখন যুদ্ধত সেনাপতি হ'লেই যে সাংঘাটিক কিবা এটা ঘটিব এনে কথা নাই। অৱশ্যে সিও যুদ্ধলৈ যাব পৰা হ'লে তাৰো কিছু অভিজ্ঞতা হ'লহেঁতেন। স্বৰ্গদেৱে অৱশ্যে তাকো সাজু থাকিবলৈ আদেশ দি থৈছে। ৰাজ্যত সাজু থকা পাইকৰ আখৰালৈ সি গৈ আছে। যি কোনো মুহূৰ্ততে সি যাব লগা হ'ব পাৰে যুদ্ধলৈ। য়াই-চাওৰ কিন্তু এইবোৰত কোনো আগ্ৰহ নাই মাত্ৰ তাক লাগি আছে চকলং কৰি এজনী চপাই লববলৈ। সিও চাইছে। হয় এজনী মাইকী মানুহ লাগে। ঘৰখন নহলে ঘৰ যেনেই নালাগে। বৰপাত্ৰ গোঁহাইলৈ ছোৱালীৰ অভাৱ নাই। নগাচাওৰ গাভৰু আনিও সি ৰাখিব পাৰে। কিন্তু এই যুদ্ধখন শেষ হোৱালৈ সি ৰৈ আছে।

পুথাওৰ কথাবোৰ আজিকালি তাৰ ভাল নালাগে। সি যিমানে পাইছে, সেইয়া তাৰ বাবে যথেষ্ট আৰু বেছিকৈ আশা কৰিব নাপায়। কিন্তু পুথাওৰ মতে সি স্বৰ্গদেৱৰ আৰু ওচৰ চাপিব লাগে। স্বৰ্গদেৱৰ কাণত কথা পেলাব পৰা এজন ভাল মানুহক হাতত ৰাখিব লাগে। এইয়াই ৰাজনীতি। কাকো উঠিবলৈ নিদি নিজে উঠিব লাগে। ক্ষমতা সদায় বঢ়াব লাগে। ক্ষমতা আজুৰি আনিব লাগে। সি খাৰঘৰীয়া ফুকনক একো কোৱা নাই, মাত্ৰ তেওঁৰ কথা শুনিছেহে। অৱশ্যে এইটো কথা থিক যে এই বিশাল ৰাজ্যত তাৰ সৎচিন্তা কৰা মানুহ এজনেই। কিন্তু সি কাৰো অস্ত্ৰ হৈ থাকিব নোৱাৰে। লাহে লাহে তেওঁৰ নিৰ্দেশতে স্বৰ্গদেৱৰ অতি কাষৰ টুচু সন্দিকৈৰ ওচৰ চাপিছে। টুচু সন্দিকৈৰ বয়স হৈছে। অভিজ্ঞতাও বহুত। স্বৰ্গদেৱে সকলো কথাতে তেওঁৰ মন্ত্ৰণা লয়। লাহে লাহে টুচু সন্দিকৈৰ ওচৰ চাপিছে তেওঁ। টুচু সন্দিকৈয়েও তেওঁক দুই এটা মন্ত্ৰণা দিবলৈ আৰম্ভ কৰিছে। কনচেঙে শুনিছে যে টুচু সন্দিকৈৰ পৰিয়ালটো বেচ ক্ষমতাশালী পৰিয়াল। যদি সেই পৰিয়ালৰ লগতেই এক বৈবাহিক সম্পৰ্ক কৰিব পাৰে তেতিয়া তেওঁ আৰু ক্ষমতাশালী হ'ব। কিন্তু সকলোতকৈ আগতে চুতীয়াৰ লগত যুদ্ধ। চুতীয়াৰ লগত এবাৰ যুদ্ধত আহোম হাৰি সন্ধি কৰি থৈছে। আহোমৰ স্বৰ্গদেৱ এজনকো চুতীয়াই নাওখেলৰ চলেৰে বধ কৰি থৈছে। গতিকে চুতীয়াও ইমান সহজ নহয়। কি হয় সময়েহে কব। কিন্তু ৰাজনীতিৰ খেলত যেতিয়া সোমাইছে যেনেতেনে এই খেল খেলিবই লাগিব। ❑

# তেত্ৰিশ

যুদ্ধ কৰিবলৈ যোৱাৰ আগতে শত্ৰুৰ বিষয়ে জানিব লাগে। শত্ৰুৰ দোষ-গুণ, দুৰ্বলতা এই সকলোবোৰ নাজানিলে যুদ্ধ কৰিবলৈ গ'লে ঘাটি অহাৰ সম্ভাৱনাই বেছি।

মূলাই বাৰে বাৰে এইষাৰ কথাকেই কৈছিল ফ্ৰাচেঙমুঙক। পিতাক দিহিঙ্গীয়া ৰজাই কোনো শত্ৰুক বশ কৰাৰ আগতে তেওঁৰ দুৰ্বলতা বিচাৰি উলিয়াইছিল। নগাবোৰৰ লগত হোৱা যুদ্ধ, নৰাহঁতৰ সৈতে লগা যুঁজ সকলোতে সেনাপতিহঁতক কৈছিল শত্ৰুৰ দুৰ্বলতা বিচাৰিবলৈ। শত্ৰুৰ শক্তিৰ উমান ল'বলৈ। শত্ৰুক সদায় সবল বুলি ভাবিহে যুদ্ধ কৰা উচিত। দুৰ্বল বুলি ভাবি নহয়।

ফ্ৰাচেংমুঙে মূলাৰ লগত যুদ্ধখনৰ বিষয়ে ভালকৈয়ে আলোচনা কৰিছিল। তেওঁ জানে যে মূলা ৰজাদেৱৰ জীয়াৰী হ'লেও সকলো ফালে পাকৈত। যেনেকৈ ঘোঁৰাত উঠি যুদ্ধ কৰিব পাৰে, তেনেদৰে যুদ্ধৰ কৌশলো তেওঁ বেচ ভালদৰে যুদ্ধৰ কৌশলো তেওঁ বেচ ভালদৰে জানে। ৰজাৰ জীয়ৰী হৈ তেওঁ মাত্ৰ বোৱা কটাকে শিকা নাই। বোৱাৰী হৈ আহিয়েই ঘৰখনৰ গুৰি ধৰিছেহি। কোনখন পথাৰত কোনটো সঁচৰ খেতি হ'ব, কোন ক'লৈ যাব সকলো তাইৰ নিৰ্দেশতে হয়। এতিয়াও গিৰিয়েক যুঁজলৈ যোৱাৰ আদেশ পোৱাৰ লগে লগে তেওঁৰ লগত মন্ত্ৰণা কৰি চুতীয়াৰ শক্তিৰ খবৰ ল'লে। চুতীয়াৰ ধেনুৰ বৰ জোৰ। তাতে ৰজা নীতিপালো বোলে কাঁড় মৰাত বৰ পাকৈত। চোৰাংচোৱাৰ হতুৱাই যুঁজলৈ যোৱাৰ আগতেই চুতীয়াৰ ৰজা নাতিপাল সম্পৰ্কে সকলো তথ্য সংগ্ৰহ কৰিছে মূলাই।

নীতিপালে ৰাজ্য শাসন কৰিবলৈ লোৱা বেছি দিন হোৱা নাই। আগৰজনা ৰজা নীতিপালৰ শহুৰেক। তেওঁৰ বৰ ধুনীয়া এজনী জীয়েক আছিল। সাধনী তাইৰ নাম। সাধনীৰ বাবে উপযুক্ত দৰা পোৱা নাছিল ৰজাই। ইফালে সাধনীৰ বিয়াৰ বয়স পাৰহৈ যাব এতিয়া। ৰজাই এদিন পূৰ্বপুৰুষৰ সমাধিত ঘূৰি ফুৰোতে দেখিলে যে এটা কেৰ্কেটুৱাই সমাধিৰ ওপৰত ঘূৰি ফুৰে। ৰজাই লগে লগেই ঘোষণা কৰিলে যে যিয়ে এই কেৰ্কেটুৱাটো একেপাত কাঁড়তে বধ কৰিব পাৰিব তাৰৈ সাধনীক বিয়া দিব। সেই কথা শুনি অকল চুতীয়া যুৱকেই নহয় অন্য বহুত যুৱক আগবাঢ়ি আহিল। কিন্তু কোনেও সেই কেৰ্কেটুৱাটো মাৰিব নোৱাৰিলে। মাত্ৰ নিতাই বুলি এটা বৰ দুখীয়া ল'ৰা আছিল। যিয়ে একেপাত

কাঁড়তে কেৰ্কেটুৱাটো মাৰি পেলালে। ৰজাই নিতাইলৈকে সাধনীক বিয়া দিলে। কিছুদিনৰ পাছত ৰজাৰ মৃত্যুৰ আগতে নিতাইক নীতিপাল নাম দি ৰজা পাতিলে। সাধাৰণ গৰখীয়া ল'ৰা নিতাই ৰজা হ'ল। কিন্তু নিতাইৰ কোনো শিক্ষা বা ৰাজনৈতিক ভেটি নাছিল। গতিকে নিতায়ে লগৰ সমনীয়া আৰু বংশ পৰিয়ালৰ মানুহক আনি ৰাজ্যৰ বিভিন্ন বিষয়বাব দিলে। ভাগ্যৰ বলত ৰজা হৈ পাছত আকৌ অনভিজ্ঞ এসোপাৰ হাতত ৰাজ্য দিয়া বাবে ৰাজ্যত অৰাজক হ'ল। অৰাজক ৰাজ্যৰ ওপৰত চুবুৰীয়া ৰজাৰ চকু পৰাটো স্বাভাৱিক। আহোম ৰজাৰো চকু আছিল চুতীয়া ৰাজ্যৰ ওপৰত। কিন্তু ঘপকৈ আক্ৰমণ কৰিব নোৱাৰে। কাৰণ আহোমৰ এইটো নীতি নহয়। কোনোবাই আক্ৰমণ কৰিলেহে প্ৰতিআক্ৰমণ কৰে, কিন্তু ৰাজ্য দখল কৰাৰ উদ্দেশ্যে আক্ৰমণ নকৰে।

মুলাই এদিন পিতাকক সুধিছিল ।

ঃ 'প', সীমাতে দেখো চুতীয়া, কছাৰী সকলো আছে ৰাজ্য নামাৰে কিয় ?

হাঁহিছিল দিহিঙ্গীয়া ৰজাই। হাসপানীৰ বাটিত এঢোক মাৰি উত্তৰ দিছিল।

ঃ আমাৰ পূৰ্বপুৰুষ চ্যু-কা-ফা স্বৰ্গদেৱে নিজৰ দেশ এৰি আহি এই দেশ ল'লে। এই দেশে ৰজা আছিল সৰু সৰু ৰজা। সব ৰাজ মাৰি এক ৰাজ কৰিছে। কিন্তু যি ৰজা বলত সমান তাক মাৰি ৰাজ্য লোৱা নাই। সৰু ৰাজ হ'লে আমাৰ ছায়াত থাকে। থাকি ভাল পায়। ডাঙৰ ৰাজ মাৰিলে যুদ্ধ সদায় হ'ব। যুদ্ধ বেছি হ'লে প্ৰজাৰ দুখ হ'ব।

তেতিয়া মূলাই বুজিছিল যে সৰু সৰু দলহৈ থকা ৰজাবোৰক তলতীয়া কৰি ৰাজ্য পাতি এটা জাতি কৰিব খুজিছে স্বৰ্গদেৱসকলে। ৰাজ্য বঢ়োৱাৰ উদ্দেশ্যে অন্যৰ ৰাজ্য মৰা নাই। এতিয়াও চুতীয়া ৰজাই নিজে যুদ্ধ কৰিবলৈ আগবাঢ়ি আহিছে। চুতীয়া জাতি বেচ যুঁজাৰু জাতি। গতিকে গিৰিয়েক যোৱাৰ বাবে বেচ চিন্তাত আছে মূলা। গিৰিয়েকৰ শক্তিৰ ওপৰত তাইৰ বিশ্বাস আছে। তাতে লগত আছে অসংখ্য যুঁজাৰু। সেনাপতিক ঘপকৈ সাধাৰণ পাইকে ধৰিবলৈ সাহস নকৰে। কিন্তু যুদ্ধ ক্ষেত্ৰত মনে মনে আঘাট কৰাৰ বাবে কিছুমান পাইকক বুজাই ৰখা হয়। গুপুতে গুপুতে সিহঁতে সেনাপতি ঘাইল কৰে। আহোম ৰমণীয়ে অৱশ্যে স্বামীক যুদ্ধলৈ পঠিয়াই কেতিয়াও দুঃশ্চিন্তা নকৰে। বীৰ স্বামীয়ে বীৰৰ দৰেই যুদ্ধ কৰে। কিন্তু পৰাজয়ৰ গ্লানি সহ্য কৰা বৰ কঠিন।

নিশাটোৰ ভিতৰতে কবচ কাপোৰ বৈ দিছে মূলাই। আহোমৰ এই কবচ কাপোৰ বেচ জঁয়াৰ। কবচ কাপোৰ পিন্ধি যোৱা যোদ্ধা অতি কমেইহে যুদ্ধত মৃত্যু বৰণ কৰে। কবচ কাপোৰ বওঁতে কৰবাত বিজুতি হ'লে বা নিয়মত নহ'লে স্বামীৰ মৃত্যু হয় বুলি বিশ্বাস কৰে আহোম ৰমণীয়ে।

চাংমাইশালৰ পৰা গৃহডামক পূজা কৰালৈকে স্বামীৰ অনুপস্থিতিত সকলোকে দিহা দিয়াৰপৰা শাহুৱেক শহুৰেকক শুশ্ৰূষা কৰালৈকে সকলো কৰিছে মূলাই তথাপি মন প্ৰতি মুহূৰ্ততে স্বামীৰ কাষত। পৰা হ'লে স্বামীৰ সৈতে যুঁজলৈকে গ'লহেঁতেন। কিন্তু

সেইয়া অসম্ভৱ। মাত্র তাই চোমদেউক প্ৰাৰ্থনাহে কৰিব পাৰে। হঠাৎ পদূলিমূৰত ঘোঁৰাৰ খুৰাৰ শব্দ আৰু ঘোঁৰাৰ চিঞৰ কাণত পৰিল। মূলাই দেখিলে কোনোবা পাইকে কিবা বাৰ্তালৈ আহিছে। তাই লগে লগে দৌৰি ওলাই যাবলৈ গৈ ৰৈ গ'ল। তাই সেনাপতিৰ ভাৰ্য্যা। ইমান চঞ্চল হ'লে নহয়। এঘৰৰ বোৱাৰী। তাই জানে এইয়া যুদ্ধৰ বতৰা লৈ অহা পাইক। ৰজাঘৰত বাৰ্তা দি তাইক বাৰ্তা দিবলৈ আহিছে। তাই মনটো উদগ্ৰিৱ হৈ পৰিল। কি-বা বাৰ্তা আনিছে?

তাই লাহে লাহে চ'ৰাঘৰৰ ফালে আগবাঢ়ি গ'ল।

# চৌত্ৰিশ

ফ্ৰাচেঙ্গমুং বৰগোঁহায়ে সৈন্যবোৰ দুদলত ভাগ কৰি এদল নাৱেৰে নিজে লৈ উজাই গ'ল আৰু অন্য দলটোক খুনলুঙ্গখামপেঙ্গ বুঢ়াগোঁহাইৰ অধীনত বামেৰে পঠিয়ালে। বামৰ সৈন্য পোৱাৰ আগতেই ফ্ৰাচেঙ্গমুং গৈ পাই সৈন্য লৈ চুতীয়াৰ গড়ৰ নাতিদূৰত বাহৰ পাতি আলেখলেখ চাবলৈ ধৰিলে। লগে লগে আহোমৰ চোৰাংচোৱাই সকলো খবৰ জনালেহি। চুতীয়াবোৰৰ চুতীয়া ধনু বৰ কামত অহা। সেই ধনুৰ কাঁড় বহুত দূৰলৈকে যায়। গড়ত সোমাই আক্ৰমণ কৰা টান। কিন্তু বৰটোপেৰে আক্ৰমণ কৰিব পাৰিলে চুতীয়া হুতি যাব বুলি ভাব হয়। কাৰণ সিহঁতৰ গড় ক্ষণেকতে বন্ধা। পচলাৰ গড় ভাঙিবৰ সহজ কিন্তু সিহঁতৰ কাঁড়ীবোৰ বৰ পাকৈত। গতিকে দূৰৰ পৰা আক্ৰমণ কৰিলে আমাৰ ক্ষতি অধিক হ'ব।

ইফালে চুতীয়ায়ো আহোম সৈন্য দেখি ৰণত ধৰো ধৰোকৈ আছিল। সেনাপতিয়ে দুদিনমান দেৰি কৰি থকাৰ অৰ্থ হ'ল বামেদি যোৱা সৈন্যখিনি তেওঁৰ কাষ পোৱাৰ বাবে ৰৈ থকা। ইফালে নাৱেৰে যোৱা সৈন্য কম যেন দেখি চুতীয়া সেনাপতিয়ে আহোম সেনা ধৰো ধৰো কৈ আছিল। দুদিনৰ দিনা সন্ধিয়া আহোমৰ সেনাই আহি সেনাপতিৰ পৰা অলপ আঁতৰত বাহৰ পাতিলেহি। ফ্ৰাচেঙ্গমুং বৰগোঁহাই আৰু খুনলুঙ্গখাপেঙ্গ বুঢ়াগোঁহায়ে আলচ কৰি নিশাৰ ভাগতে চুতীয়াৰ দুৰ্গ আক্ৰমণ কৰাৰ ঠিক কৰিলে। ৰাতি আক্ৰমণ কৰিবলৈ হাতী বা ঘোঁৰাৰে নহয় পদাতিক সৈন্যৰেই আক্ৰমণ চলাব লাগে। সিহঁতৰ দুৰ্গ অবৰোধ কৰিও ৰাখিব নোৱাৰি কাৰণ তেতিয়া যুদ্ধ দীঘলীয়া হোৱাৰ সম্ভাৱনা।

মাজ নিশা প্ৰায় একহাজাৰ মান বচা বচা পাইক লৈ আক্ৰমণৰ বাবে সাজু হ'ল। দিনত আক্ৰমণ কৰিলে কাঁড়েৰে চুতীয়াই বাধা দিবলৈ সহজ পালেহেঁতেন। কিন্তু ৰাতি হোৱা বাবে সিহঁতে তৎ ধৰিব পৰাৰ আগতেই গড়ৰ ওপৰেৰে উঠি চুতীয়া সৈন্যক আক্ৰমণ কৰি সিহঁতৰ তামিঘৰাবোৰৰ কিছুমানত জুই লগাই দিলে। কামান দাগিবলৈ সময়েই নাপালে চুতীয়া সৈন্যই। গড়টো অস্থায়ীভাৱে সাজি তাত অলপ সৈন্যহে ৰাখিছিল সেনাপতি কাঁচিতৰাই। প্ৰথম আক্ৰমণটো বাধা দিব পৰাকৈ কামান আৰু বৰধনু লৈ থকা সৈন্যহে তাত আছিল। ৰজা নীতিপাল সহিত সেনাপতি, ডাঙৰ খাৰৈ খান্দি তাৰ পাছতহে বাহৰ পাতি আছিল। ফ্ৰাচেঙ্গমুং বৰগোঁহাইয়ে লগৰ সৈন্যৰ সৈতে গড় ভাঙি চুতীয়া সৈন্যক কচু

কটা দিলে আৰু তিনিটা কামান সহ চুতীয়াৰ বহুত ধনু লৈ আকৌ নিজৰ বাহৰলৈ ঘূৰি আহিল। গড়ৰ ভিতৰৰ ঘৰ পুৰি শেষ কৰিলে। অৱশ্যে নিজৰো কিছু সৈন্য হানি হ'ল যদিও সেইয়া সামান্য বুলি ধৰিলে। জুই দেখি খাৱৈৰ ইপাৰে চুতীয়া সৈন্যই কামান দাগিলে, কিন্তু তাৰ বাৰুদে একো অপকাৰ কৰিব নোৱাৰিলে। কাৰণ গোলাবোৰ আহোমৰ বাহৰো ঢুকি নেপালে আৰু চুতীয়াৰ গড়ো পাৰহৈ আহিল। চুতীয়াৰ গড় মাৰি সেনাপতিয়ে ৰাতিয়েই আকৌ বাহৰলৈ উভটি আহিল। চুতীয়াই আকৌ গড় অধিকাৰ কৰিবলৈ সাহস নকৰিলে।

সেনাপতিয়ে খাৱৈ পাৰহৈ চুতীয়াক ধৰিবলৈ সকলো কথা পাং পাতোতেই আকৌ দুদিন গ'ল। খাৱৈ পাৰ হৈ হাতীৰে ধৰা বিপদ। ঘোঁৰা পাৰ কৰোৱাও বিপদ। গতিকে পদাতিক লৈয়েই আক্ৰমণ কৰাৰ বাবে নিবন্ধ কৰিলে। তাকে চুতীয়াৰ কামানৰ পৰা হাত সাৰি কাঁড়ৰ পৰা সৈন্যক ৰক্ষা কৰিহে আক্ৰমণ কৰিব লাগিব। এনেবোৰ প্ৰবন্ধ কৰি থাকোতেই চোৰাংচোৱাই খবৰ দিলে বোলে চুতীয়াই আহোমৰ ভয়ত নৈৰে ভাগিল। সকলো কথা স্বৰ্গদেৱক জনালত স্বৰ্গদেৱে চুতীয়াক খেদি ধৰিবলৈ আদেশ কৰিলে আৰু স্বৰ্গদেৱে নিজেঁও বাকী সৈন্য লৈ আগবাঢ়িবলৈ প্ৰবন্ধ কৰিলে। স্বৰ্গদেৱৰ কথাত বল পাই সেনাপতি ফ্ৰাচেঙ্গমুঙে দিহিংমুখলৈ চুতীয়াক খেদি গ'ল। দিহিংমুখত চুতীয়াৰ সৈন্যৰ লগত যুঁজ লাগিল। চুতীয়াৰ বিস্তৰ সৈন্য মৰিল। আমাৰো পালি সেনাপতি এওমূঙ ৰণত পৰিল। চুতীয়াৰ ৰজাই সেনাপতিসহ বাকী সৈন্যৰ সৈতে নৈৰে পলাল। আমাৰ সৈন্যই চুতীয়াৰ গোধা মানুহ এটা আৰু নাও এখন পালে।

ইতিমধ্যে স্বৰ্গদেৱে কেইহাজাৰমান সৈন্য লৈ আগবাঢ়ি আহি চেৰুৱাকটাতে বাহৰ কৰি আছিলহি। গোধা মানুহটো সেনাপতিৰ আদেশত স্বৰ্গদেৱক যোগালেহি। স্বৰ্গদেৱে গোধা মানুহটোক বাৰ্তা সুধিলে।

ঃ বোলো যদি কটা যাব নালাগে সজে সজে ক' তহঁতৰ চুতীয়া ক'ত আছে?

সি বোলে কান্দি-কাটি কয় "ডিবুৰুত আছে"। স্বৰ্গদেৱৰ আদেশত ফ্ৰাচেঙ্গমুং বৰগোঁহাইয়ে সৈন্য সহিত ডিবুৰুলৈ আগবাঢ়িল। স্বৰ্গদেৱে বাকী সৈন্য লৈ চেচাঁমুখত ৰ'লগৈ। স্বৰ্গদেৱৰ আদেশত সেনাপতিয়ে ডিবুৰুত গড় মাৰি গজগজীয়া হৈ বহিল। চুতীয়াই গড়মৰা দেখি লাউপাৰালৈ উজাই গ'ল। তাৰ পৰা আহি খাবানজাউ নামৰ পালি সেনাপতিৰে চুতীয়াই আহি গড় আক্ৰমণ কৰিলেহি। তুমুল যুদ্ধ চলিল। চেগাচোৰোকাকৈ যুদ্ধ চলি থাকোতেই ৰজাদেৱে বাকীসৈন্য লৈ ডিবুৰু পালেহি। এইবাৰ চুতীয়া শদিয়ালৈ ভাগিল। ফ্ৰাচেঙ্গমুং আৰু কিংলুঙ্গয়ে চুতীয়াক শদিয়ালৈ খেদি গ'ল। তেতিয়া চুতীয়া সেনাপতি আৰু ৰজাই প্ৰবন্ধ কৰি কটকী পঠিয়ালে।

কটকীয়ে ফ্ৰাচেঙ্গমুঙলৈ সোণৰ হাৰ দুগছ, পাটি দুখন আৰু কিংলুঙ্গলৈ কঁৰিয়া এযোৰ পাটি দুখন দি কলে– বোলে "আমি বৰিলো"। সিবোৰ তাতে থাকক আমাক আৰু খেদাকোৰা নকৰক। আমি বছৰি স্বৰ্গদেৱলৈ কৰভাৰ দি থাকিম।" সেই কথা সিবোৰে আমাৰ স্বৰ্গদেৱলৈ জনাই পঠালে। স্বৰ্গদেৱে লখৌ পাচনিত দি কোৱালে বোলে "তাৰ যি

সোণৰ ৰূপৰ দণ্ড, খাট, মেকুৰী, হাতী, মাইহাং, ভোগজৰা আছে, ৰূপৰখিনি ৰাখি সোণৰখিনি দিলে আমি ক্ষমা খাম। আৰু তাৰ বৰকুঁৱৰী সহিতে মাখুণ্ডী হাতী আৰু দহটা হাতী দিযকহি।"

লখৌ পাচনিক দি কোৱালে--

ঃ ভাল স্বৰ্গদেৱ, বৰকুঁৱৰীকো, মাপুন্দীহাতীকো আৰু যি দহটা হাতী খুজিছে তাকো দিম। সোণৰ দ্ৰব্য খাই আদি যে দ্ৰব্য খুজিছে, সিবোৰ মোৰ বোপা ককাৰ কালৰ সৰ্ব্বস্ব তাক মই দিব নোৱাৰো। নকৈ গঢ়াই দিব পাৰো, মোক যদি এমাহমানলৈ সময দিয়ে।

নিজৰ কটকিৰ হাতত স্বৰ্গদেৱলৈ সোণৰ চিকন জাপি এটা, সোণৰ খাৰু এযোৰ, সোণোৱালী পাইজাৰ এয়োৰ, হাতী দুটা, পাটি দুখন আৰু কি লুঙ্গলৈ সোণৰ খাৰু এযোৰ, ঘোঁৰা দুটা দি পঠালে। খাৰু নৰাকাপোৰ এনে বস্তু ডাঙৰীয়াসকলেও দিলে। কিন্তু বুঢ়াগোঁহাইলৈ যি নৰাকোপোৰ দিলে তাৰে ভিতৰত ৰণক মানে চুৰি কটাৰি এখন ওলাল। পাছে বুঢ়াগোঁহাযে ৰজাক সেই কথা জনালত ৰজাদেৱে সকলোৰে লগত আলচ কৰিলে।

ঃ চুতীযাই আমাক ধৰিবহে খোজ, এনেহেন মন কৰিযে নৰাকাপোৰৰ মাজত কটাৰি দিলে।

ৰজাদেৱে থাওমুনাংচুক, চাওচিন, কিংলুঙ্গ, থাওমুংচুংঙ্গ থাওমুন্‌কেখন্ আৰু চাওচিকৰ এই ছযেৰে আলচ কৰি নিজে কলা ঘোঁৰাত উঠি এইসকলক লৈ চুতীযাৰ ৰাজ্যলৈ বাম বাটেৰে আগবাঢ়িল।

ইফালৰ পৰা ফ্ৰাংচেংঙ্গমুঙে সৈন্য লৈ আগবাঢ়ি গ'ল। পাছে চুতীযা ৰজা ভাগিল। চাওচিক্‌ৰঙ্গে পাছে পাছে খেদি গ'ল। চুতীযা ৰজা ৰঙ্গাখঙ্গাচল পৰ্ব্বতত উঠিলগৈ। আমাৰ ৰজাদেও তাৰ নগৰৰ সন্নিবাটত থাকিল। ফ্ৰাংচেঙ্গমুঙে বৰাবুৰুক লৈ চুতীযাক পৰ্ব্বততে ধৰিলেগৈ। চুতীযাৰ মানুহ বিস্তৰ ৰণত পৰিল। চুতীযাৰ ৰজা চন্দ্ৰগিৰি পৰ্ব্বতত উঠিলগৈ। আহোমৰ সৈন্য তাত উঠিব খোজাত চুতীযাই বহুতক কাটিলে। আহোম পিছুৱাই আহিল। চুতীযাই প্ৰচেঙ্গৰেখ বৰুৱাক ধৰি নিলে।

স্বৰ্গদেৱে বিষম পালে। লগে লগে ফ্ৰাংচেঙ্গমুঙৰ লগত আলচ কৰি সৈন্যবোৰক তিনিভাগ কৰি দুভাগক দীঘলবাটেৰে আৰু এভাগক চুটি বাটেৰে পঠালে। সিবিলাক যোৱাৰ পাছত চুচেঙ্গ শইকীযাই গছৰ ওপৰত উঠি দেখে যে চুতীযাৰ মানুহ তাকৰ। লগে লগে এটা দলক বিহু মাৰিবলৈ লগাই দিলে। আহোম সৈন্যই বিহুমৰা শুনি চুতীয়া ৰজাই পৰ্ব্বতৰ ওপৰৰ চাই আচৰিত হ'ল আৰু আহোম যুঁজত জিকিহে এনে কৰিছে বুলি ভাবিলে। চুতীয়াই চিন্তা চৰ্চা কৰি থাকোতেই ডেৰকুৰি মানুহ লৈ ফ্ৰাচেঙ্গমুং পৰ্ব্বতত উঠিলগৈ। তাৰে বৰদুৱাৰত যুদ্ধ হ'ল। আহোমৰ মানুহ গোটাচেৰেক চুতীযাই বধিলে। এনেতে জংমুখং হাতীবৰুৱাই বহুত চুতীযাক খুচি বগৰাই দিলে। চুতীযা ৰজাৰ পুতেককো কাটিলে। কুঁৱৰী কেতবোৰক কাটিলে, কেতবোৰক আনিলে। চুৰেঙ্গ কোঁৱৰে চুতীয়া ৰজাক কাড মাৰি মাৰিলে। সেনাপতি কাচিতৰাক খেদি গ'ল ফ্ৰাচেঙ্গমুঙে। তাৰ পাছত ৰজাৰে সেনাপতিৰে মুৰ দুটা লৈ স্বৰ্গদেৱক ভেটিলেহি।

ৰাণী সাধনীয়ে আহোমৰ হাতত পৰাতকৈ মৰাই ভাল বুলি পৰ্ব্বতৰ টিঙৰ পৰা তললৈ জাপ দি মৰিল। ৰজাদেৱে বাৰ্তা পায় চুতীয়াৰ নগৰ চাবলৈ গ'ল। তাত পোৱা বস্তু দিহিংয়েদি ভটিয়াই নগৰলৈ পঠিয়ালে। হাতী ৩০ টা, সোণৰ মেকুৰী, সোণৰ খাট, আৰোৱান, পিকদান, সোণৰ ভোগজৰা আদি কুবেৰ দত্ত সম্পত্তি লৈ আনিবলৈ আদেশ কৰিলে। বাকী গৰু মহ, কেঁকোৰাদোলা, মাইহাঙ. আৰোৱান আদি ডাঙৰীয়াসকলক ভাগ কৰি দিলে। কুঁৱৰী কেইজনীকো ভাগে ভাগে দিলে।

চুতীয়া ৰজা মাৰি বীৰদৰ্পে ঘূৰি অহা ফ্ৰাচেঙ্গমুঙক পায় মূলাৰ মন আনন্দৰে নধৰা হ'ল। ❑

# পয়ত্ৰিশ

খাৰঘৰীয়া ফুকনৰ পৰা মন্ত্ৰণা লৈছে যদিও কনচেঙে নিজেই কিছুমান সিদ্ধান্ত লয়। প্ৰথমতে তেওঁ ৰজাৰ ফৈদৰ বা ৰাজসভাৰ সকলোকে আপোন বুলি ভাবিছিল। কিন্তু তেওঁ মন কৰিছে যে শিহু ওলোৱাদি ওলাই বৰপাত্ৰ গোঁহাই হোৱাৰ বাবে তেওঁ বহুতৰে ঈৰ্ষাৰ পাত্ৰ হৈছে। আনকি অন্য দুই মন্ত্ৰী বৰগোঁহাই আৰু বুঢ়াগোঁহায়েও তেওঁক সহজ ভাৱে লব পৰা নাই। তেওঁলোকেও বিচৰা নাছিল যে আৰু এজন মন্ত্ৰী হওক। কিন্তু তেওঁ ইয়াৰ মাজতে নিজৰ অস্তিত্ব প্ৰমাণ কৰি থাকিব লাগিব। যেনে তেনে নিজৰ ক্ষমতাৰ বলত মন্ত্ৰীত্ব বজাই ৰাখিব লাগিব। এতিয়া তেওঁৰ দললৈ মানুহ আনিব লাগিব। ইয়াত তেওঁ দেখিছে যে ৰজাদেৱক আঁৰ কৰি সকলোৰে একোটা একোটা দল আছে। নিজৰ নিজৰ ফুকন ৰাজখোৱা আছে। সকলোৱে মিলি আলচ মন্ত্ৰণা কৰে। ইয়াত অকলশৰে থকা বিপদ। যি কোনো এটা ৰাজসিদ্ধান্ত লওতে মানুহবোৰে নিজৰ ফৈদ বা দললৈহে টানে। গতিকে ইয়াত থাকিলে দল গঢ়িবই লাগিব। ৰাজনীতি এনেকুৱাই। স্বৰ্গদেৱক পৰামৰ্শ দিওতেও এনেদৰেই সকলো দিশ চাই পৰামৰ্শ দিব লাগে। কিন্তু সি নগাৰ চাঙত থাকোতে এই কুটিল ৰাজনীতি শিকা নাছিল। তাত সকলোবোৰ সহজ, সৰল। তাত পাক নাই। কিন্তু ইয়াত আছে। কেনেকৈ নিজৰ দলৰ মানুহক ৰজাদেৱৰ বিষয়বাব দিব পাৰি, ক'ত কেনেকৈ খাটপাম ল'ব পাৰি কেনেকৈ ইজনতকৈ ক্ষমতাশালী আৰু ধনী হ'ব পাৰি ইয়াৰেই প্ৰতিযোগিতা। কেনেকৈ স্বৰ্গদেৱৰ অতি বিশ্বাসী হ'ব পাৰি। কাক স্বৰ্গদেৱৰ লগত সম্পৰ্ক বেয়া কৰিব পাৰি, মাত্ৰ এই ৰাজনীতি।

পুথায়েক খাৰঘৰীয়া ফুকনে তাক কৈ আছে, কোনোবা ক্ষমতাশালী এঘৰৰ ছোৱালী এজনী বিয়া কৰাই আনিব লাগে। তেতিয়া তেওঁ সেই মানুহঘৰ তাৰ ফলীয়া হৈ থাকিব। সি ৰজাদেৱৰ ফৈদৰ মানুহ গতিকে ৰজাঘৰৰ মানুহক বিয়া কৰাব নোৱাৰে। বহুত চিন্তা চৰ্চাৰ পাছত সি টুচু সন্দিকৈৰ নাতিয়েকক বিয়া কৰোৱাৰ বাবে ঠিক কৰিলে। স্বৰ্গদেৱৰ সাতঘৰীয়া আহোমৰ এঘৰ সন্দিকৈৰ ঘৰ। তাতে তেওঁলোকৰ ফৈদৰ মানুহে ৰজাঘৰৰ বিষয় খাইছে। এনেয়েও ফৈদটোৰ সন্মান আছে। ৰজাঘৰত কিবা এটা কথা ক'লে ৰজে। গতিকে এনে এক ফৈদৰ ছোৱালী আনিলে তাৰ স্থান বেচ গজগজীয়া হ'ব। ছোৱালী অনা নিয়া কথা চলি থকাৰ মাজতে চুতীয়া ৰাজ্য জয় কৰি স্বৰ্গদেৱ সেনাপতি সৈন্য সহিত

ৰাজধানীলৈ ঘূৰি আহিল। তাৰ যোগেদিয়েই টুচু সন্দিকৈও লাহে লাহে খাৰঘৰীয়া ফুকনৰ ওচৰ চাপি আহিছে। দুয়োৰে লক্ষ্য একেটাই কনচেঙক যেনে তেনে আহোম ৰাজ্যৰ ক্ষমতাশালী মন্ত্ৰী হিচাবে প্ৰতিষ্ঠা কৰা। অকল মন্ত্ৰী হ'লেই নহয় ৰজাদেৱৰ সোঁহাত স্বৰূপ হ'ব লাগিব। একেখন হাবিতে কেইবাটাও বাঘ নাথাকে। কোনো প্ৰতিদ্বন্দীকে তেওঁ শক্তিশালী হ'বলৈ দিব নোৱাৰে। পুথায়েক আৰু সন্দিকৈৰ মতে তেওঁৰ প্ৰধান প্ৰতিদ্বন্দী হ'ব পাৰে ৰজাৰ জোঁৱায়েক ফ্ৰাচেঙ্গমুং। তেওঁ চমুৱা কুৱৰীৰ হে পুতেক। কিন্তু ফ্ৰাচেঙ্গমুং হ'ল ৰজাৰ নিজা কুঁৱৰীৰ জোঁৱায়েক। গতিকে জোঁৱায়েক ৰজাৰ ওচৰ চপাতো স্বাভাৱিক। তাতে চুতীয়া ৰাজ্য মাৰি ফ্ৰাচেঙ্গমুঙে ৰজাদেৱৰ মনত সন্তোষ লগাইছে। কিবা এটা বিষয় দি যে স্বৰ্গদেৱে তাক গজগজীয়া কৰিব সেই কথা ঠিক।

কিন্তু তাক যাতে ৰাজধানীত নথৈ অন্য ক'ৰবাতহে থিতাপি দিয়ে তাৰ বাবে মন্ত্ৰণা দিবলৈ কনচেঙক শিকাই দিছে পুথায়েকে। প্ৰশংসা কৰি তাক যেনেতেনে উপযুক্ত বুলি ৰাজধানীৰ পৰা আঁতৰাব লাগে। ৰাজধানীৰ পৰা আঁতৰি থাকিলে ৰজাদেৱৰ মনৰ পৰাও সি আঁতৰি থাকিব। কি উপায়েৰে তাক আঁতৰ কৰা হ'ব সেই মন্ত্ৰণা কৰিয়েই আলোচনা কৰি আছে তিনিও। টুচু সন্দিকৈয়ে স্বৰ্গদেৱক ভিতৰুৱাকৈ ক'ব লগাখিনি ক'ব। বাকী ৰাজসভাত বৰপাত্ৰই মাত মাতিব। সকলো ব্যৱস্থা হ'ল।

স্বৰ্গদেৱৰ মনত আনন্দ। চুতীয়া ৰাজ্য স্বৰ্গদেৱৰ ৰাজ্যত চামিল হ'ল। বহুত দিনৰ আশা আছিল স্বৰ্গদেৱৰ চুতীয়া ৰাজ্য চামিল কৰাৰ। স্বৰ্গদেৱে একেলগে থাকিলে আকৌ চুতীয়াবোৰে মূৰ দাঙি উঠিব পাৰে বুলি চুতীয়া ৰাজ্যৰ পৰা মানুহ তুলি আনি আহোম ৰাজ্যৰ মাজে মাজে পাতিলে আৰু আহোমৰ মানুহ নি চুতীয়া ৰাজ্যত থাপিলে। চুতীয়া ৰজাৰ সৰু পুত্ৰক শিশু বুলি বধ নকৰি বাৰঘৰ মানুহ দি পৰ্বতৰ বাহিৰ কৰি ৰৌতাৰ পশ্চিম পাৰ ধনশিৰিৰ পূব পাৰে কবিৰ আলিৰ দক্ষিণ আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চৌহদ কৰি খুঁটা মাৰি তাম্ৰপত্ৰ কৰি দি কৰতলীয়া কৰি থলে। ৰজা আৰু মন্ত্ৰীৰ মূৰ দুটা চৰাইদেউৰ সমীপত দেওঘৰৰ দুৱাৰমুখত পোতা হয়। তাৰ ওপৰেৰে খোজকাঢ়ি যাতে ৰজাসকল দেওঘৰলৈ যাব পাৰে।

স্বৰ্গদেৱে বৰচ'ৰাত ঘোষণা কৰিলে।

ঃ এই ৰাজ্যখন যে মৰা হ'ল নাখালে কি হ'ব ? ইয়াক খাবহে লাগে।

স্বৰ্গদেৱে শদিয়াখোৱা গোঁহাইৰ বাব এটা সৃষ্টি কৰি তিনিহাজাৰ মানুহসহ হাতী-ঘোঁৰা দি ফ্ৰাচেঙ্গমুঙ বৰগোঁহাইক শদিয়াখোৱা গোঁহাই পাতিলে আৰু শদিয়াকে ধৰি চুতীয়াৰ পৰা পোৱা ডিবুৰুলৈকে সেইখণ্ড শাসন কৰিবলৈ দিলে। ফ্ৰাচেঙ্গমুঙে আনন্দ পালে। যুদ্ধৰ বাবে স্বৰ্গদেৱে বঁটা দিলে বুলিও বুজিলে। ইফালে ফ্ৰাচেঙ্গমুঙৰ ৰাজধানীৰ আঁতৰ কৰিবলৈ পাই মনে মনে আনন্দিত হ'ল কনচেঙ্গ বৰপাত্ৰ গোঁহাই। লাহে লাহে ৰজাৰ আপোন হোৱাৰ চেষ্টা কৰিলে বৰপাত্ৰই। ❑

# ছয়ত্ৰিশ

ঃ ৰজা হোৱা সহজ, ৰাজ্য চলোৱাহে টান বঙহৰদেউ।

মূলা গাভৰুৰ কথাত শদিয়াখোৱা গোঁহাইয়ে ঘৈণীয়েক মূলাৰ মুখলৈ চালে। হয়, চুতীয়াক যুঁজত মাৰি স্বৰ্গদেউৰ পৰা এই বাবটো পালে। এইটো বৰ ডাঙৰ পদবী। কাৰণ তিনিজন গোঁহাইৰ পাছতে শদিয়াখোৱা গোঁহাই। চুতীয়াক মাৰি এই ৰাজ্য জয় কৰিছে স্বৰ্গদেৱে। আহোম ৰাজ্য বহলাই শদিয়ালৈকে পাতিছে। এতিয়া ডিবুৰুলৈকে সেই খণ্ডৰ শাসনভাৰ ফ্ৰাচেঙ্গমুঙৰ ওপৰত। কিন্তু ৰাজধানীৰ পৰা দূৰত কাৰো পৰামৰ্শ নোলোৱাকৈ ৰাজ্য শাসন কৰা ইমান সহজ নহয়। একমাত্ৰ তেওঁ আলোচনা কৰিব পাৰে মূলাৰ লগত। তেওঁৰ ভাগ্য ভাল যে মূলাই অকল ঘৰৰ ঘৈণীয়ে নহয়, ৰাজ্যৰ ৰাজনীতি বুজি পায় তাই। পিতাক ৰজাদেৱৰ লগত বিভিন্ন আলোচনাত ভাগ লৈ তাই পাকৈত হৈ পৰিছিল। এই খণ্ডৰ একপ্ৰকাৰ ৰজাই ফ্ৰাচেঙ্গমুঙ । কাৰণ স্বৰ্গদেৱক বছৰি সোধাব লগা কৰকাল শোধোৱাৰ বাহিৰে অন্য একো কৰিব লগা হোৱা নাই। তাকো স্বৰ্গদেৱে জোঁৱায়েকৰ পৰা বিশেষ আশা নকৰে। নিয়ম মানিহে ৰাজভঁড়ালৈ কৰকাটল দিব লাগে। ম'ৎ শ'তৰুৰ মাজত ৰাজ্য ৰক্ষা কৰি থাকিলে হ'ল। এফালে চুতীয়া ৰাজ্য যেতিয়া তাত চুতীয়াৰ প্ৰজা আছেই। কিন্তু স্বৰ্গদেৱৰ লগত দিয়া তিনিহাজাৰ মানুহেৰে তেওঁ ইয়াত ৰাজ্য পাতিছেহি। বৰুৱা-শইকীয়া আদি কৰি বিষয় খোৱা মানুহো দিছে স্বৰ্গদেৱে। কমখন কষ্টৰে আজি অত দিনে ৰাজ্য পতা নাই তেওঁ। প্ৰথম নতুন মাটি ভাঙি খেতিখোলা কৰিবলৈ পাইকক মাটি দিয়াৰ লগতে যুদ্ধ কৰিবৰ বাবে পাইকক যুঁজ শিকোৱাৰ বাহিৰেও কাঁড়-ধনু সজাৰ পৰা হেঙদাঙ হিলৈলৈকে সজাব লগা হৈছে। কাৰণ কোন মুহূৰ্তত চুতীয়াবোৰ আকৌ মূৰ দাঙি উঠে তাৰ কি ঠিক আছে? তাতোকৈ ডাঙৰ কথা হৈছে চাৰিওফালে পৰ্বতত থকা মানুহবোৰ। আবৰ, ডফলা, চিংফৌ, মিচিমি আদি মানুহেৰে চাৰিওফালে ভৰা। এই মানুহবোৰৰ ভিতৰত আবৰবোৰ বৰ উদণ্ড। ছিংফৌ আৰু ডফলাবোৰওে মাজে মাজে নামি আহি গাঁওবোৰত লুট-পাট কৰে। গতিকে শাসনভাৰ লৈয়ে ফ্ৰাচেঙ্গমুঙে প্ৰথমে লগত নিয়া অসমৰ মানুহবোৰক মাজে মাজে বহুৱালে। শদিয়াৰ সীমাত গড় বান্ধিলে আৰু চুতীয়াৰো কিছু মানুহক নিজৰ তলতে বিভিন্ন কামত লগালে। চুতীয়া ৰাজ্যৰ মানুহক বিষয় নিদিলে আগলৈ সিহঁতে একগোট হৈ বিদ্ৰোহ কৰাৰ আশংকাতহে এনেদৰে মিলি

থাকিবলৈ ল'লে। তাৰ বাহিৰেও পাইকৰ হতুৱাই অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰাই কিছু টনকিয়ালকৈ অস্ত্ৰ ভাণ্ডাৰ কৰিলে। মুঠ কথা শদিয়া নগৰখন থান-থিত লগাই একেবাৰে শাসনৰ বাবে উপযুক্ত কৰি পেলালে। মাজে মাজে স্বৰ্গদেৱকো এই বিষয়ে অৱগত কৰাই থাকিল। তথাপিও বিভিন্ন সমস্যাৰ অন্ত নাই। স্বৰ্গদেৱৰ ৰাজ্যত বিচাৰৰ ব্যৱস্থা নিয়মমতে কৰিব লগা হৈছিল। যদিও শদিয়াখোৱা গোঁহাই হিচাবে তেওঁ প্ৰাণদণ্ডৰ বাহিৰে অন্য সকলো দণ্ড দিব পাৰিছিল, তথাপি তেওঁৰ লগত অহাবোৰৰ ক্ষেত্ৰত বৰ কঠোৰ হ'ব পৰা নাছিল। কাৰণ তেওঁৰ শক্তি আছিল একমাত্ৰ লগত অহাবোৰ। কিন্তু তেওঁৰ লগত অহা আহোম মানুহখিনিৰ সততে আগৰ চুতীয়া ৰাজ্যৰ মানুহৰ লগত বিবাদ হৈছিল। জয় কৰি পোৱা ৰাজ্যৰ প্ৰজা বুলি লগত অহা সকলে সিহঁতক বিভিন্ন কামত তলতীয়া কৰি ৰাখিব বিচাৰিছিল যদিও, তাৰ মানুহে সেইটো মানিবলৈ টান পাইছিল। এনেবোৰ গোচৰৰ মীমাংসা কৰিবৰ বাবে তেওঁ ব্যস্ত হ'ব লগা হৈছিল। ইফালে প্ৰায়ে পৰ্বতীয়া মানুহ আহি ভৈয়ামৰ পৰা লুট পাট কৰাৰ উপৰিও মানুহ ধৰি নিছিল। এই কথাতে প্ৰায় পাইক পঠিয়াই যুদ্ধ দিব লগা হৈছিল। দুই এক পৰ্বতীয়া জাতিৰ মানুহক তেওঁ ধৰিও আনিছিল। বিচাৰো কৰিছিল কিন্তু উপযুক্ত শাস্তি দিব পৰা নাছিল। কেৱল মাত্ৰ স্বৰ্গদেৱেহে দোষীক বিচাৰ কৰি প্ৰাণদণ্ড দিব পাৰিছিল। পাত্ৰমন্ত্ৰী তিনিজনেহে দোষীক ধুমেৰে খুন্দি বা পানীত ডুবাই মাৰিব পাৰিছিল। কিন্তু শদিয়া গোঁহাই হিচাবে তেওঁ ঢকা- কোব, গটা-গৰাল, নাক-কাণ কটা বা আঠুৰ ঘিলা কঢ়া দণ্ডহে দিব পাৰিছিল। অৱশ্যে অসমৰ সীমালৈ আহি লুট-পাট কৰা জাতিক স্বৰ্গদেৱৰ আদেশ নোহোৱাকৈয়ে তেওঁ মাজে মাজে মৃত্যু দণ্ড দিছিল। কাৰণ কঠোৰ হাতেৰে পৰ্বতীয়া জাতিবোৰক দমন কৰাৰ প্ৰয়োজন আছিল। এই এশ এবুৰি সমস্যাৰ মাজত ককবকাই থাকিলেই তেওঁক মূলাই এনেদৰে সান্ত্বনা দিয়ে, বুধি বাধা দিয়ে।

হঠাৎ এইবোৰৰ মাজতে এদিন স্বৰ্গদেৱে কটকী পঠিয়াই তেওঁক মাতি পঠিয়ালে। কটকীক শদিয়াখোৱা গোঁহাইয়ে সকলো বুজাই ক'লে আৰু এনে এটা অৱস্থাত শদিয়া এৰি যাবলৈ মান্তি নহ'ল। কাৰণ পৰ্বতীয়া জাতিবোৰে যিকোনো সময়তে তেওঁ নাথাকিলে আক্ৰমণ কৰিব পাৰে । কটকীয়ে তেওঁৰ বাৰ্তা লৈ গ'লগৈ।

এনেদৰে ছমাহমান যোৱাৰ পাছত হঠাৎ ৰূপসন্দিকৈ শদিয়া ওলালহি। ৰূপসন্দিকৈ স্বৰ্গদেৱৰ ওচৰৰ লোক। সাধাৰণতে গুৰুতৰ কিবা নাথাকিলে এনেদৰে সন্দিকৈক নপঠায়। ৰূপ সন্দিকৈয়ে ফ্ৰাচেংমুঙক ক'লে যে স্বৰ্গদেৱে তেওঁক তৎকালে মাতি পঠিয়াইছে।

ঃ স্বৰ্গদেৱে তোমাক মাতিছে। তুমি এখেৰ আন মানুহ-দুনুহ নিনিবা। তোমাৰ ঘৰৰ লৰা-লুৰি বান্দী বেটী মাত্ৰ নিবা।

এইবাৰ কিন্তু ফ্ৰাচেঙ্গমুঙে স্বৰ্গদেউৰ কথা পেলাব নোৱাৰিলে। তলৰ বিষয়াক দায়িত্ব গটাই দি তেওঁ পৰিয়ালসহ চাৰিগুৱালৈ ৰাওনা হ'ল। ৰূপ সন্দিকৈয়ো তেওঁৰ লগতে আহিল। ❑

# সাতত্ৰিশ

কনচেঙৰ চকুলং হৈ গ'ল। লাহে লাহে স্বৰ্গদেৱৰ ওচৰচাপি আহিছে তেওঁ। বুঢ়াগোঁহাই আৰু বৰগোঁহাইৰ ওপৰতো স্বৰ্গদেৱ ইমান নিৰ্ভৰ নকৰা হৈছে। আচলতে বিভিন্ন সময়ত স্বৰ্গদেৱৰ মত মন্ত্ৰীসকলৰ সৈতে নিমিলাত স্বৰ্গদেৱ তেওঁলোকৰ ওপৰত বৰ সন্তুষ্ট নহয়। অৱশ্যে বৰপাত্ৰ হৈয়েই তেওঁ সন্তুষ্ট, বৰগোঁহাই বা বুঢ়াগোঁহাই হ'বৰ ইচ্ছা নাই। কাৰণ তিনিওৰে ক্ষমতা সমান। কিন্তু তথাপি ৰজাদেৱৰ আপোন হোৱাতো ডাঙৰ কথা। তেওঁৰ মান সন্মানো বাঢ়ে আৰু মানুহেও আগলৈ ভয় কৰে। যি ৰাজনীতিৰ সোৱাদ পোৱা নাছিল এতিয়া সেই সোৱাদ পাই তেওঁৰ ক্ষমতাৰ লিপ্সা বাঢ়ি গৈছে। ৰাজ্যখনৰ ভিতৰত একমাত্ৰ ক্ষমতাশালী মানুহ হ'বলৈ বিচাৰে তেওঁ।

আচলতে মানুহটো সহজ-সৰল হ'লেও, কিছু কথাত কুটনীতি ৰচনা কৰাত পাকৈত হৈ উঠিছে। স্বৰ্গদেৱৰ জোঁৱায়েক ফ্ৰাচেঙ্গমুঙৰ ক্ষমতা হ্ৰাস কৰিবলৈ যিখন খেল খেলা হ'ল তাত তেওঁ চিধাকৈ নাই যদিও সকলো তেওঁ জানে। স্বৰ্গদেৱৰ পৰীয়াই ৰাইজৰ খবৰ ডাঁৰে ডাঁৰে জনাই থাকে। এইবোৰৰ ভিত্তিত স্বৰ্গদেৱে দুই একৰ লগত আলোচনা কৰে। আলোচনা কৰাৰ ভিতৰত কৰে টুচু সন্দিকৈৰ লগতো। সিদ্ধান্ত হ'লে বৰচ'ৰাত ঘোষণা কৰাৰ আগতে ভিতৰুৱা মেলত বৰগোঁহাই বুঢ়াগোঁহাই আৰু বৰপাত্ৰৰো পৰামৰ্শ লয়। কিছুমান কথা মাত্ৰ বৰপাত্ৰকে সোধে স্বৰ্গদেৱে। কনচেঙে বুজিছে যে তেওঁৰ ভাগ্য চকৰি লাহে লাহে ঘূৰিছে। কেইদিনমানৰ এটা ঘটনাৰ পৰা স্বৰ্গদেৱেও তাক বেলেগ ধৰণেৰে জ্ঞান কৰিবলৈ লৈছে।

কেইদিনমান আগতে স্বৰ্গদেৱৰ মাছপহু চিকাৰ কৰিবৰ মন হ'ল। সেই গতিকে হাতীত উঠি লগুৱা লিকচৌ পাইক আৰু বিষয়াৰ সৈতে নগৰৰ বাহিৰ হ'ল। লগত ললে কনচেঙ বৰপাত্ৰক। লুইতৰ বুকুত নাও লৈ লগত বৰপাত্ৰ আৰু টৈমুনীয়া নদীয়ালক লৈ ৰজাদেৱ জাল মাৰিবলৈ গ'ল। লগে লগে বৰুৱা দুজনকলৈ এমখা পাইক অন্য নাও লৈ গ'ল। ৰজাদেৱে জালমাৰি আছে--ডাঙৰ মাছ উঠা নাই জালত। ডাঙৰ কুঢ়ী এটাহে পাইছে। একোবত ৰজাদেৱে মৰা জাল পানীৰ তলত লাগি ধৰিল। টানেহে টানে এৰুৱাব নোৱাৰে। উপায় নাপাই টৈমুনীয়া নদীয়ালে বুৰ দিলে। নদীয়াল নোলোৱা দেখি এইবাৰ দেৱানেৰে লুইতক কাবৌ কৰি বুৰ দিলে বৰপাত্ৰ। জাল এৰাল কিন্তু বৰপাত্ৰ নোলায়হে নোলায়। বৰপাত্ৰ মৰা যেন হৈ ওলোৱাত ৰজাদেৱে সেও দিয়ালে। বৰপাত্ৰৰ জ্ঞান আহিলত ৰজাদেৱে সুধিলে কি হ'ল বুলি । বৰপাত্ৰই আচৰিত কথা ক'লে।

ঃ স্বৰ্গদেৱ ঈশ্বৰ কাটকেই বা মাৰকেই, কথা হ'ল লুইতৰ ৰজাৰ গাত জ্বাল লাগিছিল। টেমুনীয়া নদীয়ালে চুবলৈ যোৱাত তাক মাৰিলে। মই কাবৌ কৰাত জ্বাল এৰুৱাই দিলে আৰু ক'লে বোলে ৰজাৰ দুইকুঁৱৰীৰ সদায় ফণি সলনিহে বিবাদ লাগে। এজনী কুঁৱৰীয়ে ফণিখন দলিয়াই দিলে। মই ক'লো বোলো এইখন নি কি কৰিম। মোক ক'লে ধন ঐশ্চৰ্য্য হ'ব। মাত্র ভাল ৰূপে থবি।

ৰজাদেৱক ফণিখন দেখুৱালে।

ঃ ফণি তোলৈ দিলেনে মোলৈ দিলে?

ঃ মোলৈহে দিলে পাছে বাৰু তুমিয়ে লোৱা।

ঃ যাক দিয়ে সিহে পায়, এতেকে তয়ে ল।

বৰপাত্ৰই ফণি লৈ ঘৰলৈ আহিল। কুলদেৱতা বুলি আথেবেথে ফণি থাপনাত থ'লে। তাৰ পাছৰে পৰাই বৰপাত্ৰৰ সঁচাকৈয়ে ভাগ্য ঘূৰিল। স্বৰ্গদেৱ ঈশ্বৰে বৰপাত্ৰ আৰু লগৰবোৰে বিচৰামতেই কৰিলে। ফ্ৰাচেঙ্গমুঙক লৈ ৰূপ সন্দিকৈয়ে সেৱা কৰিলত ৰজাদেৱে ক'লে।

ঃ তই ল'ৰা-ছোৱালীক শিকাব বুজাব লাগে, গতিকে ইয়াতে থাক, শদিয়ালৈ যাব নালাগে।

প্ৰকৃততে ফ্ৰাচেঙ্গমুঙৰ লগত বা অন্য কাৰোবাৰ লগত শত্ৰুতা বুলিবলৈ একো নাই কিন্তু পুথাও আৰু সন্দিকৈয়ে তাক একচেতিয়া কৰিবৰ বাবে এইবোৰ যে চক্ৰান্ত কৰিছে সি বুজিছে। তাৰ বাহিৰেও বুঢ়াগোঁহাই ফৈদৰ এজনক শদিয়াখোৱা গোঁহাই পাতিব পাৰিলে দুই মন্ত্ৰীৰ এজনক তাৰফালে অনাটোও অন্য এটা উদ্দেশ্য। তাক মন্ত্ৰীপতা বাবে দুই মন্ত্ৰী বৰ আনন্দিত নহয়, কিন্তু তাৰে এজনমানক তাৰ ফালে আনিব নোৱাৰিলে কথা নৰজে। গতিকে একে পাত কাঁড়তে দুই চৰাই বধাৰ দৰে বুঢ়াগোঁহাইৰ আত্মীয়, তাওচেঙ্গমুঙক শদিয়াখোৱা গোঁহাই পাতি শদিয়ালৈ পঠাবলৈ ব্যৱস্থা কৰিলে। স্বৰ্গদেৱে কামবোৰ কৰিলে যদিও কোনে কেনেকৈ স্বৰ্গদেৱক মান্তি কৰালে, স্বৰ্গদেৱে গমকে নাপালে। এই প্ৰথম কনচেঙে ৰাজনীতিৰ পাশা খেলৰ গুটি চলালে। প্ৰথমতে কূটনীতিৰ আশ্ৰয় লৈ স্বৰ্গদেৱৰ চোৰাংচোৱা এটাক হাত কৰিলে। সি বাৰ্তা ঠিকেই সংগ্ৰহ কৰিছিল। শদিয়াখোৱা গোঁহায়ে যে স্বৰ্গদেৱক শক্তিশালী কৰাৰ উদ্দেশ্যেৰে কঠোৰ হাতেৰে শদিয়া শাসন কৰিছিল সেইয়া তেওঁ বুজি পাইছিল। শতৰুক বাধা দিবলৈ যে সৈন্যবাহিনী গোটাইছিল, তাকে উপলব্ধি কৰিছিল। কিন্তু এই সকলোবোৰ স্বৰ্গদেৱৰ ওচৰত দাখিল কৰোতে বেলেগকৈ দাখিল কৰা হৈছিল। স্বৰ্গদেৱক বেঁকাকৈ দেখুৱাই বুজোৱা হৈছিল যে শদিয়াখোৱা গোঁহায়ে চুতীয়া মাৰি দেশ লৈ এতিয়া নিজে ৰজা হোৱাৰ পাং পাতিছে। এফালে স্বৰ্গদেৱৰ জোঁৱাই তেওঁ গতিকে ৰাজ্য ল'লেও স্বৰ্গদেৱে ঘপকৈ যুদ্ধ কৰিব নোৱাৰে। মনে মনে কষ্ট হয় কনচেঙৰ। দেশপ্ৰেমিককো ৰাজনীতিয়ে দেশদ্ৰোহী কৰে। দেশদ্ৰোহীকো, দেশ প্ৰেমিক।

কিন্তু তেওঁ অসমৰ ৰাজ্যমন্ত্ৰী। ৰাজনীতিৰ পাশা গুটি তেওঁ যেনেকৈ হওক নিজে বিচৰা ধৰণে মাৰিবই লাগিব, তাত যদি কোনোবাই কিবা হেৰুৱাব লাগে তেওঁ একো কৰিব নোৱাৰে। ❑

# আঠত্ৰিশ

বাহিৰত মানুহক দেখুৱাই সহজ হৈ হাঁহিমাতি খেতিখোলা কৰি সুখেৰে খাই ল'ৰা-ছোৱালী চাই থাকিলেও ফ্ৰাচেঙ্গমুং বৰগোঁহাইৰ মনত শান্তি নাই। তেওঁৰ মনৰ উমান নোপোৱা নহয় মূলাগাভৰুৱে, কিন্তু তেওঁ কৰিবলৈ একো নাই। ইমান এটা ডাঙৰ পদবীত থকাৰ পাছত নিশাটোৰ ভিতৰতে আঁতৰাই অনাটো কিমান ডাঙৰ কথা সেইয়া বৰগোঁহাইয়েহে উপলব্ধি কৰিব পাৰিছে। প্ৰকৃততে তেওঁ গম পালে যে এইয়া কোনোবা ৰাজ বিষয়াৰে চক্ৰান্ত। ক্ষমতাৰ যুঁজেও আহোমৰ সম্ৰাজ্যত ঘুণ পোকৰ দৰে লাহে লাহে যে আক্ৰমণ কৰিছে তেওঁ বুজিলে। তেওঁ সকলো গম পাইছে এতিয়া। তেওঁ কাঁড়ীপাইকক যুদ্ধৰ আখৰ্মা কৰাই শত্ৰুৰ বাবে প্ৰস্তুত কৰাইছিল। চাৰিওফালে থকা শতৰুক বাধা দিবলৈ শক্তি সঞ্চয় কৰিছিল। তাকে দেখি স্বৰ্গদেৱে ভাবিলে যে তেওঁ শদিয়াৰ ৰজা হ'ব খুজিছে। চুতীয়া ৰাজ্য মাৰি তাৰ ৰজা হ'ম বুলি ভাবি তেওঁ সেই কাম কৰা নাছিল। স্বৰ্গদেৱক শক্তিশালী কৰিম বুলিহে এনে কাৰ্য্য কৰিছিল। কিন্তু তাতো স্বৰ্গদেৱে সন্দেহ কৰিলে। দেশৰ কাৰণে কৰোতে তেওঁক দেশদ্ৰাহী সজালে। বাহিৰত দেখুৱাই স্বৰ্গদেৱে একো কোৱা নাই, কিন্তু তেওঁ শদিয়া জিনি তাৰ ৰজা হ'ব খোজা বুলি সকলোৱে ভাবিছে। খঙত, ক্ষোভত তেওঁৰ মন জ্বলি আছে, কিন্তু কৰিব পৰা একো নাই। যদি স্বৰ্গদেৱক উপযাঁচি কিবা কয় তেন্তে স্বৰ্গদেৱে ভাবিব যে গোঁসাই ঘৰত কোন, মই কল খোৱা নাই। তেওঁ একো ক'ব নোৱাৰে। মাজে মাজে ভাবে মূলাক পঠিয়াই প'ক কোৱাব নেকি এযাৰ। কিন্তু তেওঁ এই কাম কৰিব নোৱাৰে। এনেয়েও মূলা ৰাজনীতিত অভিজ্ঞ। ৰাজনীতি মানেই উচ্চাকাঙ্খা। গতিকে মূলাই তেওঁক উচতনি দিয়া বুলিও ভাবিব পাৰে স্বৰ্গদেৱে। আচলতে আহোমৰ নিয়মত ৰজাৰ বংশৰ বাহিৰে কোনেও ৰজা হ'ব নোৱাৰে। সেইকাৰণে কোনেও যে ৰজা হ'বলৈ আশা নকৰে এই কথা ঠিক। কিন্তু বৰগোঁহাই বা বুঢ়াগোঁহাই ফৈদৰ পৰাহে মন্ত্ৰী হ'ব পাৰে। তেওঁ ৰজাৰ জোঁৱায়েক, তাতে বৃৰগোঁহাই ফৈদৰ গতিকে তেওঁ ৰজাৰ মন্ত্ৰীৰ আসনত বহাতো একো ডাঙৰ কথা নহয়। গতিকে তেওঁ ৰাজধানীত নথকাৰ সুযোগতে ৰজাদেৱক কোনোবাই তেওঁৰ বিপক্ষে লগাই মন বিষাক্ত কৰি পেলাইছে। তেওঁৰ যে কষ্ট হৈছে, তাৰ কাৰণ নথকা নহয়, আছে। চুতীয়াৰ ৰাজ্য তেওঁ জয় কৰিছে। কছাৰীৰ যুঁজতো তেওঁ বেচ পৰাক্ৰমেৰে যুঁজ কৰি কছাৰীক বশ

কৰি স্বৰ্গদেৱক সহায় কৰিছে। দেশৰ বাবে তেওঁ ইমান কৰাৰ পাছতো তেওঁক এইদৰে উপেক্ষা কৰিছে। কিন্তু ৰজাদেৱৰ বিৰুদ্ধে তেওঁ কোনো কথা কোৱাও নাই পদক্ষেপো লোৱা নাই। কিন্তু তেওঁ অকলশৰীয়া নহয়। তেওঁৰো ওচৰ সম্পৰ্কৰ মানুহে পদে পদে স্বৰ্গদেৱৰ বতৰা দি আছেহি। ফ্ৰাচেঙ্গমুঙৰ কাৰো ওপৰতে ক্ষোভ নাই। মূলায়ো তেওঁক এই বিষয়ে একো নকয়। কিন্তু তেওঁৰ মনত শান্তি নাই। ৰজাদেৱৰ চাৰিওফালে বেৰি থকা মানুহবোৰৰ চক্ৰান্ত ভেদ কৰি তেওঁ ৰজাদেৱৰ ওচৰ চাপিব নোৱাৰে।

হঠাৎ কেওফালে হুলস্থুল লাগিল। ঘনে ঘনে ৰজাদেৱৰ গোপন মন্ত্ৰণা বহিল। খাৰঘৰীয়া ফুকনৰ তলৰ পাইকো ব্যস্ত হৈ পৰিল। বাকী পাইকবোৰৰ যুদ্ধৰ আখৰা আৰম্ভ হ'ল। চাৰিওফালে উত্তেজনাময় পৰিৱেশ। ইফালে কেউফালে ৰটনা হৈ গ'ল যে শতৰুৱে দেশ আক্ৰমণ কৰিছে। ফ্ৰাচেঙ্গমুং সাবধান হ'ল। সঠিক বতৰা ল'লে। গমপালে যে শত্ৰুৱে অসমৰ সীমাত সোমোৱা নাই যদিও অসমৰ তলতীয়া ঠাই লোৱাতো সত্য। চুতীয়া আৰু কছাৰী ৰজাক ৰণত ঘটুৱা দেখি কমতা ৰাজ্যৰ ৰজাই ৰাজনী আৰু ভাজনী নামৰ দুই কুঁৱৰীক আহোম ৰজালৈ দি মিত্ৰতা কৰিছিল। তেতিয়াই যৌতুকত শ্বেৰ পুৰ, পাতিলজহাপু এঘাৰ সেন্দুৰ, কামপুৰ আৰু ঢেকেৰা নামৰ পাঁচখন ৰাজ্য আহোম ৰজাক দিছিল। তাৰ পাছৰ পৰাই আহোমৰ অধীনত আছিল এই পাঁচখন ৰাজ্য। কিন্তু গৌড়ৰ নবাব খঁছলখাৰ সেনাপতি তুৰ্বকে বোলে ইতিমধ্যে এই ৰাজ্য আক্ৰমণ কৰি এই ঠাইবোৰ অধিকাৰ কৰিছে। এই বতৰা দি কমতাপুৰৰ ৰজাই স্বৰ্গদেৱক ৰাজ্য উদ্ধাৰ কৰিবলৈ সঁকিয়াই দিলে। স্বৰ্গদেৱৰো এইযা সন্মানৰ কথা হৈ পৰিল। যৌতুকীয়া ৰাজ্য কেইখনৰ প্ৰতি তেওঁ সিমান মনযোগ দিয়া নাছিল। কমতাপুৰৰ বিষয়াই তাত কৰ -কাটল তুলি ৰজাক দি আছিল। ৰজাদেৱেও তাত কোঠমাৰি সৈন্য আদি ৰখাৰ কথা গভীৰভাবে চিন্তা কৰা নাছিল। ইফালে কলিয়াবৰত কোঠমাৰি আমাৰ সৈন্য ৰখা হৈছিল। এতিয়া তুৰ্বক যদি আগুৱাই আহি কলিয়াবৰ পায়হি তাত আহোম সেনা হাৰিলে গড়গাঁও পাবলৈ কেত পৰ ? গতিকে স্বৰ্গদেৱে যেনে তেনে তুৰ্বকক বাধা দিয়াৰ কথা চিন্তা কৰি সৈন্য পঠিয়াবলৈ ইচ্ছা কৰিলে। স্বৰ্গদেৱে মন্ত্ৰণা কৰি ফ্ৰাচেঙ্গমুঙকে সেনাপতি পতাৰ ব্যৱস্থা কৰিলে। সেই কথা ভাবি তেওঁক স্বৰ্গদেৱে মাতি পঠিয়ালে। কিন্তু অভিমানী ফ্ৰাচেঙ্গমুং স্বৰ্গদেৱৰ কাষলৈ নগ'ল। মূলাগাভৰুৱে কথাষাৰ গম পালে যদিও একো নক'লে। কাৰণ দেশৰ আৰু স্বৰ্গদেৱৰ কাৰণে বহুত কৰিছে বৰগোঁহাইয়ে। তথাপিও পদে পদে তেওঁক উপেক্ষা কৰা হৈছে। তথাপি দেশৰ এই বিপদত মূলাই তেওঁৰ গিৰিয়েক স্বৰ্গদেৱৰ ওচৰলৈ যোৱাটোৱেই বিচাৰিছিল। কিন্তু মুকলিকৈ একো কবও পৰা নাছিল। সেইদৰেই কেইটামান দিন বাগৰি গ'ল। ঠিকেই বতৰা পাই আছিল ফ্ৰাচেঙ্গমুঙে, তেওঁ স্বৰ্গদেৱৰ ওচৰলৈ নোযোৱাত, স্বৰ্গদেৱে অন্য বিষয়াৰ সৈতে মন্ত্ৰণা কৰি বুঢ়াগোঁহাই ফৈদৰ থাওমুংচুং আৰু কিংলুঙ্গক সেনাপতি পাতি বঙালক ভেটিবলৈ পঠিয়ালে। পাইক, কাঁড়ী, হাতী, ঘোঁৰা আৰু বৰটোপৰে সৈতে তেওঁলোক আগবাঢ়ি গ'ল।

অশান্তি পাইছিল ফ্ৰাচেঙ্গমুঙে। কাৰণ দেশৰ এই অৱস্থাত ৰজাদেৱৰ আজ্ঞা অবজ্ঞা কৰি তেওঁ দেশৰ যে সৰ্বনাশ মাতি আনিছে এই কথা উপলব্ধি কৰিছিল। কিন্তু এবাৰ মৰা শৰ আকৌ ওভতাই অনা সম্ভৱ নহয়। স্বৰ্গদেৱৰ কাষলৈ উপযাঁচি যোৱা মানে তেওঁৰ ওচৰত নত হোৱা। এনে কৰিবৰ ইচ্ছাও নাছিল তেওঁৰ। কিন্তু তেওঁ এই চিন্তা কৰি থাকোতেই স্বৰ্গদেৱে চুচেন ৰাজখোৱাক জোঁৱায়েকৰ কাষলৈ পঠিয়ালে। চুচেন ৰাজখোৱাই স্বৰ্গদেৱে তেওঁক যুঁজৰ বাবে মতাৰ বতৰা দিলে। তাৰ বাহিৰেও ৰজাদেৱৰ মাক ৰাজমাৱে নাতিজোঁৱায়েকক টানি মাতি পঠোৱাৰ কথা চুচেন ৰাজখোৱাই ক'লে। এইবাৰ গা লৰিল ফ্ৰাচেঙ্গমুঙৰ। মূলাগাভৰুৱে গিৰিয়েকক টানি ধৰিলে আৰু ক'লে।

ঃ বঙহৰদেউ, ৰজাৰ কথাত নালাগিব। আপোনাক ৰজাই মতা নাই দেশে মাতিছে। প'ৰ কথাত খং কৰি ৰণৰ সময়ত ৰণ নকৰি বহি থাকিলে দেশ শতৰুৱে লব। দেশৰো মান হানি, নিজৰো হানি।

অৱশেষত ফ্ৰাচেঙ্গমুং স্বৰ্গদেৱৰ ওচৰত গৈ আঠু ল'লে। স্বৰ্গদেৱে তেওঁক বৰ সেনাপতি পাতি নতুনকৈ কাঁড়ী পাইক আৰু বৰটোপ দি যুঁজলৈ পাচিলে। ইফালে যুঁজৰ বতৰা বৰ ভাল নাছিল। তুৰ্বক আছিল ডাঙৰ বীৰ। তদুপৰি সি হাতী ঘোঁৰাৰে পাঠান সৈন্য লৈ যুঁজলৈ আহিছিল। আহোমৰ সেনা কলিয়াবৰৰ কোঠ আৰু খাৱৈ পাৰহৈ তুৰ্বকৰ সেনাৰ লগত যুঁজ দিলেগৈ। কিন্তু ভাগ্যলক্ষী আছিল তুৰ্বকৰ ফালে। প্ৰথম দুখনমান যুঁজত আহোম সেনাক কচুকটা দিলে তুৰ্বকৰ সৈন্যই। সেনাপতি দুজনে বাকী সেনা লৈ খাৱৈ পাৰহৈ কোঠৰ ভিতৰত ৰ'লহি। ইফালে তুৰ্বকেও আগুৱাই নাহি তাতে অপেক্ষা কৰি ৰ'ল। তুৰ্বক আছিল বৰ চতুৰ, গতিকে যুঁজত জিকিও সি বৰকৈ আগবাঢ়ি নাহি সাবধানে তাৰ শুবিধাজনক ঠাইত ৰ'ল।

স্বৰ্গদেৱ, মন্ত্ৰীসকল আৰু সকলো চিন্তিত। কাৰণ যদি তুৰ্বকক ইয়াতে বাধা দিব নোৱাৰি তেন্তে মোগলৰ অধীনতে অসম থাকিব লাগিব। নিশাটোৰ ভিতৰতে সাতজন পালি সেনাপতি দি স্বৰ্গদেৱে এটা বৃহৎ বাহিনী ফ্ৰাচেঙ্গমুঙৰ অধীনত যাবলৈ আদেশ কৰিলে। কেউফালে হুৱাদুৱা লাগিল। সোনকালে সৈন্য বাহিনী গৈ নাপালে ইফালে তুৰ্বক আগবাঢ়ি আহিব পাৰে। গতিকে নিশাৰ ভিতৰতে সকলো ব্যৱস্থা কৰা হ'ল।

ফ্ৰাচেঙ্গমুং উভতি আহি মূলাক বতৰা দিলে আৰু নিশাটোৰ ভিতৰতে যুঁজৰ যা-যোগাৰ সম্পূৰ্ণ কৰাৰ কথা ক'লে। স্বামীক বৰসেনাপতি পাতি যুঁজলৈ পঠোৱাত আনন্দিত হ'ল মূলা কিন্তু মূলাই ফ্ৰাচেঙ্গমুঙক ক'লে।

ঃ বঙহৰ দেউ, সেনাপতি হৈ যুঁজলৈ যাওক। আমি আনন্দ পাইছো কিন্তু দুটা দিন দেৰিকৈ যাওক।

ঃ দুটা দিন দেৰিকৈ ?

আচৰিত হৈ সুধিলে ফ্ৰাচেঙ্গমুঙে।

ঃ কবচ কাপোৰ বৈ দিবলৈ মই দুটা দিন ৰ'ব লাগিব। নিশাটোৰ ভিতৰতে বৈ দিব লগা কবচ কাপোৰ ববলৈ মই অশুচি হৈ আছো।

কিছুসময় মনে মনে ৰ'ল বৰগোঁহাই। ৰজাদেৱে বাৰে বাৰে মতাৰ পাছতহে তেওঁ গৈছে। দেওধায়ে মঙল চাই দিন কৈছে। তেওঁ আগতে নোযোৱাৰ বাবেই বঙালৰ হাতত হাৰিছে আহোম সৈন্য। এতিয়া যদি কবচ কাপোৰৰ অজুহাতত তেওঁ আকৌ দুদিন পিছুৱায় তেন্তে কি হ'ব ? ইফালে তাত থকা বাহিনী বৈ আছে তেওঁ যোৱালৈ। মোগলক ভেটি ৰাখিব পৰাকৈ তাত বৰাবুৰুক নাই। নাই– ই অসম্ভৱ। ঘৰৰ ঘৈণীৰ কথাত তেওঁ ৰাজকাৰ্য্য অৱহেলা কৰিলে তেওঁক মানুহে হাঁহিব। হয়, আগৰ যুদ্ধত মূলাই কবচ কাপোৰ তৈয়াৰ কৰি দিছে। তেওঁ যুদ্ধত জিনিছে। কিন্তু কবচ কাপোৰেতো যুদ্ধ নকৰে, যুদ্ধ কৰিব তেওঁ। তাতে দেওধায়ে চাই কৈছে দুৰ্গৰ ভিতৰৰ পৰা যি যুদ্ধ কৰিব সিয়েই যুঁজত জিকিব। আহোম কলিয়াবৰৰ দুৰ্গ নেৰিলেই হ'ল। তাতে স্বৰ্গদেৱে নিজৰ তিনি পুতেকক তেওঁৰ লগতে যুঁজলৈ পঠাইছে। সকলো সাজু। তাতে ৰাজধানীৰ পৰা কলিয়াবৰলৈ তিনিদিনৰ বাট। সমস্ত সৈন্য বাহিনী লৈ যোৱা সহজ কথা নহয়। বাটত বৈ বৈ যাব লাগিব। নহ'লে যাওতেই পাইকবোৰ ভাগৰি পৰিলে যুদ্ধ কৰিব কেনেকৈ। এই ভৰা নদীৰে ইমানবোৰ সৈন্য লৈ নাৱেৰে যোৱাটো সম্ভৱ নহয়। ঘোঁৰা আৰু হাতী লৈ যাব লাগিব।

ঃ গাভৰু, এইয়া অসম্ভৱ। তয়েই কৈছিলি দেশৰ মান ৰাখিবলৈ। দেশৰ মান ৰাখিবলৈ মই তোৰ কথা ৰাখিব নোৱাৰো। পিছদিনা পুৱাতেই প্ৰধান সেনাপতি হৈ ফ্ৰাচেঙমুং যাত্ৰা কৰিলে বঙালক ৰুধিবলৈ। ❑

# উনচল্লিশ

যোৱাৰ সময়ত গৃহডামত সেৱা জনাইয়ে ওলাই গৈছিল ফ্ৰাচেঙ্গমুং। একাষৰীয়াকৈ ৰৈ আছিল মূলা। বৰ কষ্টৰে চকুৰ পানী ধৰি ৰাখিছিল তাই। যিমানবাৰ যুদ্ধলৈ গৈছে গিৰিয়েক, প্ৰত্যেকবাৰেই হাঁহিমুখে বিদায় দিছে তাই। কবছ কাপোৰ বৈ দিছে নিজ হাতেৰে। হেংদাঙ যতনাই দিছে। যোৱাৰ আগমুহূৰ্তত জয়ী হোৱাৰ বাবে কপালত ৰেখা আঁকি দিছে। কিন্তু আজি তাই সেইয়া একোৱেই কৰিব পৰা নাই। মূলাৰ ডাঙৰ জীয়েক বগী আইদেউ গাত কাপোৰ লব পৰা হোৱাই নাই, তাইয়ে দেউতাকক ৰেখা দিবলৈ ৰৈ আছে। সৰুটো কোলাত উঠি থকা। গতিকে পিতাক যুদ্ধলৈ গৈছেনে কি সি বুজিব পৰা হোৱাই নাই।

তেওঁ ওলাই যোৱাৰ পাছৰে পৰা শান্তিত থাকিব পৰা নাই মূলা। কেঁচুৱাটোক বুকুত সাৱটি ধৰি মাজে মাজে উচুপি উঠিছে। ছোৱালীজনীয়েও একো বুজিব পৰা হোৱা নাই। পিতাক যুঁজলৈ গৈছে। যুঁজ কি তাই বুজাৰ বয়সেই হোৱা নাই। ফ্ৰাচেঙ্গমুঙৰ মাক-দেউতাকেও বৰ এটা চিন্তা কৰা নাই। কাৰণ ফ্ৰাচেঙ্গমুঙ ডাঙৰ যোদ্ধা। ইতিমধ্যে কেইবাখনো যুঁজ জিকিছে। এলাপেচা পাঁচ-ছয়টা মানুহে বলে পৰা টান। তেওঁৰ হেঙদাঙৰ আগত তিষ্ঠি থকাও টান। গতিকে চিন্তা কৰা নাই। অৱশ্যে মোগলৰ লগত যুঁজ আৰু চুতীয়া, নগা বা ভূঞাৰ লগত যুঁজ কৰাও বেলেগ কথা। মোগলৰ শক্তি বেছি তাতে হিলৈ মাৰিব পাৰে। অৱশ্যে অসমীয়া মানুহ বৰটোপৰ ফালৰপৰা ধনী। অসমীয়াৰ দৰে বৰটোপ আৰু খাৰ খাজিব পৰা মানুহ দিল্লীৰ পাটচাহলৈকে নাই। কাৰণ স্বৰ্গদেৱৰ কাষত থাকোতে তাই বৈৰাগী আৰু চোৰাংচোৱাৰ কথাবোৰ শুনিবলৈ পাইছিল। মাত্ৰ মোগলৰ সৰু হাতহিলৈ আছে, যিবোৰ অসমীয়া মানুহে সাজিব জনা নাই। খাৰবোৰ বৰ উন্নত নহ'লেও মানুহ এটা বধ কৰিবৰ বাবে যথেষ্ট।

প্ৰকৃততে আহোম ৰমণীয়ে স্বামী যুদ্ধলৈ গ'লে দুঃশ্চিন্তা কৰিব নাপায়। যুঁজাৰু জাতিৰ তিৰোতাই তেনে নকৰে। তথাপি স্বামী সদায় নিজৰ। সংসাৰখনো মূলাই সেই বাঘৰ লগত যুঁজ কৰা দিনৰেপৰাই তেওঁক মনৰ মাজত বহুৱাই লৈছে। গতিকে নিজৰ প্ৰাণতকৈও আপোন ফাচেঙ্গমুঙ মূলাৰ চাৰিও ককায়েক যুঁজলৈ গৈছে। ৰজাদেৱে নিজেও যিকোনো মুহূৰ্তত যুঁজলৈ সাজু হৈ আছে। তুৰ্বকে কেনেবাকৈ দেশ অধিকাৰ কৰিব লাগিলে

সকলো মোগলৰ তলতীয়া হৈ থাকিব লাগিব। তাৰ বাহিৰে দেওধায়ে কুকুৰা ঠেঙেৰে মণ্ডল চাই কৈছে যে কোঠৰ ভিতৰৰ পৰা যুঁজিলে জিকিব আহোম সৈন্য। গতিকে বীৰৰ স্ত্ৰীৰ দৰে স্বামীক আগবঢ়াই দিয়াই কৰ্তব্য। তাতে তাই মূলা। সকলোৱে জানে তাইৰ দৰে সাহসী তিৰুতা দ্বিতীয় এজনী নাই।

তাৰ বাহিৰেও মূলাৰ এক বিশেষ সাহস গড়গঞা সন্দিকৈ। গড়গঞা সন্দিকৈ ৰজাদেৱে পতা। পূৰ্বতে চুকাফা ৰজাৰ লগত নামি অহা "চিঙ্গিডাঙ্গ" নামৰ মানুহঘৰৰ পো পৰিয়ালক পাছলৈ "দেহিয়াচিং" বুলিবলৈ ল'লে। সেই দেহিয়াচিঙৰ ঘৰৰ চাওমুঙ্গৰ ঘৈণীয়েক ৰজাদেৱৰ চাওলৈ অহাযোৱা কৰিছিল। চাওমুঙ্গে ৰজাদেৱৰ মইনা চৰাইক ফৰিং ধৰি খুৱাইছিল। কালত চাওমুঙ্গৰ ঘৈণীয়েকৰ ল'ৰা এটা হ'ল। ৰজাদেৱৰ ফালৰ ল'ৰা বুলি ৰজাদেৱে তাক তুলি ল'লে। লগতে এইবুলিও শুনিলে যে কোনেও তাৰ বংশ নুখুচৰিবি। খুচৰিলে কটা যাবি। আৰু আগলৈ খুচৰিলে মোৰ পো-পোৱালিয়েও কাটিব। আগলৈ ৰজাদেৱৰ বংশৰে তাৰ ছোৱালী অনা নিয়া বাধা হ'ল। সেই ল'ৰাকে পাচলৈ ৰজাদেৱে গড়গঞা সন্দিকৈ বুলিব দিলে। মূলাৰ লগত সমনীনা নহ'লেও ৰাজহাউলীত ডাঙৰ হোৱা গতিকে মূলাৰে সৈতে তাৰ বৰ ভাব। স্বৰ্গদেৱে তাকো যুঁজলৈ পাচিছে। মূলাই তাক বিশেষভাৱে বতৰা দিছে সি যেন যুদ্ধৰ বতৰা মূলাক পৰীয়া যোগে জনাই থাকে। সি যোৱাৰ আগতে মূলাক কথা দি গৈছে, সি সদাই সেনাপতিৰ ছাঁৰ দৰে থকিব। কোনো অঘটন হ'বলৈ নিদিয়ে। তাৰ ফ্ৰাচেঙ্গমুঙৰ লগতো বেচ ভাল ভাব। ৰণৰ আখৰাত প্ৰায় দুয়ো একেলগেই থাকে। ৰজাৰ ফালৰ বাবে সি সম্পৰ্কত মূলাৰ ভায়েকেই হ'ব। সি নিশ্চয় ফ্ৰাচেঙ্গমুঙক বিপদত পৰিবলৈ নিদিয়ে।

দুঃশ্চিন্তাবোৰ জোকাৰি মূলাই কামত মন দিবলৈ বাৰে বাৰে চেষ্টা কৰিলে। কিন্তু কিবা এটা আশংকাই যেন মনে মনে তেওঁক বিব্ৰত কৰি থাকিল। কিহৰ বাবে এই যুদ্ধবোৰৰ প্ৰয়োজন? দিল্লীৰ পাটচাহৰ কিহৰ ইমান লোভ যে অসমৰ দৰে দেশ এখন আক্ৰমণ কৰে? কিমান সুখ আৰু শান্তিত থকা এটা জাতি। নিজৰ দেশ ৰক্ষাৰ বাবে কিমান উৎসাহ আৰু আগ্ৰহ লৈ ওলাই গৈছে ফ্ৰাচেঙ্গমুং। দূৰৰ পৰাই স্বৰ্গৰ দেৱতাসকললৈ সেৱা জনালে মূলাই। মনৰ মাজত কিন্তু লৈ থাকিল এক আশংকা। ❑

# চল্লিশ

কলিয়াবৰত নাৱেৰে আৰু বাটেৰে আহি সৈন্যদল থিতাপি লওতেই প্ৰায় পাঁচোটা দিন গ'ল। ঘোঁৰা বেছি নাছিল। টোপো আছিল কম। আগতে কোঠৰ ভিতৰত টোপ কেইটামান অৱশ্যে আছিল। ফ্ৰাচেঙ্গমুঙে সকলো জৰীপ কৰিলে। হাতী মাত্ৰ চাৰিটা। তাৰে আগত অনা দুটা। ঘোঁৰা কম। ঘোঁৰাত উঠি যুদ্ধ কৰা যুঁজাৰুও কম। মাত্ৰ ষাঠিটা ঘোঁৰাহে আছে আহোমৰ ফালে। বাকী সৈন্যৰ সংখ্যা বৰ কম নহয়। তেওঁ অস্ত্ৰ-শস্ত্ৰবোৰো চালে, কাঁৰফাই ধনু, চুটীয়া ধনু, বৰ ধনু যথেষ্ট আছে। মূৰত লোহা লগোৱা শিঙিমূৰি আৰু নাল লগোৱা কাঁড়, হেংদাং, তৰোৱাল, কিৰিচ, যাঁঠি, শেল, শূল, কোল, বৰচা, দা আদি কম নহয়। ঢাল, বাৰু, ফৰ, বৰটোপ যুদ্ধৰ বাবে যথেষ্ট। এতিয়া মাত্ৰ যুদ্ধ কৰাহে কথা।

চোৰাংচোৱাই পদে পদে বতৰা দি আছে। পদাতিক সৈন্যৰ জোৰতে তুৰ্বকে আগৰ যুদ্ধ জিকি ঠাইবোৰ অধিকাৰ কৰিছে। হাতীও আছে তিনিটা। এটাত তুৰ্বক নিজে উঠি যুদ্ধ কৰে। সাধাৰণ ৰণুৱাই তাক ঢুকিকে নাপায়। নাওঁলৈ ব্ৰহ্মপুত্ৰইদি উজাই আহিবৰো পাং পাতিছিল তুৰ্বকে, কিন্তু ব্ৰহ্মপুত্ৰত পানীগড় মৰা দেখিহে সাহস কৰিব পৰা নাই। পানীগড়ো চালেগৈ ফ্ৰাচেঙ্গমুঙে অন্য সেনাপতি সকল লৈ। এই পানীগড় আহোমৰ বাহিৰে অন্যই মাৰিব নাজানে। বালিৰ ওপৰৰ পৰা কাঠেৰে নদীৰ ইমূৰৰ পৰা সিমূৰলৈ পানী গড় বন্ধা হয়। কাঠৰ চ'তি ইটোৰে সিটোক পাৰহৈ যোৱাকৈ লগোৱা হয়। লগ লগা ঠাইত ভালকৈ গাঁঠি দিয়া হয়। তাৰ ওপৰত দলং দি সৈন্য অহা-যোৱা কৰে। এইবোৰ বেছ মজবুত যে বাৰিষাৰ নৈৰ সোঁতেও একো কৰিব নোৱাৰে। নিজৰ নাও যাব পৰাকৈ মাজটো খোলা। শতৰুৱে এই গড় চেৰাই নৈৰে অহা অসম্ভৱ। কাৰণ এই গড়ৰ পৰা নাওবোৰ আক্ৰমণ কৰিবলৈ বামত থাকি যুদ্ধ কৰাৰ দৰে। এই পানী গড়ৰ বাবেই তুৰ্বকে নৌ যুদ্ধ কৰিবলৈ বিচৰা নাই।

নাতিদূৰত তুৰ্বকে তাৰ সৈন্যলৈ অপেক্ষা কৰি আছে। ইফালে আগৰ যুঁজত জিকি তাৰ সাহস বাঢ়ি গৈছে। কিন্তু চতুৰ তুৰ্ব্বকে আগবাঢ়ি আহি কোঠ আক্ৰমণ কৰাহি নাই। আহোমৰ শক্তি সি গম পাইছে। কোঠৰ ভিতৰত আহোম শক্তিশালী। তাৰ বাহিৰেও কোঠৰ চাৰিওফালে আছে দ খাবৈ। খাবৈৰ তলত জেং আৰু কাঁইট। সেই খাবৈ পাৰহৈ অহা সম্ভৱ নহয়। খাবৈৰ মাজে মাজে সৈন্য যাব পৰাকৈ চাং আছে, কিন্তু সেই চাংবোৰৰ

ওপৰত উঠা বিপদৰ কথা। কাৰণ টেঙৰ আহোমবোৰে পাতল বাঁহেৰে চাং সাজি তাৰ ওপৰত ঘাঁহবন দি এনেদৰে থৈ দিয়ে যে তুৰ্ব্বকৰ সৈন্য উঠিলেই ভাঙি পৰিব তলত পৰিলে নিৰ্ঘাট মৃত্যু। কিন্তু তাৰ মাজতো শত্ৰুক আক্ৰমণ কৰিবলৈ অহাৰ বাবে কিছুমান চাং আছে। আহোমৰ সৈন্য সেইফালেৰে আহে। কিন্তু শত্ৰু উঠিলে সেই চাংবোৰ কাটি দিব পৰা কৰি থয়। নহ'লে বৰটোপ টোবাই থয়। গতিকে তুৰ্ব্বকে আক্ৰমণ নকৰি বৈ আছে। আহোম সৈন্য কোঠৰ পৰা ওলাই গৈ আক্ৰমণ কৰক এই আশা তাৰ। ইতিমধ্যে আহোমৰ কেইবাখনো ঠাই অধিকাৰ কৰি সি আগবাঢ়ি আছেই। গতিকে তাক খেদিবলৈ আহোম সৈন্যহে আগবাঢ়ি যাব লাগিব। পালি সেনাপতিৰ লগত আলোচনা কৰি সুযোগৰ অপেক্ষাত বহি ৰ'ল ফ্ৰাচেঙমুং। ইফালে দেওধাইৰ কথা মানিব লাগিব। দেওধায়ে মঙল চাই তেওঁকেই সেনাপতি পাতিবলৈ দিছে। এইয়া আহোমৰ নিয়ম। দেওধায়ে মঙল কলেহে সেনাপতি বাচে। গতিকে স্বৰ্গদেৱৰ ওচৰলৈ নহা স্বত্বেও তেওঁক বাৰে বাৰে মাতি আছিল স্বৰ্গদেৱে। এতিয়া দেওধায়ে মঙলত কৈছে গড়ৰ বাহিৰ হৈ যি যুঁজিব সি হাৰিব। কেনেকৈনো যায় তেওঁ তুৰ্ব্বকক ধৰিবলৈ।

তুৰ্বকো আগবাঢ়ি নাহে, তেওঁও আগবাঢ়ি নাযায়। আৰু সাদিন পাৰ হ'ল এনেকৈ। সাদিনৰ মূৰত স্বৰ্গদেৱে লাকু গোঁহাইক পঠিয়াই বতৰা দিলে। লাকু গোঁহাইয়ে স্বৰ্গদেৱৰ কথা সকলোকে ক'লে।

ঃ বঙালক যে নামাৰে সিহঁতক মই ভোজ খাবলৈ সেনাপতি পাতিলো। আজি পাঁচদিন হ'ল সিহঁতে শুই আছে। এনেকৈ বঙাল কি মাৰিব কি ৰাজ্য উদ্ধাৰিব।

স্বৰ্গদেৱৰ ইচ্ছা বঙালক মাৰি কাটি যেনেকৈ নহওক খেদিব লাগে। স্বৰ্গদেৱৰ অসন্তোষৰ কথা গম পাই আকৌ সেনাপতিয়ে বাকীসকলৰ সৈতে আলোচনা কৰিলে। এনেকৈ থাকিলে বঙালে আক্ৰমণ নকৰে। যি ৰাজ্য মাৰিলে তাকে লৈ বঙাল থাকিব। এতিয়া বাটপথো শুকান। গতিকে বঙালে খুঁটি পুতিলে গোজেই গজালি হ'ব। ঘনে ঘনে মন্ত্ৰণাত বহিল সেনাপতিসকল। চোৰাংচোৱাই বাতৰি আনি আছে। তুৰ্ব্বকে আগুৱাই অহাৰ চেষ্টা কৰা নাই বৰঞ্চ তাত কোঠমাৰি জয় কৰা ৰাজ্যত গজগজীয়া হোৱাৰহে চেষ্টা কৰিছে। তুৰ্ব্বকৰ সৈন্যই ইতিমধ্যে প্ৰজাৰ মাজত লুটপাত অত্যাচাৰ আৰম্ভ কৰিছে। প্ৰজায়ো সিহঁতক সহায় কৰিবলৈ আৰম্ভ কৰিছে। এনে অৱস্থাত তুৰ্ব্বকক চল দিলে আগলৈ তাৰ পৰা ৰাজ্য উদ্ধাৰ কৰাই বিপদ হ'ব। গতিকে মন্ত্ৰণা কৰি, গড়ৰ পৰা ওলাই গৈ তুৰ্ব্বকৰ সৈন্যৰ ওপৰত জঁপিয়াই পৰাৰ বাবে ঠিৰাং কৰা হ'ল। সেইমতে সেনাপতিকে আদি কৰি বৰুৱা ফুকন সকলো সাজু হ'ল। পানীসিয়াই পানীগড়ৰ দায়িত্বত থাকিল। এটা দিন বাদ দি মঙ্গলবাৰে পুৱতি নিশা আক্ৰমণ কৰিবলৈ ঠিক কৰা হ'ল। কাৰণ আহোমে মঙ্গলবাৰে নিশা আক্ৰমণ কৰাতো যুঁজৰ বাবে ভাল বুলি ভাবে। দুটা হাতী পাৰ কৰি বাকী সৈন্য নাৱেৰে খাৱৈ পাৰহৈ আৰু চাঙেৰে ঘোঁৰা পাৰ কৰাই যুঁজৰ ব্যৱস্থা কৰা হ'ল। সাধাৰণতে অসমীয়া সৈন্যই যুদ্ধ কৰোতে শিয়ালৰ দৰে হোৱা দি যুদ্ধ আৰম্ভ কৰে।

এনেদৰে কৰিলে হাবিৰ সিংহ আৰু যুদ্ধক্ষেত্ৰত বাঘবোৰে ভয় কৰে বুলি ভাবে। তেতিয়া বোলে শত্ৰুৰ সৈন্যইয়ো ভয় খায়।

সকলো ব্যৱস্থা সম্পূৰ্ণ কৰি মঙ্গলবাৰৰ নিশা আহোম সৈন্যই তুৰ্ব্বকৰ বাহৰ আক্ৰমণ কৰিলে। প্ৰথম পদাতিক সৈন্যই এশাৰী এশাৰীকৈ তিনিশাৰী হৈ ঢাল আৰু তৰোৱাল লৈ আগবাঢ়ি গ'ল। তাৰ পাছত গ'ল কাঁড়ীবোৰ। পাঁচশাৰী কাঁড়ীৰ পাছতে ঘোঁৰাত উঠি তিনিজন পালি সেনাপতি। তাৰ পাছত শাৰী শাৰীকৈ পাইক আৰু কাঁড়ী। তাৰ পাছত হাতীত উঠি স্বয়ং সেনাপতি। সেনাপতিৰ লগত দুজন পালি সেনাপতি।

চতুৰ তুৰ্ব্বকে কিন্তু অসমীয়া সৈন্যৰ বতৰা ঠিকেই সংগ্ৰহ কৰিছিল। অসমীয়া সৈন্যই নিশা আক্ৰমণ কৰিব পাৰে বুলি সাজু হৈ আছিল তুৰ্ব্বকৰ সৈন্য। নিশাৰ অন্ধকাৰত গোপনে আগবাঢ়িল অসমীয়া সৈন্য। কিন্তু তুৰ্ব্বকৰ সৈন্য বাহৰ পোৱাৰ আগতেই সম্পূৰ্ণ প্ৰস্তুত হৈ থকা বঙালৰ সেনাই মাজ বাটতেই অসমীয়া সৈন্যৰ ওপৰত গোলা বৰষিবলৈ ধৰিলে। কামানৰ গোলা বৰ্ষণত অসমীয়া সৈন্য চেদেলি ভেদেলি হৈ পৰিল। সম্পূৰ্ণ আশা নকৰা দৰে হোৱা আক্ৰমণত চেদেলি ভেদেলি হৈ পৰা অসমীয়া সৈন্যক একেলগ কৰি আগবাঢ়ি যাবলৈ নৌ পাওতেই মোগলৰ অশ্বাৰোহী সৈন্য আৰু হিলৈদাৰী সৈন্যই অসমীয়া সেনাৰ ওপৰত জঁপিয়াই পৰিল। এনেয়েও নিশাৰ সময় তাতে বঙালৰ সৈন্যই আগৰে পৰা সিহঁতৰ দখলত থকা ঠাই টুকুৰা জৰীপ কৰি সেইমতে হাবিৰ মাজে মাজে ঘাটি পাতি আছিল। আৰু অহা যোৱা কৰা বাটত ডাঙৰ ডাঙৰ গাঁত কৰি তাত ঢাকি থৈছিল। এইবোৰ কথা চোৰাংচোৱাই আহোমৰ সেনাপতিক জনাব পৰা নাছিল। নিশাৰ ভাগত একো মণিব নোৱাৰি অসমীয়া সেনা গাঁতত সোমাল আৰু তাতেই মোগলে বিস্তৰ অসমীয়া সেনাক বধ কৰিলে।

যেতিয়া পুৱা পোহৰ হ'ল তেতিয়া অসমীয়া সেনাৰ প্ৰথম দলটোৰ প্ৰায়বোৰৰ মৃত্যু হৈছিল। বাকী আগবাঢ়ি অহা দলটোক এইবাৰ বঙালৰ বাকী সৈন্যই বেৰি ধৰিলে। তমুল যুদ্ধ আৰম্ভ হ'ল। সকলোৰে শেষত থকা সেনাপতি ফ্ৰাচেঙ্গমুং হাতীত উঠি সন্মুখলৈ আহিল তুৰ্ব্বকক বিচাৰি। তুৰ্ব্বকৰ সেনাপতি ৰচিদখাইহে অন্য এটা হাতীৰে তেওঁক আগভেটি ধৰিলে। মোগলে অশ্বাৰোহী সৈন্যৰেহে বেছি যুদ্ধ কৰা বাবে অসমীয়া পদাতিক সৈন্যই বৰকৈ গা কৰিব পৰা নাছিল। তাতে সিহঁতৰ হিলৈদাৰী সৈন্যৰ ওচৰত হিলৈ নোহোৱাকৈ যুঁজ কৰা অসমীয়া সৈন্য তিষ্ঠিব পৰা নাছিল। ঠিক সেই সময়তে তুৰ্ব্বকে এটা জঙ্গীহাতীত উঠি আহি ৰচিদখাৰে সৈতে ফ্ৰাচেঙ্গমুঙক বেৰি ধৰিলে। এনেতে গুলি আহি সেনাপতিৰ মাজবুকুত লাগিলহি। সেনাপতি হাতীৰ ওপৰতেই বুকুত হাত দি বাগৰি পৰিল। মাউতে গতি বেয়া দেখি হাতী ঘূৰাই লৈ যুদ্ধক্ষেত্ৰ এৰিলে। ❑

# একচল্লিশ

ৰজা বাবেই স্বৰ্গদেৱ চুহুংমুঙে ধৈৰ্য্য ধৰি সকলো সহ্য কৰি আছিল। কিন্তু তেওঁৰ মন ভাঙি গৈছিল। এফালে তুৰ্ব্বকে তেওঁৰ ৰাজ্যৰ এডোখৰ অধিকাৰ কৰিলে কিন্তু তেওঁ এই প্ৰকাণ্ড ৰাজ শক্তি থাকিও শতৰু বঙালক একো কৰিব নোৱাৰিলে। ভাগ্যৰ বাহিৰে ই একো নহয়। কমতাপুৰ ৰজাই তেওঁক যৌতুকত দিয়া ঠাইবোৰ বঙালে অধিকাৰ কৰিলে অথচ তেওঁ মনে মনে থাকিব লগা হ'ল। আঠজনকৈ সেনাপতি ৰণত পৰিল। তেওঁ জোঁৱায়েকক জোৰকৈ ৰণলৈ পঠিয়ালে সেনাপতি কৰি। লগত অৱশ্যে তেওঁৰ পুতেকো গৈছিল। দেশৰ কাৰণে প্ৰাণ দিলে জোঁৱায়েকে। উপায় নাই । বঙালৰ হাতত আছিল হিলৈৰ শক্তি। সৰু সৰু হিলৈৰে বঙালে দূৰৰ পৰা শত্ৰুক মাৰিব পাৰিছিল। এনেকুৱা হিলৈ আহোমৰ হাতত নাই। এটা কি দুটা হিলৈ নমুনা হিচাপে সংগ্ৰহ কৰি আনি তেওঁৰ হাতত দিছিল। তেওঁ খাৰঘৰীয়া ফুকনক আদেশো দিছে। তেনে হিলৈ তৈয়াৰ কৰিবলৈ কিন্তু যি লোকচান হ'ল, হৈয়েই গ'ল। মূলাৰ বিধবা উকা কপালখন তেওঁ চাব নোৱাৰে। তেওঁৰ এনে লাগে যেন তেওঁৰ বাবে মূলা বিধবা হ'ল। তেওঁ মোগলৰ এই আক্ৰমণ গুৰুত্বসহকাৰেই লৈছিল তথাপি তেওঁ হাৰিল। হয়তো ফ্ৰাচেঙমুং জীয়াই থকা হলে যুঁজত জিকিলহেঁতেন। কিন্তু সি যুদ্ধ কৰিবলৈকে নাপালে। হিলৈৰ আগত প্ৰাণ গ'ল তাৰ। তাৰ মৃত্যুৰ পাছত ত্যাওচাং বুঢ়াগোঁহাই আৰু কিলিংখাম বৰগোহাঁইক সেনাপতি পাতি যুদ্ধলৈ পঠিয়ালে। কিন্তু দেশপ্ৰেমিকৰ যেনেকৈ অভাৱ নাই দেশদ্ৰোহীৰো অভাৱ নাই দেশত। দুয়ো সেনাপতিয়ে দেখিলে যে যুদ্ধ কৰি ইতিমধ্যে বহুত সেনাপতিৰ মৃত্যু হৈছে। মোগলৰ হিলৈৰ আগত তিষ্ঠি থকা টান। গতিকে সাহস দেখুৱাবলৈ গৈ মৃত্যু মাতি অনাতকৈ শত্ৰুৰ লগত মিত্ৰতা কৰাই মঙ্গল। দুয়ো আলচ কৰি ৰজাদেৱক নজনোৱাকৈয়ে মনে মনে বিশ্বাসী মানুহৰ হতুৱাই তুৰ্ব্বকক কোৱালে বোলে আহোমৰ সেনাপতিৰ আৰু ৰক্তপাত কৰিবলৈ মন নাই। যুঁজ কৰিলে দুয়োপক্ষৰে বিপদ গতিকে তেওঁ যদি অধিকাৰ কৰা ঠাই ৰাখি যায়গৈ তেন্তে আহোমে যুদ্ধ নকৰে। তুৰ্ব্বকে ইতিমধ্যে যুদ্ধ কৰি কৰি ভাগৰি পৰিছিল। আহোমৰ শক্তি যে কম নহয় সেইকথা সি জানে। গতিকে যি কেইখন অধিকাৰ কৰিলে সেইয়াই যথেষ্ট বুলি কলিয়াবৰৰ সীমাতে এজন শাসনকৰ্ত্তা নিয়োগ কৰি চকী বহুৱাই সি ঘূৰি যোৱাৰ সিদ্ধান্ত কৰিলে। ইফালে দুই সেনাপতিয়ে ৰজাদেৱক জনালে যে তুৰ্ব্বক আঁতৰি

গ'ল, গতিকে অযথা যুদ্ধ নকৰি সেনা লৈ উভটি আহিবলৈ আদেশ দিব লাগে।

চোৰাংচোৱাই কিন্তু ৰজাদেৱক জনালে যে শত্ৰুৰ লগত দুই সেনাপতি গোপনে বুজাবুজি কৰিছে। স্বৰ্গদেৱে মনত বৰ আঘাট পালে। বুজিলে এনে সময়ত যাকেই দিয়া যায় সিয়েই কৰ্তব্যত অবহেলা কৰিব। ইফালে মোগলো আঁতৰি গ'ল। গতিকে চেগ চাই তেওঁৰ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব লাগিব। গতিকে তেওঁ যুদ্ধক্ষেত্ৰ এৰি আঁতৰি আহিবলৈ আদেশ কৰিলে। কিন্তু তেওঁ সেনাপতি দুজনক এই শত্ৰুৰ লগত বুজাবুজি কৰাৰ বাবে তেওঁলোকৰ বাব কাঢ়ি ললে। মনৰ মাজত ৰাজ্য হেৰুৱাৰ দুখ লৈয়ে কিছুদিন ৰ'ল স্বৰ্গদেৱ। মোগলক হৰুৱাই আকৌ ৰাজ্য উদ্ধাৰৰ আশাত তেওঁ নতুনকৈ শক্তি সঞ্চয় কৰাৰ কথা চিন্তা কৰিলে।

স্বৰ্গদেৱে নতুনকৈ মোগলৰ লগত যুদ্ধ কৰাৰ উদ্দেশ্যেৰে গড় আৰু কোঠবোৰ ভালকৈ মৰাই নিজকে সাজু কৰাৰ কথা ভাবিলে। সেই গতিকে কলিয়াবৰৰ কোঠ নতুনকৈ মৰাই তাত সৈন্য ৰাখি এজন ফুকন বহুৱালে। তাৰ বাহিৰেও মৰঙ্গীতো এটা কোঠ মৰাবলৈ আদেশ কৰিলে।

সলাল গোহাঁইক দায়িত্ব দিয়া বাবে কাঁড়ী পাইক আদিৰে সৈতে তেওঁ গৈ মৰঙ্গীত কোঠ মাৰিবলৈ আৰম্ভ কৰিলে। কিন্তু কছাৰীৰ ৰজাই সেইকথা জানিব পাৰি ভায়েক নেওঁচাক সৈন্যৰে সৈতে আহোমৰ কোঠ ভাঙিবলৈ আদেশ দিলে। নেওঁচাই সৈন্যৰ সৈতে আহি আহোমৰ কোঠ ভাঙি কিছু সৈন্যক মাৰি আধ্যা কৰিলে । সলাল গোহাঁয়ে স্বৰ্গদেৱক কছাৰীৰ বিষয়ে বতৰা দিয়াত স্বৰ্গদেৱে তিপাম ৰজা, চাৰি ৰজা, নাৰুপীয়া ৰজা আৰু কনচেং বৰপাত্ৰক সৈন্য লৈ কছাৰীৰে যুঁজ কৰিবলৈ আদেশ কৰিলে। কছাৰী যুঁজৰ বাবে সাজু হৈয়েই আছিল। তয়াময়া ৰণ হ'ল। কেইবাদিনে ৰণৰ পাছত কছাৰী হাৰি পলাই গ'ল। কছাৰীৰ আঠজন সেনাপতি যুদ্ধ এৰি পলাল। আহোম সেনা পাছে পাছে খেদি গল। আহোম সেনা গৈ ডিমাপুৰ পালেগৈ। ডিমাপুৰত আকৌ কছাৰী ৰজা খুনখৰাৰ সৈতে তুমুল ৰণ হ'ল। কছাৰী ৰজা ৰণত হাৰি পলাল।

আহোম সেনাপতিয়ে লেতচুং নামৰ কোঁৱৰক ডিমাপুৰৰ ৰজা পাতি কৰতলীয়া কৰি ডিমাপুৰ এৰিলে। কোঁৱৰে আহোম ৰজালৈ নিজৰ ভনীয়েকক লগত লৈ হাতী চাৰিটা, নাকৈদা কেইখনমান, কাপোৰ ইত্যাদি লৈ স্বৰ্গদেৱক সেৱা জনালেহি। স্বৰ্গদেৱৰ দুইটা ভৰিত ধৰি ক্ষমা বিচাৰিলে। স্বৰ্গদেৱে নিজৰ হাতৰ আঙুঠিটো খুলি দি ক'লে -

ঃ এইটো ৰাং নহয় মানে আমাৰ মিত্ৰ হৈ থাকিবি।

কোঁৱৰৰ ভনীয়েকক নিজৰ কুঁৱৰী কৰি ললে স্বৰ্গদেৱে। লাহে লাহে স্বৰ্গদেৱে মোগলৰ আক্ৰমণৰ বাবে সাজু হবলৈ সকিয়নি দিলে সকলোকে। ঠায়ে ঠায়ে কোঠ আৰু ঠায়ে ঠায়ে গড়মাৰি একোদল পাকৈত সৈন্য ৰাখি মোগলৰ আক্ৰমণৰ বাবে অপেক্ষা কৰি ৰ'ল। ❑

# বিয়াল্লিশ

এটা দুখেই মূলাক দহি আছে। সেইটো হৈছে গিৰিয়েকক কবচ কাপোৰ দিব নোৱাৰাতো। আগৰ সকলো যুদ্ধতে কবচ কাপোৰ বৈ দিছে আৰু যুদ্ধত জয়ী হৈ উভতি আহিছে। কিন্তু বিধিৰ বিপাক, এইবাৰ কবচ কাপোৰ দিব নোৱাৰিলে। যোৱাৰ সময়ত ঘোঁৰাত উঠি দপদপাই যোৱা মানুহটো ৰুগ্ন ডাণ্ডত উঠি উভতি আহিল। ৰাজ্যত হাহাঁকাৰ লাগিল। আঠজনৈকে সেনাপতি একেলগে মৈদাম দিলে। ভাগ্যক্ৰমে ডেকাৰজাৰ প্ৰাণে বাছিলে। ডাণ্ডৰ পায়ে তেওঁক যুদ্ধৰ পৰা কান্ধতকৈ দাঙি আনিলে। দেশৰ কাৰণে প্ৰাণ দিলে ফ্ৰাচেঙ্গমুঙে। আহোমৰ বাবে এইদৰে প্ৰাণ দিয়া গৰ্বৰ কথা, কিন্তু মূলাই এই দুখ সহজ কৰি লব পৰা নাই। নোৱাৰাটো স্বাভাবিক। নীতিৰ কথা কলেও, দেশৰ বাবে প্ৰাণ দিলেও তেওঁ স্বামীহাৰা হৈছে। এক প্ৰতিশোধৰ তাড়নাই যেন খেদি ফুৰিছে মূলাগাভৰুক। আহোমৰ ৰমণী হিচাবে তেওঁ আকৌ কাৰোবাৰ সৈতে চকলং কৰাত বাধা নাই। তাতে তেওঁ স্বৰ্গদেৱৰ জীয়াৰী যেতিয়া তেওঁ বিয়া কৰালে লাভ হোৱাৰেই সম্ভাবনা বেছি। কিন্তু মূলাই তেনে চিন্তা অকণো মনলৈ অনা নাই। আহোমৰ বহুত ডেকা ল'ৰাই তেতিয়াও তাইক বিয়া কৰাবলৈ ইচ্ছুক। কিন্তু তাই এনেকথাত গুৰুত্ব দিয়া নাছিল। তাইৰ মাত্ৰ এটাই চিন্তা কেনেকৈ স্বামীয়ে সম্পূৰ্ণ কৰিব নোৱাৰা কৰ্তব্য সমাপন কৰিব পাৰি।

অনেক ধৰণেৰে চিন্তা কৰিছে তাই, কিন্তু কেনেদৰে বিদেশী বঙালক এসেকা দিব পাৰি তাৰে উপায় বিচাৰি পোৱা নাই। বহুত সেনাপতিয়ে শত্ৰুৰ ভিতৰুৱা খবৰ জানিবৰ বাবে ধুনীয়া গাভৰু শত্ৰুৰ শিবিৰলৈ মেলি দিয়ে। তেনেধৰণৰ গাভৰুৱে স্বয়ং অপহৃতা হৈ শত্ৰুৰ শিবিৰৰ গোপন খবৰ সেনাপতিক যোগান ধৰে। সুবিধা পালে সেনাপতিক বধো কৰে। কিন্তু তাই তেনে কৰিব নোৱাৰে। তাই ৰজাৰ সন্তান। তাই ফ্ৰাচেঙ্গমুঙৰ স্ত্ৰী। তাই যি কৰিব সন্মান সহকাৰেই কৰিব। তাইৰ অন্তৰত যি প্ৰতিশোধৰ জুই সেই জুই নুমাবলৈ লাগিব বঙালৰ তেজ।

ফ্ৰাচেঙ্গমুঙক মৈদাম দিয়াৰ পাছত মনৰ দুখত তাই নীৰৱে আছিল কিছুদিন। কিন্তু তাৰ পাছত নিজৰ ঘৰবাৰী খাটপাম চোৱাচিতা কৰাৰ লগতে এদিন গৈ স্বৰ্গদেৱক লগ ধৰিলে।

ঃ ক' মূলা তই কি বিচাৰ? মোৰ এই সিংহাসনৰ বাহিৰে তোক কি লাগে ক?

একো বিচৰা নাছিল মূলাই। মাত্ৰ বিচাৰিছিল অনুমতি। ইচ্ছুক আহোম গাভৰুক লৈ তাই এটা সৈন্যদল গঢ়িব খোজে। তাইক লাগে প্ৰয়োজনীয় সহায়, অস্ত্ৰ-শস্ত্ৰ, ঘোঁৰা আৰু আশীৰ্বাদ।

চকু চলচলীয়া হৈ গৈছিল স্বৰ্গদেৱৰ। লগে লগে খাৰঘৰীয়া ফুকনক বাৰ্তা দিছিল। বৰা শইকীয়াক আদেশ দিছিল মূলাই যি বিচাৰে তাকে দিবলৈ। তাৰ পাছৰে পৰাই আজি তিনিটা বছৰে মূলা ব্যস্ত আছে নিজৰ সৈন্যদল গঠন কৰাত। চেং হ'ল তাইৰ প্ৰধান সেনাপতি। চেঙৰ দেউতাকক তাই মতাই আনিছে। বৃদ্ধ হলেও এতিয়াও তেওঁৰ মগজুৱে যুদ্ধৰ কৌশল শিকাব পৰা হৈ আছে। দেশৰ বাবে প্ৰাণ দিবলৈ সাজু হৈ ওলাই অহা এমুঠি গাভৰুক লৈ তাই অপেক্ষা কৰি আছে শত্ৰুৰ আগমনলৈ। মাজতে কছাৰীৰ লগত হোৱা ৰ'ণত ডেকাৰজাই তাইক যুদ্ধলৈ যোৱাৰ প্ৰস্তাব দিছিল। কিন্তু তাই ইয়াত শক্তি ক্ষয় নকৰিলে। তাইৰ একমাত্ৰ লক্ষ্য মোগল সৈন্য, মোগলৰ সেনাপতি।

মূলাই গৃহডামৰ খুটাত প্ৰায়েই প্ৰাৰ্থনা জনায়। এটাই মাত্ৰ প্ৰাৰ্থনা "স্বামীবৈৰী তুৰ্ব্বকক আকৌ এবাৰ আনি দিয়া। হে দেৱতাসকল, পূৰ্ব্বপুৰুষসকল এবাৰ মাত্ৰ তাৰ মুখামুখি কৰাই দিয়া।" তাৰ বাহিৰেও তাই কেঁচাইখাইতী মন্দিৰলৈ গৈয়ো দেৱীক আৰাধনা কৰি আহিছে। শদিয়াত থাকোতেই প্ৰথম তাই কেচাঁইখাতী গোঁসানীৰ মন্দিৰলৈ গৈছিল। আগতে কেচঁাইখাইতী মন্দিৰ চুতীয়াৰ অধীনত আছিল। স্বৰ্গদেৱে চুতীয়া মৰাৰ পাছত আহোমৰ অধীনলৈ আনে। স্বৰ্গদেৱৰ আদেশত কেচাঁইখাইতী মন্দিৰৰ বাবে বেলেগেই লোকজন দিঁয়া আছে, তেওঁলোকেই মন্দিৰৰ সকলো বস্তু যোগাৰ দিয়ে। দেউৰীয়ে পূজাৰ শেষত তাইক আৰ্শীবাদো দিছিল। সকলোৱে কয় বোলে কেচঁইখাইতীত বিচৰা বস্তু পায়। তাই মাত্ৰ গোসাঁনীক বিচাৰিছিল তুৰ্ব্বকৰ লগত এবাৰ মুখামুখি হ'বলৈ।

তাৰ পাছত মাত্ৰ অপেক্ষা আৰু অপেক্ষা। তাইৰ দৰে স্বামীবৈৰীৰ বাবে বোধকৰো কোনো নাৰীয়েই এনেকৈ অপেক্ষা কৰা নাই। তাই ইতিমধ্যে গম পাইছে যে স্বৰ্গদেৱেও মোগলৰ অসম আক্ৰমাণৰ বাবে তলে তলে সাজু হৈ আছে। আক্ৰমণ হোৱাতো স্বাভাৱিক। স্বৰ্গদেৱৰ হাতৰ পৰা যোৱা ঠাই স্বৰ্গদেৱে উদ্ধাৰ কৰিবই লাগিব। তায়ো অসমীয়া জীয়াৰী। তায়ো আশা কৰি আছে শত্ৰুক এসেকা দিবলৈ। হঠাৎ মূলাগাভৰুৰ মন আনন্দত নাচি উঠিল। তাই গম পালে তুৰ্ব্বকে সৈন্য লৈ অসম আক্ৰমণ কৰিবৰ বাবে বঙ্গৰ পৰা যাত্ৰা আৰম্ভ কৰিছে। চঞ্চল হৈ উঠিছে ৰাজধানীৰ বতাহ। চোৰাংচোৱাই ডাঁৰৰ বাতৰি ডাঁৰে দি আছে। দাঁতিয়াল ফুকন সাজু হৈ আছে অসমৰ সীমাত। মূলাও সাজু হ'ল চেঙকলৈ। তাইৰ দলৰ প্ৰতিজনী গাভৰুকে সুধিলে প্ৰস্তুত হয়নে নহয় দেশৰ বাবে যুঁজিবলৈ। আচৰিত কথা যে প্ৰতিজনী গাভৰুৱেই বঙালৰ বিৰুদ্ধে যুঁজিবলৈ সাজু। সিহঁতৰ উৎসাহ মূলাতকৈও বেছি। দেশৰ বাবে প্ৰাণ দিবলৈ বা কিবাএটা কৰিবলৈ সুযোগ নোপোৱা এই গাভৰুবোৰে মূলাৰ নেতৃত্বত সাজু হ'ল মোগলক ৰোধিবলৈ। ❑

# তিয়াল্লিশ

কেনেকৈ দিনবোৰ পাৰহৈ গৈছে ধৰিবই পৰা নাই কনচেঙে। তুৰ্ব্বক যুদ্ধত জিকি আঁতৰি যোৱাৰ পৰাই ৰাজ্যৰ ৰাজনীতিত যি ধুমুহা চলি আছে সেই ধুমুহাই সকলোকে চুই গৈছে। ইজনৰ পাছত সিজন মন্ত্ৰী ভঙাপতা কৰিয়ো স্বৰ্গদেৱে সুস্থিৰ কৰিব পৰা নাই দেশ। তথাপি এতিয়া এক অবস্থালৈ আহিছে বুলিব পাৰি। নগা আৰু কছাৰীৰ ৰণে ৰজাৰ মনলৈ বহুত বল আনিছে। ৰাজ্য বহলাইছে। তথাপি মোগলে আক্ৰমণ কৰাৰ ভয় আছেই। কোঠবোৰ নতুনকৈ মৰা হৈছে। গড়বন্ধা হৈছে। অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ হৈছে অসংখ্য। যোৱা যুদ্ধ'ত মোগলৰ হাতত অসমীয়া সৈন্যৰ পৰাজয়ৰ প্ৰধান কাৰণ হৈছে সিহঁতৰ হিলৈ। সৰু সৰু হিলৈত খাৰ খাজি মাৰিব পৰাকৈ তৈয়াৰ কৰি লৈছে সিহঁতে। ডাঙৰ বৰটোপ আৰু হিলৈ আহোম সৈন্যৰো আছে। ডাঙৰ বৰটোপবোৰ গড় বা কোঠতেই ৰখা হয়। বাহিৰলৈ যুদ্ধ কৰিবলৈ গ'লে সেইয়া নিয়া অসুবিধা, চলোৱাও অসুবিধা। তাতে শত্ৰুৰ হাতত পৰাৰ সম্ভৱনাও বেছি। পাহাৰৰ ওপৰত সুচল ঠাইত পাতি থোৱা হয় সেইবোৰ। সৰু হিলৈবোৰো কেইবাজনো সৈন্য নহ'লে ব্যৱহাৰ কৰাৰ অসুবিধা। কিন্তু বঙালে এইবাৰ যিবোৰ হিলৈ আনিছে, সেইবোৰ হিলৈ হাতহিলৈ। আলাসতে এজনে লৈ খাৰ খাজি ঘোঁৰা টিপিলেই চলে। সেইবোৰেৰে দূৰৰ পৰাও মানুহ মাৰিব পাৰি । বিহলগা কাঁড়তকৈয়ো এই হিলৈ বহুত গুণে ভাল। বিহলগা কাঁড় মাৰিলেও গাত লগাৰ পাছত কিছু সময় লাগে শত্ৰু মৰিবলৈ। কিন্তু এই হাতহিলৈৰ গুলি লাগিলে লগে লগে মৃত্যু। যুঁজৰ পৰা কোনোবা এজন ৰাজখোৱাই এটা কিবাকৈ সৰকাই আনি স্বৰ্গদেৱক দিছিলহি। স্বৰ্গদেৱে বতিয়া কমাৰক দিছে। কমাৰে দুটা কি এটা সাজিছেও। কিন্তু তাত খজা খাৰহে ঠিককৈ বনাব পৰা নাই। ৰজাদেৱে নিতৌ সাঁকিয়াই আছে কিন্তু হৈ উঠা নাই ।

হঠাৎ চোৰাংচোৱাই খবৰ আনিলে বঙ্গৰ নবাবে আকৌ তুৰ্ব্বকক সেনাপতি পাতি অসম আক্ৰমণ কৰিবলৈ পঠিয়াইছে। স্বৰ্গদেৱৰ গাতযেন দেওহে লম্ভিলে। আগৰবাৰ তুৰ্ব্বকে কৰা আক্ৰমণৰ বাবে যি ক্ষতি হৈছিল তাৰ কষ্ট মাৰ যোৱা নাছিল। তুৰ্ব্বকে অনায়াসে যুদ্ধ জয় কৰি সোৱাদ পাই আকৌ অসম জয়ৰ বাবে আহিছে। ইতিমধ্যে শতৰু অহাৰ বতৰা পাই স্বৰ্গদেৱে ৰণ শিঙা বজালেই । বৰচ'ৰা মাতি সকলোকে এই বিষয়ে জাননী দিলে। কলিয়াবৰৰ কোঠলৈ বাৰ্তা দিলে। খাৰঘৰীয়া ফুকনক সাবধান কৰিলে। ভাগে

ভাগে ফুকন, মেলডঙীয়া ৰজা, পাইক বৰাবুৰক সকলোকে সাজু কৰাৰ আদেশ দিলে। ভাগে ভাগে সৈন্যৰ আখৰা আৰম্ভ হ'ল। কনচেঙক লগত লৈ ৰজাদেৱে আখৰা চাই ফুৰিছে। মাজে মাজে কোনোবা পাইকক বঁটা বাহনো দিছে। মুঠ কথা ৰাজ্যত যেন শতৰুক বাধা দিবলৈ সকলো সাজু।

বতৰা আহিয়েই আছে চোৰাংচোৱাৰ। মন্ত্ৰণা কৰিয়েই আছে স্বৰ্গদেৱে। তুৰ্ব্বকৰ লগত দহ হাজাৰৰো অধিক পাঠান সৈন্য আহিছে। লগত অসংখ্য বৰটোপ আৰু দুহাজাৰৰ অধিক ঘোঁৰা সহিত হাতী চাৰিটা। সেই হিচাবে ৰজাদেৱে আমাৰো সৈন্য গোটোৱাৰ আদেশ কৰিলে। কলিয়াবৰৰ কোঠ বেচ মজবুত। কাঠৰ কোঠ যদিও তাক তিনি চাৰিটা হাতীয়েও ভাঙিব পৰাত নাই। তাৰ বাহিৰেও খাবৈ পাৰহৈ আহিব নোৱাৰে সহজে। কলিয়াবৰৰ কোঠ পাৰহৈ মোগল অহা মানে ৰাজ্য যোৱা। কিন্তু এইবাৰ কোঠত বহি থাকিলে নহ'ব। মোগলক খেদি গৈ ধৰিব লাগিব। হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব লাগিব।

ভাল দিন বাৰ চাই স্বৰ্গদেৱে দেওধাইক মাতি মঙল চোৱালে। দেওধায়ে এইবাৰ কনচেং বৰপাত্ৰ গোহাঁইয়েই প্ৰধান সেনাপতিৰ বাবে উপযুক্ত হ'ব বুলি ঘোষণা কৰিলে। তাৰ পাছৰ পৰাই দায়িত্ব বাঢ়িল বৰপাত্ৰৰ। অস্ত্ৰ-শস্ত্ৰ চোৱাৰ পৰা সৈন্যৰ আখৰা চোৱালৈকে সকলোতে ব্যস্ত হৈ পৰিল। তেওঁৰ তলত দিয়া পালি সেনাপতিবোৰক সাজু কৰি দেওধায়ে দিয়া দিনমতেই যাত্ৰাৰ বাবে যা-যোগাৰ কৰিলে।

স্বৰ্গদেৱে তেওঁক মাতি আনি উপহাৰ স্বৰূপে এজনী তামুলী কুঁৱৰী, বান্দী বেটি সহ দিলে। অন্য সেনাপতিবোৰকো দিলে ধন সোণ আদি উপহাৰ। যাত্ৰাৰ কেইদিন মান আগতে মূলাগাভৰু আহি পিতাকক লগ ধৰিলে আৰু তেওঁও যুদ্ধলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। আচৰিত হ'ল ৰজাদেৱে। সাধাৰণতে তিৰুতা মানুহ যুদ্ধলৈ যোৱা নিয়ম নাই। চুতীয়াৰ যুদ্ধতহে ৰাণীয়ে ৰজাক সহায় কৰিছিল। হঠাৎ এনেদৰে যুঁজলৈ যাব দিবলৈ স্বৰ্গদেৱে শংকা কৰিলে। কিন্তু মূলাগাভৰুৰ ইচ্ছাৰ ওচৰত সেও মানি নাৰীবাহিনী লৈ তাইক যাবলৈ অনুমতি দিলে। এই কথাত একেবাৰে ভাল নেপালে প্ৰাধান সেনাপতি কনচেং বৰপাত্ৰই। তেওঁ আহি ৰজাদেৱক আপত্তি কৰিলে যে এনেদৰে নাৰীবাহিনী যুঁজলৈ গ'লে সুবিধাতকৈ অসুবিধাহে হ'ব। কিন্তু ৰজাদেৱৰ বুজনিত মান্তি হ'বলৈ বাধ্য হ'ব প্ৰধান সেনাপতি।

কেইবাহাজাৰো সৈন্যৰ লগতে মূলাগাভৰুৰ নাৰীবাহিনী লৈ ৰাওনা হ'ল কনচেং বৰপাত্ৰ।❑

# চৌৱাল্লিশ

চল চাই আছে আহোম সৈন্যই। কেনেদৰে আক্ৰমণ কৰিলে মোগলক ঘটুৱাব পাৰি তাৰে মন্ত্ৰণা চলিছে। কোঠাৰ ভিতৰত সকলো সাৱধানে মোগলক লক্ষ্য কৰি আছে।

কোঠৰ ভিতৰত এখন বেলেগ ৰাজ্য । কোঠটো কাঠৰ। গড়বোৰ মাটিৰ মঠাউৰি সজা দি সাজি তাত কোটোবাঁহ ৰুই দিয়ে। কোঠবোৰ মাত্ৰ কাঠেৰে শক্তিশালিকৈ সাজে। ডাঙৰ এখন দুৱাৰ।কোঠৰ ভিতৰত শাৰী শাৰী ঘৰ। খেৰৰ চালৰ ঘৰ। একোটাত যদি অস্ত্ৰ শস্ত্ৰত অন্য এটাত খাৰ বাৰুদ। এফালে হাতীশাল যদি অন্যফালে ঘোঁৰাশাল। তাৰ মাজতে চাংমাইশাল আৰু খোৱা বস্তুৰ ভঁৰাল। পানীৰ কাৰণে ডাঙৰ পুখুৰী । মুঠতে সম্পূৰ্ণ এখন সংসাৰ। কোঠৰ ভিতৰত সেনাপতি সহ ভালেমান সৈন্য থাকিব পৰা ব্যৱস্থা আছে বাকী সৈন্য অলপ দূৰত বাহৰ পাতি আছে। আজি চাৰিদিন মাত্ৰ মন্ত্ৰণা কৰিছে আৰু শত্ৰুক নিৰীক্ষণ কৰি আছে। শত্ৰুৰ আক্ৰমণৰ বাবে ৰবনে আগতে আক্ৰমণ কৰিব সেই গুণাগঠাই চলি আছে। দেওধায়ে আগতেই মণ্ডল চাই কথা কৈ পঠিয়াইছে। তাৰ বাহিৰেও কনচেং সেনাপতিয়ে লগত দুলৈ এজনো আনিছে। এইবাৰ ৰণ জিকিম বুলিয়েই আহিছে যদিও তৃতীয়তো দল লৈ স্বৰ্গদেৱো সাজু হৈ আছে। মুঠতে এইবাৰ তুৰ্ব্বকক এৰি দিয়াত নাই কোনো।

স্বৰ্গদেৱে যুদ্ধলৈ সৈন্য পঠোৱাৰ আগতেই কেঁচাইখাইতী মন্দিৰৰ বৰদেউৰীক মতাই পঠিয়াইছিল। বৰদেউৰীক কলে -

ঃ পাটচাহৰ ফৌজে আমাৰ দেশ মাৰিবলৈ আহিছে। অতএব কেঁচাইখাইতী আইক অতিশীঘ্ৰে সুধি আহি মোক বতৰা দিবহি লাগে। তুমি দেউৰী এতিক্ষণে যোৱা।

স্বৰ্গদেৱৰ আজ্ঞা পাই দেউৰী পাতল গুটিয়া নাওলৈ একে দিনাই নৈৰে শদিয়া পাই ৰাতি গোসানীক সেৱা কৰি জনালে। আইয়ে সপোনত দেউৰীক কলে- চি ক্কাৰা ফুলেৰে মোক ৰাতিপুৱাই পূজা কৰিবি। মোক পূজা কৰা ফুল আৰু মোক ধোৱা পানী ঘট নটাত লৈ বাহিৰলৈ গৈ ৰাজবাটত অহাযোৱা কৰা হৃষ্ট- পুষ্ট নিঘুণী মানুহ দেখা পালে সেই ফুলেৰে পানী তাৰ গাত চটিয়াই দিবি।

দেউৰীয়ে সেইমতে পূজা কৰি ফুল আৰু পানী লৈ ৰাজবাটলৈ ওলাল। বাটতে নিঘুণী ডেকা এটা পাই আইয়ে কোৱা মতে কৰাত তাৰ দেও উঠি মোক কাট মোক কাট কৈ নাচি বাগি দেওশালৰ আইৰ আগত তললৈ পেট পেলাই শুই দিলেহি। দেউৰীয়ে একে ঘাপে তাৰ মূৰটো কাটি পেলালে। তাৰ পাছত চিঙ্কাৰা ফুলেৰে পূজা কৰি মন্দিৰৰ দুৱাৰ মাৰি বাহিৰলৈ আহিল। গোসানীয়ে বাঘ হৈ বলীৰ তেজ পিলে আৰু দুৱাৰত শব্দ কৰিলে। দেউৰীয়ে দুৱাৰ খুলি দেৱীক সেৱা কৰি শটো পুতিবলৈ দেওশালৰ মানুহক দিলে। দেৱীৰ নিৰ্দেশ মতে বৰদেউৰীয়ে পাঁচ পাহ ফুল নি তিনিদিনৰ মূৰত দু পৰীয়া স্বৰ্গদেৱক নিৰ্মালী দিলেগৈ। এপাহ ফুল স্বৰ্গদেৱে পিন্ধিলে। তিনিপাহ তিনিজনা ডাঙৰীয়াক পিন্ধালে। এপাহ পিন্ধালে ডেকা ৰজাক। তাৰ পাছত ডাঙৰীয়াৰ মাজৰে ধুপুৰা বুঢ়াগোঁহাই ডাঙৰীয়াক স্বৰ্গদেৱে লগত ৰাখি কনচেঙক বৰসেনাপতি পাতি তনখাম বৰগোঁহাই আৰু ডেকা ৰজাক ৰণলৈ পঠালে।

ইফালে চোৰাংচোৱাৰ বতৰা মতে তুৰ্ব্বকে আহি কচুৱাতিত গড় মাৰি আছেহি। তাৰ লগত অন্য এটা ফৌজ আগুৱাই আহি কপিলীৰ পাৰত বাহৰ কৰি আছে। ডাঙৰীয়া আৰু সেনাপতিৰে আলচ কৰি আগবাঢ়ি শত্ৰুক আক্ৰমণ কৰিবলৈ ঠিৰাং কৰিলে।

সকলো যোগাৰ কৰি পিছদিনা সেনাপতি তিনিজন সহিত কনচেং বৰসেনাপতিয়ে সেনা লৈ আগ বাঢ়িল। মূলায়ো অন্য সেনাপতিৰ লগতে গৈ যুদ্ধত ধৰিলে। মূলাৰ লগৰ গাভৰু সকলে পুৰুষৰ দৰে মূৰত টুপি, চোলা-কনবিন কুনখা পিন্ধি ৰণলৈ গৈছিল। মূলাই মাত্ৰ চুলি মেলি কপালত সেন্দূৰৰ ৰেখা লৈ ক'লা কাপোৰ পিন্ধি গৈছিল। আহোম সেনাই মোগলৰ ফৌজক প্ৰথম আক্ৰমণ কৰিলে। মোগলো সাজু হৈয়েই আছিল। তুমুল ৰণ হ'ল। ৰণ চলি থকাৰ মাজতে গড়ৰ পৰা ওলাই তুৰ্ব্বকো আগৰ সেনাৰ লগ লাগিল। কনচেঙে এফালৰ পৰা মোগলৰ সেনা মহতিয়াই নিলে। ইফালে মূলা আৰু চেঙে মোগলক কচু কটা দিবলৈ ধৰিলে। তিৰোতা মানুহে যুদ্ধ কৰা দেখি মোগলৰ মাজতে গোঁসানী আহিছে বুলি ভয় হ'ল। কিন্তু সেনা বেষ্টনী পাৰ হৈ তুৰ্ব্বকৰ লগত মুখামুখি হ'ব নোৱাৰিলে মূলাই। নিশা হোৱাৰ আগতে বহুত সৈন্য হেৰুৱাই মোগলৰ বাকী সৈন্য গৈ গড়ত সোমাল। আহোম সেনায়ো যুদ্ধৰ পৰা কোঠলৈ উভতি আহিল। আহোমৰো কিছু সৈন্য হতাহত হ'ল। কিন্তু বিস্তৰ ক্ষতি হ'ল মোগলৰ। মূলায়ো তাইৰ দলৰ চাৰিজনীকৈ গাভৰুক হেৰুৱালে। তুৰ্ব্বকক নাপালেও তাই মোগলৰ সেনাক যিহাৰত বধ কৰিলে,তাইৰ আত্মা বহু পৰিমাণে শান্ত হ'ল। এইবাৰ মুখামুখি হলে তুৰ্ব্বকক বধ কৰাৰ প্ৰতিজ্ঞা কৰি তাই কোঠলৈ ঘূৰি আহিল।❑

# পঞ্চত্ৰিশ

কোঠাৰ ভিতৰতে আজি কেইবাদিনো সোমাই আছে মূলাগাভৰু আৰু লগত যোৱা গাভৰুবোৰ। চেঙে বাৰে বাৰে তাইক আমনি কৰি আছে। যুদ্ধলৈ যাব লাগে। তাইৰ তেজৰ পিৰপিৰণি উঠিছে। মুঠ কথা মোগলক বধিব লাগে। তাই বেলেগ ধাতুৰ গঢ়া। তাইৰ দুখ-ভোগৰ নাই। তাতে এই তুৰ্ব্বকৰ হাততেই তাইৰ মৰমৰ মূলাৰ স্বামীৰ মৃত্যু হৈছিল। গতিকে প্ৰতিশোধ লবই লাগিব।

কিন্তু যুদ্ধক্ষেত্ৰখন সম্পূৰ্ণ বেলেগ এইকথা মূলাই এতিয়াহে উপলব্ধি কৰিব পাৰিলে। বিশেষকৈ এনেবোৰ যুদ্ধত অকল দৈহিক শক্তিৰে কাম নিদিয়ে, লগত লাগিব অস্ত্ৰৰ শক্তি। হাতী-ঘোঁৰা আদিৰ শক্তি। যুঁজৰ আখৰা কৰোতে যুঁজ যে কিমান ভয়াবহ সেইকথা মূলায়ো উপলব্ধি কৰা নাছিল আৰু অন্য গাভৰুবোৰেও। চেঙে কিন্তু এইকথা যেন আগতেই জানিছিল। তাই যিমান মোগল সেনা বধ কৰিছে অন্য কোনেও সিমান পৰা নাই। তাইৰ নিচা লাগিছে তেজৰ। তাই যেন কেঁচাইখাতি হৈ পৰিছে। মাত্ৰ তাইক তেজ লাগে। এই যুঁজলৈ আহিহে মূলাই গম পাইছে মানুহৰ প্ৰাণ কিমান সহজতে ল'ব পাৰি। দয়া বা মমতাৰ স্থান ইয়াত নাই। ইয়াত মাত্ৰ লাগে নৃশংসতা আৰু নিষ্ঠুৰতা। চলে-বলে কৌশলে শত্ৰুক নিধন কৰাই সকলোৰে উদ্দেশ্য। চাৰিজনীকৈ গাভৰু ইতিমধ্যে মূলাই হেৰুৱাইছে। সাধাৰণতে সৈন্যৰ যুদ্ধক্ষেত্ৰত মৃত্যু হ'লে শ-বোৰ সৎকাৰ কৰা নহয়। কেতিয়াবা পৰিস্থিতি বুজি একেলগে সৎকাৰ কৰা হয়। শত্ৰুৰ শ কোনেও নিনিয়ে। মাত্ৰ সুবিধা হ'লে নিজৰ পক্ষৰ শ আনি কোঠাৰ বাহিৰত সৎকাৰ কৰা হয়। কেতিয়াবা যুদ্ধত হাৰিলে তাকো কৰাৰ সময় বা সুবিধা নাথাকে। শিয়াল-শগুণে শ-বোৰ শেষ কৰি পেলায়। হৰাবোৰ পেলাই যায়, জিকাবোৰ আগবাঢ়ি যায়। মূলায়ো চাৰিজনী ছোৱালীৰ মৃতদেহ কেইটা যুদ্ধক্ষেত্ৰতে এৰি থৈ আহিব লগা হ'ল। উপায় নাই। কেতিয়াবা সেনাপতি বা পালি সেনাপতিৰ দেহো যুদ্ধক্ষেত্ৰতে পৰি ৰয়। কেতিয়াবা ওভোটাই লৈ অনা হয়। বহুত ক্ষেত্ৰত শত্ৰুৱে সেনাপতি বা ৰজাৰ মূৰটো কাটি লৈ যায়।

যুদ্ধলৈ যোৱা মানে হয় ঘূৰি আহিব নহয় একেবাৰে নাহে। মৃতদেহটো উভটি নাহে। যুদ্ধত মৃত্যু হোৱা বুলি ভবা মানুহো কেতিয়াবা বহুত দিনৰ মূৰত উভতি ওলাইহি।

কনচেং সেনাপতিয়ে মূলাক কেইবাবাৰো মতাই নিছে। বাকী পালি সেনাপতি আৰু কোঁৱৰসকলৰ লগত আলোচনাও কৰিছে। মূলাক মাতি আনি মন্ত্ৰণা কৰাৰ উদ্দেশ্য এটাই শত্ৰুৰ দুৰ্বলতা। শত্ৰু পক্ষই মূলাক কোনোৱা গোঁসানী বুলি ভাবিছে। মোগলৰ মাজত ওলাইছে যে কামাখ্যা গোঁসানী নিজে আহি যুদ্ধ কৰিছে আৰু হাতহিলৈৰ গুলিবোৰ তাই গিলি খায়। গতিকে মোগল সৈন্যই যুদ্ধ কৰিবলৈ সাহস কৰা নাই। এই দুৰ্বলতাৰ সুবিধা লোৱাৰ কথা চিন্তা কৰিছে কনচেঙে। চল চাই আছে দুয়ো পক্ষই। গৰমপানী ঢলাৰ পাছত মোগলে কোঠ আক্ৰমণ কৰিবলৈ সাহস কৰা নাই। ইফালে আহোমেও আক্ৰমণ কৰা নাই। চল চাই আছে দুয়োপক্ষই।

বহুত মন্ত্ৰণাৰ পাছত ঠিক হ'ল যে এইবাৰ আক্ৰমণ কৰিব লাগিব। নহ'লে স্বৰ্গদেৱৰ পৰা বাৰ্তা আহেহে লাগে। দুদিনমান যুদ্ধ বন্ধ হ'লেই স্বৰ্গদেৱ অধৈৰ্য্য হৈ পৰে। এইবাৰৰ যুদ্ধত মূলাগাভৰুৰ দলটোকে আগতে পঠিওৱাৰ ৰণনীতি লোৱা হ'ল। মূলাই খোলা তৰোৱাল লৈ ঘোঁৰাত উঠি আক্ৰমণ কৰিব। মূলাৰ দেহৰক্ষী হৈ থাকিব চেং। তাৰ লগে লগে মূলাৰ নাৰী বাহিনী। নাৰী বাহিনীৰ দুয়োকাষে যি অশ্বাৰোহী সৈন্য আছে সেইবোৰ থাকিব। দুজন সেনাপতি লগত পদাতিক সৈন্য লৈ থাকিব। মূলাক এনেদৰে যুদ্ধ ক্ষেত্ৰলৈ আগবঢ়াই দিবলৈ ভাল লগা নাই কনচেঙৰ। কিন্তু উপায় নাই। শত্ৰুৰ দুৰ্বলতাৰ সুযোগ লবই লাগিব। এই কথাও কনচেঙে জানে যে শতৰুৱে প্ৰথমতে মূলাক আঘাট কৰিবলৈ চাব। মূলাক কেনেবাকৈ বধ কৰিব পাৰিলে সিহঁতৰ সৈন্যৰ মনোবল বাঢ়িব অথচ অসমীয়া সৈন্যৰ মনোবল কমিব। সেইবাবে সিহঁতৰ প্ৰথম লক্ষ্য হ'ব মূলা। মূলাক তেনেদৰে যুদ্ধলৈ পঠিয়াবলৈ ইতঃস্তত কৰা দেখি মূলাই কনচেঙক ক'লে।

ঃ বে-থাই, আপুনি মুঠেই বেয়া নাপাব। স্বামীবৈৰী তুৰ্ব্বকক বধ নকৰালৈকে মোৰ একো নহয়। কোনো আহোম তিৰোতাই এনেদৰে যুদ্ধ কৰা নাই, মই কৰিছো। আপুনি সেনাপতি, সেনাপতিৰ দৰেই আদেশ কৰক।

অৱশেষত মূলাৰ যুক্তি সকলোৱে মানি ল'লে। সকলো যুদ্ধলৈ বুলি টঙালি বান্ধিলে। গড়ৰ পৰা ওলাই অসমীয়া সৈন্যই আগতে আক্ৰমণ কৰিবলৈ ঠিক কৰিলে।

নিজৰ নাৰীবাহিনীক মাতি আনিলে মূলাই। পাছদিনা পুৱা যুদ্ধক্ষেত্ৰলৈ যাব লাগিব। সকলোৰে একমাত্ৰ লক্ষ্য তুৰ্ব্বক। সকলোৱে একেলগে সাজ খালে। লক্ষ্য কৰিলে মূলাই প্ৰতিজনী গাভৰুলৈ। প্ৰায়বোৰেই বিয়া নোহোৱা গাভৰু। কোনোবাই কোনোবাই নিজ প্ৰেমাস্পদক এৰি থৈ আহিছে। আহিছে মূলাৰ বাবে, আহিছে দেশৰ বাবে। হয়তো ঘূৰি যাব নোৱাৰিব, হয়তো পাৰিব। এটা সময়ত হয়তো ক'ব নিজৰ নাতিপুতিক যুদ্ধৰ কথা। দেশৰ বাবে যুঁজ দিয়াৰ কথা। চাৰিজনীকৈ ছোৱালী যোৱা যুদ্ধত হেৰুৱাইছে মূলাই। তাৰ বাবে দুখ কৰা নাই, বৰঞ্চ প্ৰতিশোধৰ জুইত জ্বলিছে সকলো।

সকলো শুই নিঃপালি দিয়াৰ পাছতো জাগি আছে মূলা। পদেপদে মনত পৰিছে ফ্ৰাচেঙমুঙৰ কথা। বুকুখনত ক'ৰবাত যেন খুন্দা মাৰি ধৰে। বৰ মৰম কৰিছিল মানুহটোৱে।

দেশৰ কাৰণেই জীৱনটো দিলে যদিও মূলাই সেই দুখ এতিয়ালৈকে হজম কৰিব পৰা নাই। দেশৰ কাৰণে প্ৰাণ দিবলৈ ওলাই আহিছে যদিও স্বামীবৈৰীক বধ কৰাৰ ইচ্ছাতেই যেন ওলাই আহিছে। এমাডিমা ল'ৰা-ছোৱালীহঁতক য়া-নাইৰ হাতত গোটাই থৈ আহিছে। সিহঁতক প্ৰতিশ্ৰুতি দি থৈ আহিছে উভতি আহিব। পিতৃৰ হত্যাকাৰীক শাস্তি দি উভতি আহিব। যেনেতেনে এই যুঁজ তাই জিকিবই লাগিব। পিতাকক তাই কথা দি আহিছে তাই তুৰ্ব্বকৰ মূৰ নি পিতাক দিহিঙ্গীয়া ৰজাক দিব।

জীৱনটোৰ অতি কম অংশহে স্বামীৰ লগত কটাবলৈ পালে মূলাই। মাত্ৰ সদিয়াখোৱা গোঁহাই হৈ থকা কালছোৱাই আছিল জীৱনৰ সুখৰ সময়। দেশৰ বাবে ৰাইজৰ বাবে কিবা এটা কৰিব পাৰিছিল। কিন্তু ৰাজ্য থাকিলে ৰাজনীতি থাকিবই। ৰাজনীতিৰ মেৰপাকতেই এনেদৰে বিতাৰিত হ'ব লগা হ'ল ফ্ৰাচেঙ্গমুং। সেইবাবেই হয়তো যুঁজত এনেদৰে প্ৰাণ দিব লগা হ'ল। হয়তো ৰাজধানীত নথকা হ'লে যুঁজলৈ আহিব লগা নহ'লহেঁতেন। হঠাৎ উচপ খাই উঠিল মূলা। কি ভাবিছে তাই। আহোম বংশৰ যুৱকে দেশৰ বাবে যুদ্ধ কৰিবলৈ, প্ৰাণ দিবলৈ কুণ্ঠাবোধ নকৰে। বীৰ আছিল ফ্ৰাচেঙ্গমুং। সেইবাবেই এইদৰে প্ৰাণ দিলে। তেওঁৰ ভাৰ্য্যা হৈ মূলাই কিয় পিছ হুহকিব? তায়ো তুৰ্ব্বকৰ লগত যুদ্ধ দিব।

পিছদিনাৰ যুঁজৰ বাবে নিজকে প্ৰস্তুত কৰিলে মূলাই।

# ছয়চল্লিশ

যুঁজ এবাৰ আৰম্ভ হলেও তাৰ মাজে মাজে যুঁজ বন্ধ হৈ থাকে । দুয়ো পক্ষই কোঠ বা গড়ৰ ভিতৰত সোমাই থাকে, মাজে মাজে সুযোগ বুজি আক্ৰমণ কৰে। হৰা পক্ষই পিচুৱাই গৈ থাকে আৰু জিকাপক্ষই কোঠ মাৰি মাৰি আগুৱাই যায়। ইবাৰ কিন্তু যুঁজত একো হাৰজিত হোৱা নাই বাবেই দুয়োপক্ষই নিজৰ ঠাইতে স্থিতি লৈ আছে।

প্ৰথম যুঁজ হোৱাৰ পাছত দুয়োপক্ষই আক্ৰমণ কৰিবলৈ চল চাই থাকোতেই পাঠান সেনাৰ এটা দল আহি কোঠৰ কাষৰ এশাৰী ঘৰত জুই লগাই দিলেহি। ঘৰৰ ওপৰত থকা পহৰাদাৰী ঘৰৰ পৰা অসমীয়া সেনাই তপতপানী ঢালিবলৈ ধৰিলে । এইদৰে তপতপানী ঢলাৰ ব্যৱস্থা আগৰ পৰাই কৰি ৰখা হয়। শত্ৰু জাকপাতি আহিলে হিলৈ মৰা হয়, বৰটোপ মৰা হয় কিন্তু তাকৰীয়া সৈন্য নাও আদিৰে খাৰৈ পাৰ হৈ আহি কোঠত জুই দিয়ে বা সৈন্য দুইচাৰি পালে কাটে। এনেবোৰ সৈন্যক কাঁড় মৰা বা দুৰ্গৰ দুৱাৰ খুলি আক্ৰমণ কৰা অসুবিধা। সেইবাবে এইবোৰক তপত পানী ঢালি দিয়া হয়। তপত পানী ঢলাত পাঠানবোৰ পলাল।

এনেকথাত সেনাপতি কনচেঙৰ বৰ খং উঠিল। ডেকাৰজাৰ সৈতে আলোচনা কৰি পাছদিনা পুৱঁতি নিশাতে মোগলক আক্ৰমণ কৰিবলৈ আগবাঢ়ি গ'ল। মোগলে সম্পূৰ্ণ সাজু হৈ আছিল। সিহঁতে প্ৰথমতে বৰটোপেৰে আক্ৰমণ চলালে। আমাৰ সৈন্যয়ো হিলৈৰে উত্তৰ দি ক্ৰমে আগুৱাই গ'ল। মোগলৰ অশ্বাৰোহী সৈন্য সৰহ। সিহঁতৰ ঘোঁৰাবোৰো বেচ ডাঙৰ ডাঙৰ। আমাৰ মাত্ৰ মূলাৰ লগত যোৱা গাভৰু দলটোৰ বাহিৰে বাকীবোৰ পদাতিক সৈন্য। সেনাপতি কেইজনেহে ঘোঁৰাত উঠি যুদ্ধ কৰে। অসমীয়া সৈন্য গড়ৰ কাষ পোৱাৰ আগতেই পাঠান সৈন্য ওলাই আহি বাধা দিয়াত তুমুল ৰণ আৰম্ভ হ'ল। অসমীয়া সৈন্যই গড়ৰ কাষলৈ যাবলৈ চেষ্টা কৰিছিল কাৰণ মোগলৰ গড় আহোমৰ দৰে শত্ৰুক বাধা দিব পৰা বিধৰ নাছিল। কেনেবাকৈ গড়ৰ ভিতৰত সোমাব পাৰিলে সিহঁতক হেঁচামাৰি ধৰিব পাৰিলেহেঁতেন। তাতে গড়ৰ পৰা কামান দাগিবলৈ সহজ। গতিকে আহোম সেনাৰ প্ৰধান লক্ষ্য আছিল গড়টো। ইফালে মোগল সেনায়ো

আহোমৰ কোঠটোত সোমাবলৈ চেষ্টা কৰিছিল। আহোম সৈন্য আগবঢ়া দেখি গড়ৰ পৰা ওলাই মোগলে বাধা দিলে। তুমুল যুদ্ধ আৰম্ভ হ'ল।

তুৰ্বকে, আগৰ দিনাৰ যুদ্ধত ঘাটি যোৱাৰ আৰু এটা কাৰণ আছিল। তিৰুতাই যুদ্ধ কৰা মোগলে আগতে দেখা নাছিল। এইবাৰ তিৰোতাৰ অশ্বাৰোহী সৈন্য দেখি সিহঁত অবাক হৈছিল আৰু সিহঁতৰ মাজত ভাব হৈছিল যে মূলা গাভৰু কোনোবা গোঁসানী। তাতে যাদুমন্ত্ৰৰ দেশ অসমত যাদুমন্ত্ৰ হয় বুলি বিশ্বাস কৰিছিল। অৱশ্যে সেনাপতিবোৰে কৱচ কাপোৰ আৰু মন্ত্ৰপুত অলংকাৰ পিন্ধিছিল সঁচা। মূলাৰ দলটোৰ লগত যুদ্ধ কৰিবলৈ মোগলসৈন্যই ভয় কৰিছিল। কিন্তু তুৰ্বক সেনাপতি, সি যেনেতেনে যুদ্ধত জিকিবই লাগিব। সৈন্যবোৰৰ মাজত প্ৰচাৰ হৈছিল যে সৰু হিলৈৰ গুলিবোৰ মূলাই গিলি থয়। গতিকে তুৰ্বকে এইবাৰ যেনেতেনে মূলাৰ বাহিনীক ধ্বংস কৰাৰ চেষ্টাত আছিল। তুৰ্বকে সেইবাবে বচা বচা সৈন্য কিছুমানক মূলাক আক্ৰমণ কৰিবলৈ নিৰ্দেশ দিছিল। অসমৰ যাদু প্ৰভাব নষ্ট কৰিবলৈ প্ৰত্যেক আক্ৰমণকাৰীয়ে লগত কিছুমান মৌলবী লৈ আহিছিল। তুৰ্বকে মূলাক আক্ৰমণ কৰিবলগা সৈন্যবোৰক মৌলবীৰ হতুৱাই বিশেষভাৱে যাদুৰ প্ৰতিৰোধৰ বাবে কিবা কৰাইছিল।

মূলায়ো তাইৰ বাহিনীলৈ দুগুণ উৎসাহেৰে মোগল সৈন্যৰ ওপৰত জঁপিয়াই পৰিছিল। লাহে লাহে অসমীয়া সৈন্য মোগলৰ গড়ৰ ওচৰ চাপিছিল। ঠিক সেই সময়তে তুৰ্বকে এদল সৈন্য লৈ মূলাগাভৰুক বেৰি ধৰিলে। মোগলৰ আচল শক্তি আছিল হাতহিলৈ। হঠাৎ হিলৈৰ এটা গুলিয়ে মূলাৰ বাহুত আঘাট কৰিলে। তাৰ পৰা হো-হোকৈ তেজ ওলাল। চেং তাইৰ সহায়ৰ বাবে আগবাঢ়ি আহিল। চেঙৰ তৰোৱালৰ আগত এটাও পাঠান সৈন্য আগবাঢ়ি আহিব পৰা নাছিল। এনেতে এটা গুলিৰে চেঙৰ ঘোঁৰাটো বগৰাই পেলালে তুৰ্বকৰ দেহৰক্ষী এটাই। চেং এইবাৰ মাটিত ৰৈ যুদ্ধ কৰাত লাগিল। ঘোঁৰাৰ ওপৰৰ পৰা কেবাটাও সৈন্যই চেঙক হানিবলৈ ধৰিলে। ইফালে মূলাগাভৰু তুৰ্বকৰ মুখামুখি হ'ল। এটা বেচ ডাঙৰ ঘোঁৰাৰ ওপৰৰ পৰা আহত হোৱা মূলাৰ লগত তুৰ্ব্বকৰ দেহৰক্ষী কেইটাই যুদ্ধ কৰিবলৈ ধৰিলে। তাৰে এটাই মূলাৰ বুকুলৈ এপাত যাঁঠি মাৰি পঠালে। মূলা ঘোঁৰাৰ ওপৰতে বাগৰি পৰিল। তাকে দেখি মোগলৰ সৈন্যৰ উৎসাহ বাঢ়ি গ'ল। সিহঁতে মূলাৰ বাহিনীৰ ওপৰত জঁপিয়াই পৰি দুগুণ উৎসাহেৰে আক্ৰমণ কৰিলে। চেঙো এটা সময়ত মাটিত বাগৰি পৰিল। মূলাৰ ঘোঁৰাটোৱে বিপদ দেখি তাইক পিঠিত লৈ উভটি দৌৰ মাৰিলে। পিঠিত যাঁঠিবিন্ধা মূলা তেনেদৰেই আহি আহোম সেনাৰ মাজ পালেহি।

ইফালে কনচেঙে এদল সৈন্য লৈ গড়ৰ ফালে আগবাঢ়ি গ'ল। কিন্তু পাঠান সৈন্যই হিলৈ মাৰি মাৰি তেওঁক বাধা দি লাহে লাহে গড়ত সোমাবলৈ ধৰিলে। মূলাগাভৰুক

মাৰিব পৰাটোকে এটা ডাঙৰ জয় বুলি ধৰি সিহঁতে হিলৈ দাগি দাগি লাহে লাহে গড়ৰ ভিতৰত সোমাই গড়ৰ ভিতৰৰ পৰা হিলৈ মাৰি কামান দাগি অসমীয়া সৈন্যক বাধা দিবলৈ ধৰিলে। এটা সময়ত কিছুমান সৈন্য গড়ৰ বাহিৰত ৰৈ গ'ল। কনচেং সেনাপতিয়ে গড়ৰ বাহিৰত থকা মোগলৰ সৈন্যক কাটি মাৰি এটা সময়ত গড় আক্রমণ কৰাৰ আশা বাদ দি আকৌ কোঠলৈ উভতি আহিল।❑

# সাতচল্লিশ

অসমীয়া সৈন্যৰ শিবিৰত শোকে বিৰাজ কৰিছে। যদিও যুদ্ধত মোগলৰ সৈন্যই হাৰ মানি গড়ৰ ভিতৰত সেমাইছে তথাপিও অসমীয়া সৈন্যই মূলাগাভৰুক হেৰুৱাই বেচ কষ্ট পাইছে। যুদ্ধত দেশৰ কাৰণে প্ৰাণ দিয়াজন বীৰ। আনন্দৰে দেশৰ বাবে যুঁজ দিয়ে সকলোৱে। কিন্তু মূলাৰ কথা আছিল সম্পূৰ্ণ সুকীয়া। এনেয়ে ডাঙৰীয়াৰ ঘৈণীয়েক তাতে স্বয়ং ৰজাদেৱৰ জীয়েক, এনে এজনী মানুহে দেশৰ বাবে যুঁজ কৰিবলৈ ওলাই অহাতো কম ডাঙৰ কথানে। আহোম সৈন্যই এইবাৰ এক বেলেগ উদ্দীপনা পাইছিল। এক বেলেগ উৎসাহেৰে যুদ্ধ কৰিছিল। মূলাৰ মৃত্যুত সকলো যেন জঁয় পৰি গৈছে। মূলাৰ দলৰ দুই এজনী গাভৰুৰ বাদে বাকীবোৰে যুদ্ধ ক্ষেত্ৰতেই প্ৰাণ দিলে। বাকী সৈন্যয়ো বহুতে প্ৰাণ দিছে কিন্তু সৈন্যসকলে সহজভাবে লব পৰা নাই এই মৃত্যু।

কনচেঙৰো মনত দুখ। অসমীয়া গাভৰুৱে এনেদৰে যুদ্ধলৈ অহা এইয়াই প্ৰথম। কিন্তু সেনাপতি হিচাবে তেওঁ যেন তাইক ৰক্ষা কৰিব পাৰিব লাগিছিল। দেশৰ কাৰণে যুঁজ দিবলৈ অহা প্ৰথম আহোম ৰমণী হিচাবে হয়তো কাললৈ খ্যাতি থাকি যাব। অসমীয়া ৰমণীয়ে হয়তো আগলৈও এইদৰে শত্ৰুক ৰুধিবলৈ ওলাই আহিব। এইবাৰ মনটো দৃঢ় কৰিলে কনচেঙে। নাই মূলাৰ তেজৰ মূল্য তু ৰ্বকে দিবই লাগিব। স্বৰ্গদেৱৰ মান ৰাখিবই লাগিব। এইয়াই সোণালী সুযোগ অসমৰ ৰাজনীতিত সৰ্বেসৰ্বা হোৱাৰ। মোগলৰ পৰা দেশ মুক্ত কৰিবই লাগিব। স্বৰ্গদেৱে ডাঁৰৰ বাতৰি ডাঁৰে পাই আছে। অসমীয়া সৈন্য যে মোগলতকৈ আগবাঢ়ি আছে তাক জানিছে স্বৰ্গদেৱে। কিন্তু মোগলক খেদা যেন এক অসম্ভব কাৰ্য্যত পৰিণত হৈছে। মূলাৰ বাহিনীক ধ্বংস কৰি মোগলে উল্লাসত মত্ত হৈ আছে। সিহঁতৰ সৈন্যৰ সাহস বাঢ়িছে। এইবাৰ দুগুণ উৎসাহেৰে আক্ৰমণ কৰিব সিহঁতে। ইপিনে চোৰাংচোৱাৰ বতৰা মতে তুৰ্ৱকক সহায় কৰিবলৈ বঙ্গৰ পৰা হুচেনখাঁ নামৰ নবাব এজনে এদল সৈন্য লৈ আকৌ যোগ দিছেহি।

স্বৰ্গদেৱে জীয়ৰী মূলাৰ মৃতদেহটো দেখি মনত বৰ দুখ পালে। ইফালে হুচেনখাঁৰ আগমনৰ বতৰা পাই স্বৰ্গদেৱ এদল সৈন্য লৈ যুঁজৰ দিহা দিবলৈ সলা আৰু দুইমুনি শিলালৈকে আগবাঢ়ি আহিল। স্বৰ্গদেৱো আগবাঢ়ি অহাৰ বতৰা পাই আমাৰ সৈন্যই

আকৌ সাহ গোটাই মোগলৰ ফালে আগবাঢ়ি গ'ল। দিকৰাই মুখতে তুমুল যুদ্ধ হ'ল যদিও দুয়োপক্ষৰ বিস্তৰ হানি হ'ল।

কনচেং বৰসেনাপতিয়ে এনেকৈ যুদ্ধ কৰি থাকি শক্তি ক্ষয় কৰাতকৈ অন্য এক উপায় চিন্তা কৰি গোপনে অন্য সেনাপতিৰ লগত মন্ত্ৰণাত বহিল। স্বৰ্গদেৱলৈও গোপনে বাৰ্তা পঠিয়ালে। স্বৰ্গদেৱে কৈ পঠিয়ালে যে যেনেকৈ হওক চলে-বলে কৌশলে বঙাল মৰিবহে লাগে। বঙাল নামাৰি উভতি আহিলে সকলোকে কাটিম। আহোম ৰাজ্যত বিষয়াৰ অভাৱ হোৱা নাই।

কনচেঙে দুই আহোমৰ কটকীক তুৰ্বকৰ ওচৰলৈ পঠিয়াবলৈ আয়োজন কৰিলে। সকলো ফালে শিকাই বুজাই মোগল শিবিৰলৈ দুই কটকী পঠিয়ালে। তুৰ্বক অন্য সেনাপতিৰ সৈতে গড়ৰ ভিতৰত আছিল যদিও বাকী বহুত সৈন্য চাউনি পাতি আগবাঢ়ি আছিল। কটকী গৈ সেই চাউনি ওলালগৈ। সিহঁতৰ পালি সেনাপতিয়ে কটকীক গড়ৰ ভিতৰলৈ নিনি তুৰ্বক আৰু হুচেনখাঁ নিজেই চাউনিলৈ আহিল।

আহোম কটকীয়ে যথাযোগ্য সন্মান সহকাৰে জনালে বোলে সেনাপতি তুৰ্বক নবাবলৈ সেনাপতি কনচেং ডাঙৰীয়াই এটা বাৰ্তা পঠিয়াইছে। লগতে হাতীদাঁতৰ দুটা হাতীৰ মূৰ্ত্তি সহিত এধাৰ সোণৰ মালাও দিছে। কটকীৰ কথা শুনি তুৰ্বকে আনন্দ পালে যদিও তাক প্ৰকাশ নকৰি কটকীক চাউনীতে থকাৰ ব্যৱস্থা কৰি আকৌ গড়ৰ ভিতৰলৈ ঘূৰি গল। '

সম্পূৰ্ণ এটা দিন আলোচনা কৰিলে তুৰ্বকে নিজৰ পালি সেনাপতিৰ লগত। অসমীয়া সেনা যে দুৰ্বল নহয় সেই কথা তুৰ্বকৰ জনা আছিল। যোৱাবাৰ যুদ্ধত জিকিছিল যদিও সেয়া কোনো মতেহে সম্ভৱ হৈছিল। বিশেষকৈ অসমীয়া সেনাই সৰুহিলৈৰ লগত যুদ্ধ কৰিবলৈ অসুবিধা পাইছিল। এইবাৰ কিন্তু যুঁজত আহোম সেনাহে বেছি আগবাঢ়ি আছে। উপায় নাপাই হুচেনখাঁক আৰু সৈন্যৰ সৈতে তলব কৰিব লগা হৈছে। এইদৰে যুদ্ধ চলি থাকিলে এটা সময়ত মোগল সৈন্য অসম জয়ৰ আশা বাদ দি উভতি যাব লাগিব। ইফালে অসমৰ ৰজাও আৰু সৈন্য লৈ আহি আছে। তাতে আহোমৰ বৰটোপৰ দৰে মোগলৰ বৰটোপ নহয়। গতিকে অসম জয় কৰিবলৈ বহুত কষ্ট কৰিব লাগিব। যদি অসমৰ ৰজাই প্ৰীতি কৰিব খোজে, তেন্তে আপত্তি ক'ত ? যোৱাবাৰ যুদ্ধত জিকিব নোৱাৰি অবশেষত অসমৰ দুই সেনাপতিয়ে মনে মনে সিহঁতৰ লগত চুক্তি কৰিছিল।সেইবাবে কলিয়াবৰলৈকে মোগলৰ সীমা কৰি উভতি গৈছিল। এইবাৰো যদি তেনে কিবা হয় কি আপত্তি আছে। আমি ৰাজ্য জয় কৰিবলৈ আহিছো, আমি যি পাও তাতে লাভ। যদি আমাৰ লাভ নহয়, প্ৰীতি নহ'ব তেতিয়া। যুদ্ধ কৰাৰ ৰাষ্টা বন্ধতো হৈ যোৱা নাই। গতিকে আহোমৰ কটকীক আলোচনা কৰাৰ প্ৰস্তাৱত সন্মতি দি পঠিয়াই দিলে।

এইবাৰ সেনাপতি কনচেঙে বাকী ব্যৱস্থা কৰিলে। অন্যৰ সৈতে মন্ত্ৰণা কৰি অতি সাৱধানে মাত্ৰ বিশজন দুদ্ধৰ্ষ যুঁজাৰু বাচি উলিয়ালে। তাৰ মাজত আছিল একসময়ৰ তেওঁৰ বাল্যকালৰ সংগী নগা খুনবাও কাৰংমাৰ পুতেক বাচুংমা। যুদ্ধলৈ যাত্ৰা কৰাৰ আগতেই নিজৰ গা ৰখীয়া হিচাবে তাক লগত লৈ আহিছিল কনচেঙে। ইফালে ডেকা ৰজা আৰু বাকী সেনাপতিবোৰক যি মন্ত্ৰণা দিব লাগে তাকে দি তেওঁ নিশা দেৰিকৈ মোগলৰ চাউনীলৈ যাত্ৰা কৰিলে। যুদ্ধ মানে চলে-বলে-কৌশলে জয়ী হোৱা। যদি মোগলে চল কৰি চাউনীতে তেওঁক বন্দী কৰি থয় তেওঁ তাৰ বাবেও সাজু হৈ আছিল। মাত্ৰ বিশটা গাৰখীয়া লৈ শত্ৰুৰ শিবিৰলৈ যোৱাও কম কথা নহয়। এনেদৰে চল কৰি মাতি নি বন্দী কৰা বা বধ কৰা আগতে বহুত উদাহৰণ আছে তথাপি দেশৰ স্বাৰ্থত নিজৰ প্ৰাণৰ কথা ভাবিলে নহ'ব। এই বাৰটা মানুহে একেলগে এশ মানুহৰ লগত যুঁজিব পৰা ক্ষমতা ৰাখে। তেওঁ নিজেও জানো কম? দহ-বাৰ হাত ওখ ঘৰ একে জাঁপে পাৰ হ'ব পাৰে। বিশ পশিচ বেওৰুনৈ একে জাঁপে পাৰ হ'ব পাৰে। এলাপেচা মানুহ কুৰিটায়ো বলে নোৱাৰে তেওঁক। গতিকে চিন্তা নকৰি মোগল চাউনীৰ ফালে আগবাঢ়ি গ'ল কনচেং।❑

# আঠচল্লিশ

কনচেঙৰ বাবে সাজু হৈ আছিল তুৰ্বক। চাউনীত তুৰ্বকৰ তামিঘৰাৰ ভিতৰত খোৱা-বোৱা আৰু মদৰ ব্যৱস্থা হৈছিল। নৃত্য-গীতৰো ব্যৱস্থা হৈছিল। মাজ নিশাৰ আগে আগে আলোচনাত বহিল তুৰ্বক আৰু কনচেঙে। বাকী লগত যোৱা সৈন্যবোৰ চাউনীত বেলেগ সৈন্যৰ লগ.ত খোৱা-বোৱাত ব্যস্ত আছিল। মাত্ৰ কনচেঙৰ লগত আছিল বাচুংমা। ইফালে তুৰ্বকে অকলেই আলোচনাত ভাগ লৈছিল। মিত্ৰতা কৰিবলৈ অহা বাবে কনচেঙৰ লগত কোনো অস্ত্ৰ অনা নাছিল। মাত্ৰ হাতত লৈ আহিছিল এডাল বাঁহৰ টাঙোন। বাকীবোৰৰ হাতত একো অস্ত্ৰ নাছিল। তুৰ্বকৰ আনন্দই নধৰা হৈছিল। যোৱাবাৰ আহোম সাম্ৰাজ্যৰ এডোখৰ অধিকাৰ কৰি সি যথেষ্ট সন্মান পাইছিল। তুৰ্বকো কম বীৰ নাছিল। যুদ্ধত বেচ পাৰ্গত আছিল বাবেই আহোম সৈন্যই তাক ঘটুৱাব পৰা নাছিল। ইফালে হুচেনখাঁ গড়ৰ ভিতৰত তুৰ্বকৰ বাবে অপেক্ষা কৰি আছিল। তুৰ্বকৰ তামিঘৰাত আহোমৰ নিৰস্ত্ৰ সেনাপতিয়ে আলোচনাত ব্যস্ত থকাৰ বাবে সৈন্যবোৰো সক্ষম হৈ থকা নাছিল। মোগলে ভাবিছিল যে যুদ্ধ এতিয়া শেষ হ'ব। আহোম সেনাপতিয়ে যেতিয়া নিজেই বৰিবলৈ আহিছে তেনেহলে আৰু কিহৰ যুদ্ধ।

তুৰ্বকৰ তামিঘৰাৰ বাহিৰত মোগলৰ সৈন্য দুই এটা আছিল যদিও বিশেষ সাবধানতা অবলম্বন কৰা নাছিল। তুৰ্বকে আহোম ৰজাক তলতীয়া হিচাবে কৰ কাটল দি থকাৰ প্ৰস্তাৱ আগবঢ়াই মোগলৰ লগত সন্ধি কৰাৰ প্ৰস্তাব দিছিল। সদ্যহতে হাতী-ঘোঁৰা আৰু নগদ ধনেৰে বশ্যতা স্বীকাৰ কৰিবলৈ কৈছিল।. এনেদৰে আলোচনা কৰি থাকোতেই নিশা মাজ পালেহি। সেই সময়ত চাউনীৰ বাহিৰত ক'ৰবাত ম'হৰ শিঙৰ পেঁপা বাজি উঠিল। লগে লগে শিয়ালে হোৱা দিলে চাউনীৰ ভিতৰত। কনচেং এইবাৰ জাঁপ মাৰি বহাৰ পৰা উঠিল আৰু হাতৰ টাঙোন ডাল মাজতে ভাঙি তাৰ পৰা এপাত যাঁঠি উলিয়াই ললে। তুৰ্বকে কি হৈছে বুজি উঠাৰ আগতেই যাঁঠিৰে তুৰ্বকক শালি পেলালে। তুৰ্বকেও পৰিস্থিতি বুজি যাঁঠিৰ হান খাইও উঠি অহাৰ চেষ্টা কৰিছিল যদিও কনচেঙে তুৰ্বকৰ তৰোৱালেৰে তৎক্ষণাত তাৰ মূৰটো কাটি পেলালে। তুৰ্বকৰ দৰে এজন বীৰ সেনাপতিৰ যে এনেকৈ মৃত্যু হ'ব কোনেও ভাবিব পৰা নাছিল। বাচুংমা বাহিৰত সাজু হৈয়ে আছিল।

সি ইংগিত বুজি তাৰ কাপোৰৰ ভিতৰৰ পৰা নগা দা উলিয়াই লগে লগে তামিঘৰাৰ বাহিৰত থকা মোগলৰ পৰীয়া দুটাক কাটি পেলালে। হাতত তেজ লগা দা খন লৈ সি তামিঘৰাৰ ভিতৰলৈ আহিল। তুৰ্বকৰ কটা মূৰটো এটা হাতত লৈ তুৰ্বকৰ তৰোৱাল অন্য হাতত লৈ মনে মনে তামিঘৰাৰ পৰা ওলাই আহিল দুয়ো।

আগতেই বাচুংমাই ঘোঁৰাশালৰ হিচাব কৰি থৈছিল। দুয়ো ঘোঁৰাশাললৈ আহিল। ঘোঁৰাশালত তেতিয়া কোনো ৰখীয়া নাছিল। দুটা তেজী ঘোঁৰা বাচুংমাই উলিয়াই আনিলে। দুয়ো ঘোঁৰাত উঠি তীব্ৰ বেগে চেকুৰাই চাউনীৰ পাছফালেৰে ওলাই আহিল। তেওঁলোকৰ পাছতেই লগত যোৱা আহোম সেনাবোৰ কামত লাগি গ'ল। যাক যেনেকৈ পাৰে কাটি মাৰি সিহঁতৰ খাৰঘৰটোত জুই লগাই দিলে মনে মনে। দাউ দাউ কৈ জ্বলি উঠিল খাৰঘৰ। হুৱা দুৱা লাগিল মোগল চাউনীত। আহোমৰ সৈন্য যি যেনেকৈ পাৰে চাউনীৰ পৰা ওলাই আহিল। ঠিক সেই সময়তে ডেকা ৰজা আৰু দুজন সেনাপতিয়ে সাজু হৈ থকাৰ পৰা আগবাঢ়ি আহি মোগল সৈন্যৰ ওপৰত জঁপিয়াই পৰিল। মোগল সৈন্যৰ বেছিভাগকে কাটি শেষ কৰিলে। বাকীবোৰে আত্মসমৰ্পণ কৰাত বন্দী কৰি লৈ আহিল। পুৱঁতি নিশালৈ মোগল চাউনী মৰিশালিত পৰিণত হ'ল।

ইফালে হুচেনখাঁই নিশা চাউনীত জুই দেখি অৱস্থাৰ গুৰুত্ব বুজিলে। লগে লগে সৈন্য সাজু কৰিলে যদিও নিশা আক্ৰমণ কৰিবলৈ বা আগবাঢ়ি আহিবলৈ সাহস নকৰিলে। আহোম সৈন্যই আৰু পিচুৱাই আহি কোঠমাৰি ৰ'লহি। পুৱা নিজৰ চাউনীৰ বিধ্বস্ত অৱস্থা আৰু প্ৰধান সেনাপতিৰ মুণ্ডহীন দেহ দেখি তেওঁৰ বুজিবলৈ একো বাকী নাথাকিল। গড়ৰ ভিতৰত অলপীয়া সৈন্য আৰু তুৰ্বকবিহীন ফৌজেৰে সৈতে হুচেনখাঁই আহোমক আক্ৰমণ কৰিবলৈ সাহস নকৰিলে। যি য'ত আছিল গোটাই লৈ হুচেনখাঁই ততাতৈয়াকৈ ওভটাৰ বাবে সাজু হ'ল। তেওঁ বুজিছিল যে আহোম সৈন্যই যি বুদ্ধিৰে সিহঁতৰ সেনাপতিসহ চাউনী ধ্বংস কৰিলে এতিয়াও সিহঁত ৰৈ নাথাকে। গড় যদি অৱৰোধ কৰে তেন্তে গড়ৰ ভিতৰতে অনাহাৰে মৰিব লাগিব। গতিকে প্ৰাণ ৰক্ষা কৰি উভতি যোৱাই মঙ্গল।

কনচেঙে এই সুযোগ এৰি দিব নুখুজিলে। সৈন্য সকল আৰু বাকী সেনাপতিৰে সাজু হৈ মোগলৰ ওপৰত জঁপিয়াই পৰিল। মোগল সৈন্যই যুদ্ধ কৰাতকৈ পিছুৱাই গ'ল। আহোমে যি পাৰে কাটিলে আৰু বন্দী কৰিলে। বাকীবোৰ পিছুৱাই গৈ থাকিল। কনচেং আৰু ডেকাৰজাই কিছু সৈন্য লৈ আগুৱাই গৈ হুচেনখাঁক ধৰিলেগৈ। তুমুল যুদ্ধ হ'ল কৰতোৱা নৈৰ পাৰত। বৰসেনাপতি কনচেঙে হুচেনখাঁক তাতে বধ কৰি মূৰটো কাটি লৈ আহিল । বাকী সৈন্যবোৰ পলাল।

কৰতোৱা নৈত কনচেং আৰু বাকীবোৰে তেজ ধুই অস্ত্ৰ সামৰিলে। কিছুদিন তাতে ৰৈ কনচেঙে পুখুৰী খন্দাই এটা মন্দিৰ সজালে। সৈন্যবোৰৰ হতুৱাই কোঠ মৰালে। কোঠত কিছু সৈন্য আৰু এজন বৰুৱা ৰাখি অসমৰ সীমা কৰি উভতি আহিল।

কনচেঙক স্বৰ্গদেৱে আদৰি নি প্ৰধান মন্ত্ৰীৰ বাব দিলে। কনচেঙে শতৰুক মাৰি অনা হাতী আঠাইশটা সেনাপতিসকলক বিলাই দিলে। আঠশতকৈ অধিক ঘোঁৰা নিজৰ ঘোঁৰা শালত দিলে। বিস্তৰভাৱে পালে বৰহিলৈ, খোকা হিলৈ। স্বৰ্গদেৱে আদেশ দিলে খাৰঘৰীয়া ফুকনক মোগলৰ দৰে হিলৈ সাজিবলৈ। সোণ এপেৰা আৰু ৰূপ ষাঠিচলা বিলাই দিলে সৈন্যবোৰক।

মূলাৰ লগত যোৱা প্ৰাণে বাচি অহা দুজনী গাভৰুৱে স্বৰ্গদেৱক সেৱা কৰিলে। চকুৰ পানীৰে তিতিল স্বৰ্গদেৱৰ বৰঘৰৰ মজিয়া। একো নল'লে সিহঁতে স্বৰ্গদেৱৰ পৰা মাত্ৰ বুকুৰ মাজত জীয়াই ৰাখিলে সিহঁতক লৈ যুঁজলৈ যোৱা মূলাৰ বীৰত্ব। মনে মনে ভাবিলে মূলাৰ কথা। ৰাজকুৱৰী মূলা সোণ ৰত্নৰ দৰে উজ্জ্বল মূলা। নাঙছিংখাম, স্বৰ্গদেৱে মনে মনে উচ্চাৰিলে। স্বৰ্গদেৱে তুৰ্বক আৰু হুচেনখাঁৰ কটা মূৰ দুটালৈ চাই এটা হুমুনিয়াহ কাঢ়িলে। মনত পৰিল মূলালৈ--- দেশৰ কাৰণে প্ৰাণদিয়া নিজৰ বীৰ্য্যৰ মূলাগাভৰুলৈ। পিতৃ বীৰ্য্যৰ আহোম বীৰ কনচেঙলৈ চালে। আকৌ এবাৰ প্ৰণাম কৰিলে পিতৃলৈ আৰু কনচেঙৰ মাতৃ আজলীলৈ। ❑